# মহৰ্ষি টলষ্টয়

আৰু

# মহাত্মা গান্ধী



শ্ৰীসতীশ চন্দ্ৰ কাকতী

অসম বুক ডিপো
কলিকতা-৭০০০০৯ ॥ গুৱাহাটী-৭৮১০০১

MAHARSHI TOLSTOY ARU MAHATMA GANDHI : An analytical study on the ideals and teachings of Count Leo Tolstoy and Mohandas Karamchand Gandhi, the world's two great votaries of Truth, Non-violence and Humanism, by Satis Chandra Kakati, journalist and writer, and published by Arun Chandra Guha, on behalf of Assam Book Depot, Calcutta-9 ; First published, July 1979, Pages 164, price Rs 12·00.

লেখক ঃ
শ্রীসতীশ চন্দ্ৰ কাকতী

প্ৰকাশক ঃ
শ্রীঅৰুণ চন্দ্ৰ গুহ
২১, পটুৱাটোলা লেন
কলিকতা—৯

প্ৰথম সংস্কৰণ ঃ
জুলাই, ১৯৭৯

মূল্য : বাৰ টকা

বেটুপাত শিল্পী ঃ
শ্রীঅমূল্য দাস

ছপাশাল ঃ
শ্রীঅৰুণ চন্দ্ৰ গুহ
শ্রীসৰয়ূ প্ৰিণ্টিং ওৱাৰ্কছ
৬১৮এ, জি. টি. ৰোড ( বটতলা ),
শ্রীৰামপুৰ, হুগলী ।

## প্ৰস্তাৱনা

ঊনৈশ শ ত্ৰিশ চনৰ ভাৰতৰ স্বাধীনতা আন্দোলনৰে সক্ৰিয় দ্বিতীয় পৰ্যায় আইন অমান্য আন্দোলনৰ সংক্ৰান্তত কাৰাৰুদ্ধ ভাৰতৰ অগণন মুক্তি যুঁজাৰুৰ ভিতৰত এজন সাধাৰণ কৰ্মী হিচাপে গুৱাহাটী জেলত মই কেইমাহমান আছিলো। তেতিয়া মই স্কুলীয়া ছাত্ৰ। জেলৰ গ্ৰন্থাগাৰত চৰকাৰৰ বাছনিত উঠা সাধাৰণ বিধৰ কিতাপৰ বাহিৰে আন কিতাপ পোৱা নগৈছিল। কিন্তু আমাৰ ৰাজনৈতিক কাৰাৰুদ্ধ বন্ধুসকলৰ ভিতৰত এনে কেজনমান দুঃসাহসিক সহ-বন্দী আছিল যি সকলে কেতিয়াবা জেল ৱাৰ্ডাৰৰ অনুগ্ৰহত, কেতিয়াবা জেলৰ ওখ দেৱালৰ ওপৰেদি বন্ধু বিশেষে দলিয়াই দিয়া উপায়েৰে মনোগ্ৰাহী কিতাপ চোৰাংকৈ আমদানি কৰাৰ ব্যৱস্থা কৰিছিল। কংগ্ৰেছ আন্দোলনৰ ঘটনা প্ৰবাহৰ লগত পৰিচয় ৰখাৰ উদ্দেশ্যে বাতৰিকাকতো চোৰাংভাৱে অনাৰ দিহা কৰা হৈছিল। আজি-কালিৰ দৰে সেই সময়ত সকলো ৰাজনৈতিক বন্দীক জেল কৰ্তৃপক্ষই কিতাপ-পত্ৰ আৰু বাতৰিকাকতৰ যোগান ধৰাৰ নিয়ম নাছিল।

গুৱাহাটী জেললৈ চোৰাংকৈ আমদানি কৰা দুখন গ্ৰন্থৰ কথা মোৰ ভালদৰে মনত আছে। এই দুখন গ্ৰন্থ আছিল মহাত্মা গান্ধীৰ আত্মজীৱনী 'দি ষ্টোৰ অব্ মাই এক্সপেৰিমেণ্ট্ 'উইথ ট্ৰুথ্' আৰু সুন্দৰলণ্ডৰ 'ইণ্ডিয়া ইন্ বণ্ডেজ'। গান্ধীজীৰ আত্ম-জীৱনীখন লোকনায়ক অমিয়কুমাৰ দাসদেৱে 'মোৰ সত্য অন্বেষণৰ কাহিনী' শিতানত অসমীয়া ভাষাত অনুবাদ কৰি উলিয়াইছিল আৰু গুৱাহাটীৰ শ্ৰীগুৰু প্ৰেছে প্ৰকাশ কৰিছিল। 'মোৰ সত্য অন্বেষণৰ কাহিনী' কিতাপখন অসমীয়া ভাষাত গান্ধী সাহিত্যৰ এখন মূল্যবান পুথি। ইয়াৰ পুনৰ প্ৰকাশ কৰি স্বাধীনতাৰ উত্তৰকালৰ পুৰুষৰ সৈতে গান্ধীজীৰ জীৱন-আদৰ্শক পৰিচয় কৰি দিয়াৰ আৱশ্যকতা আছে।

সি যি নহওক, গান্ধীজীৰ আত্ম-জীৱনী জেলত ছেগা-চোৰোকাকৈহে পঢ়িছিলো; সেই সময়ত গ্ৰন্থখনৰ মৰ্ম হৃদয়ঙ্গম কৰাৰ বাবে মোৰ ইংৰাজী ভাষাৰ জ্ঞান যথেষ্ট নাছিল, জ্ঞান নাছিল যদিও মোৰ বয়োজ্যেষ্ঠ সহ-বন্দী কেইজনমানে গান্ধীজীৰ চিন্তা আৰু জীৱন-ধাৰাত বিখ্যাত ৰুছ লেখক কাউণ্ট লিও টলষ্টয় ( ১৮২৮-১৯১০ ) আৰু ইংলণ্ডৰ দাৰ্শনিক জ'ন ৰাস্কিনে ( ১৮১৯-১৯০০ ) উল্লেখযোগ্যভাৱে প্ৰভাব বিস্তাৰ কৰিছিল বুলি কোৱা কথা মোৰ মনত আছিল। তেতিয়া ৰাস্কিন আৰু টলষ্টয় জীৱিত নাছিল। তথাপি লিও টলষ্টয়ৰ বিষয়ে ভাৰতৰ বাৰ্তা-আলোচনীবোৰত এই মহান

লেখকজনৰ বিষয়ে প্ৰবন্ধপাতি প্ৰকাশ হৈছিল। জ'ন ৰাস্কিনৰ ক্ষুদ্ৰ অথচ ভাব-উদ্দীপ্ত পুথি 'আন টু দিচ্ লাষ্ট'খন গান্ধীজীয়ে পাছত গুজৰাটী আৰু ইংৰাজীৰ টীপ্পনী লিখে আৰু আহমেদাবাদত নবজীৱন প্ৰকাশন গৃহই ছপা কৰে। (এতিয়ালৈকে এই ক্ষুদ্ৰ পুথিখনৰ ছটা সংস্কৰণ ওলাইছে আৰু প্ৰায় পঞ্চাশ হাজাৰ কপি বিক্ৰী হৈছে।) টলষ্টয়ৰ দুখন প্ৰখ্যাত উপন্যাস—'ৱাৰ এণ্ড পীছ' আৰু 'ৰিজাৰেকচন' পঢ়াৰ পাছত এই মহৰ্ষিজনৰ প্ৰতি মোৰ আকৰ্ষণ বাঢ়িছিল। এই অমৰ উপন্যাস দুখন লিও টলষ্টয়ৰ আত্ম-চিত্ৰকেন্দ্ৰিক আৰু তাত তেওঁৰ আদৰ্শ আৰু চিন্তাধাৰা স্পষ্টভাৱে প্ৰকাশ পাইছে। গান্ধীজীৰ বিভিন্ন লিখনি আৰু প্ৰবচন আৰু টলষ্টয়ৰ লিখনি আৰু প্ৰবচনৰ মাজত সাদৃশ্যাই যি কোনো লোকক আকৰ্ষণ কৰে।

সেই সময়ৰপৰা মহৰ্ষি টলষ্টয় আৰু মহাত্মা গান্ধীৰ বিষয়ে এখন পুথি সংকলন কৰাৰ বাবে মনত এটা অদম্য হেঁপাহ সাঁচি ৰাখিছিলো। কিন্তু দৈনিক ইংৰাজী বাতৰি কাকত 'আসাম ট্ৰিবিউন' আৰু অসমীয়া সাপ্তাহিক 'অসম বাণী'ৰ সম্পাদক হিচাপে সাংবাদিক জীৱনৰ ব্যস্ততাত থকাৰ কাৰণে এই কামত বহুবছৰ ধৰি হাত দিব পৰা নাছিলো, অৱশ্যে তাৰ বাবে কিছু সমল যুগুতাই ৰাখিছিলো। ১৯৭৬ চনৰ মাজ ভাগত সাংবাদিক জীৱনৰপৰা আজৰি পোৱাৰ পাছত মই দুখন কিতাপ লিখিবলৈ মনস্থ কৰো। তাৰ প্ৰথমখন 'জৱাহৰলাল নেহৰু আৰু ছোভিয়েত ৰুছিয়া' ইতিমধ্যে ছপা হৈ ওলাইছে। 'মহৰ্ষি টলষ্টয় আৰু মহাত্মা গান্ধী' মোৰ অন্যতম পুথি।

লিও টলষ্টয় আৰু মহাত্মা গান্ধী দুজন বিশ্বৰ মহামানৱ। তেওঁলোক কোনো সময় বা দেশ বিশেষৰ নহয় -দুয়ো সকলো যুগৰ আৰু বিশ্বৰ। মহৰ্ষি আৰু মহাত্মা উভয়ৰে আত্মিক ভাবধাৰা, সত্যৰ প্ৰতি থকা একাগ্ৰতা আৰু সাৰ্বজনীন মানবীয়বোধৰ ওপৰত থকা অটল বিশ্বাসে তেওঁলোক বিশ্ব-বৰেণ্য পুৰুষ হিচাপে সমাদৃত হৈছে।

১৯৬৯ চনৰ গান্ধীজীৰ জন্ম-বাৰ্ষিকী আৰু ১৯৭৮ চনৰ টলষ্টয়ৰ ১৫০তম জন্ম-বাৰ্ষিকী সন্দৰ্ভত ছোভিয়েত যুনিয়ন আৰু ভাৰতত কেবাখনো মূল্যবান গ্ৰন্থ ওলাইছে আৰু দুয়োজনৰ মূল্যায়ন কৰাৰ বাবে উচ্চ পৰ্যায়ৰ আলোচনা-চক্ৰ আদি পতা হৈছে, পুণ্যভূমি ভাৰত আৰু সাম্যবাদী ৰুছিয়াৰ মাজত থকা ঐতিহাসিক আৰু মৌলিক পাৰম্পৰিক সদিচ্ছাৰো তাৰ দ্বাৰা দৃঢ় কৰা হৈছে।

অসমীয়া পঢ়ুৱৈ, বিশেষকৈ স্কুল-কলেজৰ শিক্ষাৰ্থীসকলক, টলষ্টয় আৰু গান্ধীজীৰ মহান আদৰ্শৰ লগত সাধাৰণভাৱে চিনাকি কৰি দিয়াৰ প্ৰয়াসে আৰু টলষ্টয়ৰ ১৫০তম জন্ম-বাৰ্ষিকীত সশ্ৰদ্ধ নিবেদন হিচাপে এই পুথিখন ৰাইজৰ আগত সদৰি কৰা হ'ল।

পুথিখনে অসমীয়া পঢ়ুৱৈ সমাজৰপৰা যৎকিঞ্চিৎমানো সমাদৰ লাভ কৰিলে লেখকৰ পৰিশ্ৰম কিছু সাৰ্থক হব।

পঞ্জাবৰ প্ৰাক্তন ৰাজ্যপাল, স্বাধীনতা-যুদ্ধৰ অন্যতম বিশিষ্ট নেতা আৰু গান্ধীবাদত পৰম বিশ্বাসী শ্ৰীমহেন্দ্ৰ মোহন চৌধুৰীদেৱে এই পুথিখনৰ 'আগকথা' লিখি লেখকক পৰম অনুগৃহীত কৰিছে। তাৰ বাবে মই তেওঁৰ ওচৰত পৰম কৃতজ্ঞতা জ্ঞাপন কৰিলো। গুৱাহাটী বিশ্ব-বিদ্যালয়ৰ জনকৃষ্টি বিভাগৰ অধ্যাপক আৰু যশস্বী লেখক ডক্টৰ প্ৰফুল্ল দত্ত গোস্বামীদেৱে হাতে লিখা অৱস্থাতে পুথিখন চাই-চিতি দিয়াৰ বাবে তেওঁৰ ওচৰত মই আন্তৰিক ধন্যবাদ যাচিছো। সবশেষত, 'অসম বুক ডিপো'ৰ স্বত্বাধিকাৰী বন্ধুবৰ শ্ৰীঅৰুণচন্দ্ৰ গুহদেৱে পুথিখনৰ প্ৰকাশৰ দায়িত্ব লোৱাৰ বাবে আৰু শ্ৰীসৰযূ প্ৰিণ্টিং ওৱাৰ্কছ ছপাশালৰ কৰ্মীবৃন্দৰ লগতে শ্ৰীবীৰেন্দ্ৰনাথ শৰ্মাদেৱে পুথিখনৰ প্ৰুফখিনি চাই অতি তাকৰীয়া সময়ৰ ভিতৰতে পুথিখনৰ ছপাকামত সহায় কৰি দিয়াত মোৰ অকৃত্ৰিম ধন্যবাদ জনাইছো।

'কাকতী নিলয়'<br>
হিল্চাইড ৰ'ড<br>
গুৱাহাটী—৭৮১০০৩<br>
১ বহাগ, ১৯০১ শক, (১৫ ৪.৭৯)

শ্ৰীসতীশ চন্দ্ৰ কাকতী

# আগ কথা

কাউণ্ট লিও টলষ্টয় আৰু মোহনদাস কৰমচাঁদ গান্ধীৰ নাম বিশ্ব-বিশ্রুত আৰু বহু সমাদৃত। এই মনীষী দুজন ইহ সংসাৰত নাই। আজিৰপৰা প্ৰায় সত্তৰ বছৰ আগত ( ৫ নবেম্বৰ, ১৯১০ ) লিও টলষ্টয়ৰ বিয়োগ ঘটে। তেওঁৰ বিয়োগৰ প্ৰায় ৩৮ বছৰৰ মূৰত প্ৰাৰ্থনা সভাত এজন আততায়ীৰ গুলীত গান্ধীজীয়ে প্ৰাণ হেৰুৱায় ( ৩০ জানুৱাৰী, ১৯৪৮ )। টলষ্টয় আৰু গান্ধীজীৰ মাজত কোনো ব্যক্তিগত পৰিচয় নাছিল। কিন্তু চিঠি-পত্ৰৰ যোগেদি এই দুজন মহামানৱৰ মাজত এনে এটা সম্বন্ধ আৰু সমন্বয় ঘটিছিল যে ইজনে আনজনক নিবিড়ভাৱে বুজি পাইছিল আৰু দুয়োৰো মাজত মত আৰু আদৰ্শৰ সাদৃশ্য দেখিছিল। টলষ্টয় আৰু গান্ধীজী উভয়ে আছিল সত্যৰ পৰম পূজাৰী, দুয়োজন আছিল অত্যন্ত মানৱদৰদী আৰু অহিংসবাদৰ পৰম প্ৰৱক্তা।

ঊনৈশ শতিকাৰ লিও টলষ্টয়ে সৃজনশীল আৰু প্ৰতিভাশালী লেখক হিচাপে বিশ্ব-বৰেণ্য সাহিত্যিকসকলৰ মাজত উচ্চ স্থান লাভ কৰিছিল। সমাজৰ মাজত থকা বিভিন্ন ধৰণৰ অসমতা আৰু জনগণৰ দাৰিদ্ৰ্যই এই মহান ৰুছ সাহিত্যিকজনক অতিষ্ঠ কৰি তুলিছিল। তেওঁ হীনতা, দীনতা আৰু পৰাধীনতাৰপৰা সম্পূৰ্ণভাৱে মুক্ত সমাজ স্থাপনৰ বাবে সপোন দেখিছিল। মানুহৰ নৈতিক আৰু আধ্যাত্মিক সততাৰ ওপৰত তেওঁৰ অকৃত্ৰিম বিশ্বাস আছিল আৰু তাৰ বুনিয়াদত এখন সমাজ স্থাপনৰ কল্পনা কৰিছিল। তেওঁৰ সৃজনীমূলক লিখনিত তেওঁৰ কল্পিত সমাজৰ ছবি এখন প্ৰকাশ হৈছিল। টলষ্টয়ৰ দৰে মোহনদাস কৰমচাঁদ গান্ধীয়েও শোষণমুক্ত আৰু ন্যায়ত প্ৰতিষ্ঠিত সমাজ ব্যৱস্থাৰ সপোন দেখিছিল যাক তেওঁ 'ৰামৰাজ্য' বুলি আখ্যা দিছিল। অহিংসবাদ আৰু মানৱ-প্ৰেমৰ যোগেদি মহাপৰাক্ৰমী সাম্ৰাজ্যবাদী বৃটিছৰ বিৰুদ্ধে ভাৰতৰ স্বাধীনতাৰ বাবে তেওঁৰ অভিনৱ আৰু সাৰ্থক যুদ্ধ বিশ্ব-ইতিহাসত অদ্বিতীয় ঘটনা বুলি স্বীকৃত হৈছে।

দক্ষিণ আফ্ৰিকাত গান্ধীজীয়ে যেতিয়া শ্বেতকায় আমোলৰ বিৰুদ্ধে নেতৃত্ব বহন কৰিছিল আৰু বৰ্ণ বৈষম্যৰ দৰে অন্যায়ৰ প্ৰতিৰোধ কৰিবলৈ অহিংস নীতি প্ৰয়োগ কৰিছিল, সেই সময়ত প্ৰথিতযশা ৰুছ সাহিত্যিক লিও টলষ্টয়ৰ কেবাখনো গ্ৰন্থ পঢ়ি পৰম মুগ্ধ হৈছিল, প্ৰকৃতাৰ্থক তেওঁ টলষ্টয়ৰ চিন্তা-ধাৰাৰ দ্বাৰা বহুখিনি প্ৰভাৱান্বিত হৈছিল। গান্ধীজীয়ে টলষ্টয়ক গুৰু হিচাপে স্বীকাৰ কৰিছিল। টলষ্টয়-গান্ধীৰ

সম্পৰ্ক গুৰু-শিষ্যৰ সম্পৰ্ক হিচাপে গঢ়ি উঠিছিল, যদিও ইজনে আনজনক ব্যক্তিগতভাৱে লগ পোৱা নাছিল। গান্ধীজীয়ে তেওঁৰ আত্ম-জীৱনী "মোৰ সত্য-অন্বেষণৰ কাহিনী"ত স্বীকাৰ কৰিছে যে 'আধুনিক জগতৰ তিনিজন পুৰুষে মোৰ জীৱনত দকৈ সাঁচ বহুৱাইছে। তেওঁলোকে মোৰ অন্তৰ জয় কৰিছে। ৰায়চাঁদ ভাইয়ে মোৰ জীৱন্ত সংস্পৰ্শেৰে, টলষ্টয়ে 'দি কিংডম্ অব গড উইদিন ইউ' নামৰ কিতাপখনেৰে আৰু ৰাস্কিনে 'আন টু দিছ্ লাষ্ট' কিতাপখনেৰে মোৰ অন্তৰ জয় কৰিছিল।'

কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰে গান্ধীজীৰ ৬৮তম জন্ম-বাৰ্ষিকী সন্দৰ্ভত লিখা প্ৰশস্তিত টলষ্টয়-গান্ধীৰ সম্পৰ্ক এইদৰে বৰ্ণনা কৰিছিল ঃ

"...খৃষ্টীয় ধৰ্মীয় শাস্ত্ৰ মতে স্বয়ং ভগৱানে নৰ-ৰূপ ধৰি এই সংসাৰত মানুহৰ পাপ আৰু দুখৰ বোজা নিজে বহন কৰিবলৈ উপজিছিল, পৰকালৰ কাৰণে অপেক্ষা কৰি থকা নাছিল। ক্ষুধাৰ্তক অন্ন আৰু বস্ত্ৰহীনক বস্ত্ৰ যোগান ধৰাত খৃষ্টান ধৰ্মই যিদৰে গুৰুত্ব আৰোপ কৰে, আন ধৰ্মই তেনেদৰে গুৰুত্ব আৰোপ নকৰে। বদান্যতা, পৰোপকাৰ, আৰু আন তেনে কাম কৰাৰ বাবে আমাৰ দেশৰ ধৰ্ম-বোৰতো বিধান আছে, কিন্তু কাযক্ষেত্ৰত সেইবোৰ ঠেক পৰিধিত আবদ্ধ কৰি ৰখা হয়। আমাৰ বাবে বৰ সৌভাগ্যৰ কথা যে গান্ধীজীয়ে খৃষ্টৰ বাণী ব্যৱহাৰিকভাৱে গ্ৰহণ কৰিবলৈ সক্ষম হৈছিল। সন্তোষৰ বিষয় যে খৃষ্টান ধৰ্মৰ কথা তেওঁ কোনো ব্যৱসায়িক ধৰ্ম-প্ৰচাৰকৰপৰা শিকা নাছিল, এই বিষয়ত তেওঁ টলষ্টয়ক শিক্ষা-গুৰু হিচাপে পাইছিল যিজনে নিজৰ জীৱন-সংগ্ৰামৰ বিভিন্ন অভিজ্ঞতাৰপৰা অহিংসনীতিৰ মূল্য হৃদয়ঙ্গম কৰিছিল।"

উল্লেখযোগ্য যে টলষ্টয় যেতিয়া বৃদ্ধ অৱস্থাত আৰু মৃত্যুৰ দুৱাৰদলিত উপস্থিত হৈছিল, তেতিয়া গান্ধীজীৰ বাজহুৱা জীৱনৰ কৰ্মক্ষেত্ৰ দক্ষিণ আফ্ৰিকাতেই সীমাবদ্ধ আছিল। টলষ্টয়ৰ মৃত্যুৰ প্ৰায় পাঁচ বছৰৰ পাছত গান্ধীজী ১৯১৫ চনত ভাৰতলৈ প্ৰত্যাৱৰ্তন কৰি অহিংস নীতি প্ৰয়োগ কৰাৰ বাবে এখন বৃহত্তৰ কৰ্মক্ষেত্ৰ পাইছিল আৰু দেশৰ স্বাধীনতাৰ বাবে হোৱা আন্দোলনৰ নেতৃত্ব বহন কৰিছিল। স্বাভাৱিকতে গান্ধীজীয়ে অহিংস নীতিৰ কৌশল কিভাৱে ব্যৱহাৰ কৰিছিল আৰু মানৱ-প্ৰেমৰ বাণীৰে ভাৰতীয় জনগণক উদ্বুদ্ধ কৰিছিল তাক বুঢ় সাহিত্যিকজনে দেখা নাপালে, দেখা পোৱা হলে লিও টলষ্টয়ে গান্ধীজীৰ অন্তৰালত তেওঁৰ আদৰ্শৰ বাস্তৱৰূপ প্ৰতিবিম্বিত হোৱা বুলি ভাবিলেহেঁতেন।

বৰ্তমান সময়ত মানৱ জাতি এটা গুৰুতৰ সংকটত উপস্থিত হৈছে। বিভিন্ন ৰাষ্ট্ৰৰ মাজত হিংসা আৰু অবিশ্বাস বৃদ্ধি পাইছে, যুদ্ধৰ বাবে মাৰাত্মক অস্ত্ৰ-শস্ত্ৰৰ প্ৰতিযোগিতা কৰি বৃহৎ শক্তিসমূহে গোপনভাৱে সমৰ-প্ৰস্তুতি কৰিছে আৰু তাৰ ফলত

আন্তৰ্জাতিক উত্তেজনাৰ সৃষ্টি হৈছে। সমাজৰ বিভিন্ন স্তৰতো গঢ়ি উঠা অসূয়া আৰু কন্দলে মানৱজাতিৰ মাজৰ সম্প্ৰীতি বিপদাপন্ন কৰিছে। এনে সংকটকালত লিও টলষ্টয় আৰু মহাত্মা গান্ধীৰ মানৱীয়তাবোধ আৰু অহিংসবাদৰ সংগতি ব্যক্তিগত আৰু ৰাষ্ট্ৰীয় জীৱনত চিন্তাশীল যি কোনো ব্যক্তিয়ে নুই কৰিব নোৱাৰে। সেই কাৰণে প্ৰত্যেক ব্যক্তি আৰু ৰাষ্ট্ৰই এই দুগৰাকী মানৱদৰদী পুৰুষৰ আদৰ্শ আৰু মতবাদৰ লগত নিবিড়ভাৱে পৰিচয় হোৱাটো একান্ত আৱশ্যক। সুখৰ বিষয়, লিও টলষ্টয়ৰ ১৫০তম জন্ম-বাৰ্ষিকী বছৰত (১৯৭৮-৭৯) এই বুছ মনীষীজনৰ বিষয়ে ভাৰতবৰ্ষ আৰু ছোভিয়েত য়ুনিয়নত যথেষ্ট চৰ্চা হৈছে আৰু তেওঁৰ মতবাদ সুধীসমাজত সমাদৃত হৈছে। দহ বছৰ আগত মহাত্মা গান্ধীৰ জন্ম-শতবাৰ্ষিকী বছৰত (১৯৬৯-৭০) ছোভিয়েত য়ুনিয়ন আৰু ভাৰতবৰ্ষত গান্ধী-দৰ্শন আৰু তেওঁৰ কৰ্ম-পদ্ধতিৰ ওপৰত বিস্তৃত আলোচনা হৈছে আৰু গান্ধীজীৰ প্ৰতি বুছ জনগণৰ শ্ৰদ্ধা প্ৰকাশ পাইছে। দুয়োখন দেশৰ প্ৰায় নৱৈ কোটি লোকে টলষ্টয় আৰু গান্ধীজীৰ আদৰ্শৰ মাধ্যমেৰে বুছ-ভাৰতৰ বন্ধুত্বৰ যোগসূত্ৰ স্থাপন কৰিবলৈও সুযোগ পাইছে।

প্ৰবীণ সাংবাদিক শ্ৰীসতীশচন্দ্ৰ কাকতীয়ে 'মহৰ্ষি টলষ্টয় আৰু মহাত্মা গান্ধী' শীৰ্ষক পুথিখন অসমীয়া ভাষাত সংকলন কৰি এই বিশ্ব-বৰেণ্য ব্যক্তি দুজনৰ মানৱ-প্ৰেম আৰু অহিংসবাদৰ ওপৰত থকা পৰম বিশ্বাস আৰু ধ্যান-ধাৰণা অসমীয়া পঢ়ুৱৈ সমাজৰ আগত দাঙি ধৰিছে। এইটো বৰ সন্তোষৰ কথা। অসমীয়া ভাষাত টলষ্টয় আৰু গান্ধীজীৰ বিষয়ে এনে পুথি আজিলৈকে প্ৰকাশ হোৱা নাছিল। মোৰ বিশ্বাস, বৰ্তমান যুগৰ বিশেষকৈ নতুন পুৰুষসকলে বিখ্যাত বুছ সাহিত্যিক লিও টলষ্টয় আৰু ভাৰতৰ জাতিৰ জনক মহাত্মা গান্ধীৰ বিষয়ে সম্যক বুজ পোৱাত এই পুথিখনে কিছু সহায় কৰিব। তাৰ লগতে বুছ-ভাৰত বন্ধুত্বৰ ক্ষেত্ৰত বৰঙণি যোগাবলৈ তেওঁলোকক উৎসাহিত কৰিব। দৈহিকভাৱে টলষ্টয় আৰু গান্ধীজী আমাৰ মাজত নাই সঁচা, কিন্তু এই দুগৰাকী মনীষীৰ বাণী সৰ্বকালৰ বাবে অক্ষত হৈ থাকিব বুলি মোৰ দৃঢ় ধাৰণা।

ৰিহাবাৰী,
গুৱাহাটী,
১৪ বহাগ, ১৯০১ শকাব্দ।

**শ্ৰীমহেন্দ্ৰমোহন চৌধুৰী**
( প্ৰাক্তন ৰাজ্যপাল, পঞ্জাব )

# প্ৰশস্তি

"If he ( Leo Tolstoy ) were a fish, his home certainly be the ocean, he would never swim in the island seas, still less in rivers. Small fry are darting around ; what he says cannot interest them, they do not need it, and his silence does not frighten them and affect them in any way. And he knows how to be silent imposingly and ably like a real hermit. True, he speaks a good deal on the subjects that obsess him, but one feels there is still more that he does not say. There are things that he cannot say to anybody. He probably has thoughts which he feels." —*MAXIM GORKY*

"তেওঁ ( লিও টলষ্টয় ) মাছ হোৱাহেঁতেন তেওঁ মহাসাগৰত বাস কৰিলেহেঁতেন, দ্বীপৰ ওচৰৰ সাগৰত তেওঁ কেতিয়াও নাসাঁতুৰিলেহেঁতেন , নদীত তো নাথাকিলেহেঁতেন। ক্ষুদ্ৰ মাছবোৰে চাৰিওফালে ওপঙি ফুৰে , তেওঁ কোৱা কথাৰ প্ৰতি সিহঁতৰ মন নাই, সিহঁতক সেইবোৰ নালাগে আৰু তেওঁৰ মৌনতাই কোনো প্ৰকাৰে সিহঁতক স্পৰ্শ নকৰে। আৰু প্ৰকৃত মুনিৰ দৰে তেওঁ গম্ভীৰ আৰু নিপুণভাৱে নীৰৱ হৈ থাকিব জানে। তেওঁৰ মনত লগা কথাৰ বিষয়ে বহুখিনি কয়, কিন্তু তেওঁ বহুত কথা নকয় যেন অনুভৱ হয়। বোধ হয়, তেওঁৰ মনত বহুত চিন্তা আছে।" —**মেক্সিম গোৰ্কি**

"He (Gandhiji) was like a powerful fresh air that made us stretch ourselves and take deep breaths, like a beam of light that pierced the darkness and removed the scales from our eyes, like a whirlwind that upset many many things but most of all the working of all people's minds. He did not descend from the top ; he seemed to emerge from the millions of India, speaking their language and incessantly attentive to them and their appalling conditions. Get off the backs of these peasants and workers, he told us, all of you who live by their exploitation ; get rid of the system that produces this poverty." —*JAWAHARLAL NEHRU*

"তেওঁ ( গান্ধীজী ) স্নিগ্ধকৰ বায়ুৰ দৰে আছিল আৰু তাৰ দ্বাৰা আমি নিজক বহলাই লৈ গভীৰ নিঃশ্বাস লৈছিলো ; তেওঁ জ্যোতিৰ জিলিকনি আছিল আৰু সেয়ে অন্ধকাৰৰ মাজেদি আমাৰ চকুৰ ঢাকনি আঁতৰ কৰিছিল , তেওঁ বা'মাৰলীৰ দৰে বহুত বিষয় ওলট-পালট কৰি দিছিল আৰু তাৰ ভিতৰত আছিল সকলো মানুহৰ মনৰ দৃষ্টিভংগী। তেওঁ ওপৰৰপৰা অহা নাছিল , ভাৰতৰ অগণন লোকৰ মাজৰপৰা অহা এজন আছিল আৰু তেওঁ জনগণৰ ভাষাৰে কথা কৈছিল আৰু অহৰহ তেওঁলোকৰ প্ৰতি, তেওঁলোকৰ দুখ-দুৰ্গতিৰ প্ৰতি মনোযোগ দিছিল। তেওঁ আমাক কৈছিল—তোমালোকে যিসকলে তেওঁলোকক শোষণ কৰি বৰ্তি আছে এই কৃষক আৰু শ্ৰমিকসকলৰ ফালে পিঠি দি নাথাকিবা , যি ব্যৱস্থাই তেওঁলোকৰ দৰিদ্ৰতা আৰু দুৰৱস্থা আনিছে তাক দূৰ কৰা।

—**জৱাহৰলাল নেহৰু**

আন্তৰ্জাতিক শিশু-বৰ্ষ

উপলক্ষে

: মোৰ নাতি আৰু নাতিনী :

পাঞ্চালী আৰু পল্লৱী

*

সঞ্জীৱ আৰু সঙ্গীতা

*

নিবেদিতা আৰু অমিতাভ

*

ৰাজদীপৰ

হাতত

আশীৰ্বাদৰ মৌ-কোঁহ

শ্ৰীসতীশ চন্দ্ৰ কাকতী

## কৃতজ্ঞতাৰ অৰ্ঘ্য

এই পুথি সংকলন কৰাত যিসকলৰ ৰচনা, গ্ৰন্থ আৰু প্ৰবন্ধৰ সহায় লোৱা হৈছে আৰু সমল আহৰণ কৰি ইয়াত উল্লেখ বা উধৃতি দিয়া হৈছে তেওঁলোকৰ নাম আৰু গ্ৰন্থ আদিৰ তালিকা গ্ৰন্থপঞ্জীত দিযা হৈছে। তেওঁলোকৰ প্ৰতি লেখকৰ কৃতজ্ঞতা জনোৱা হ'ল। ইয়াত লিও টলষ্টযৰ যিখন ছবি সন্নিবিষ্ট কৰা হৈছে সেই ছবিখন ছোভিয়েত য়ুনিয়নৰ কলিকতাস্থ কনচাল জেনেৰেলৰ সংবাদ বিভাগৰপৰা পোৱা হৈছে। এই ছবিখনৰ বাবে সংশ্লিষ্ট কৰ্তৃপক্ষৰ ওচৰত লেখক ঋণী থাকিল।

# সূচীপত্ৰ

## প্ৰথম খণ্ড



## দ্বিতীয় খণ্ড

# প্ৰথম খণ্ড

## প্ৰথম অধ্যায়

### পুণ্যভূমি ভাৰত

প্ৰাক্ ঐতিহাসিক যুগৰপৰা ভাৰতবৰ্ষ পুণ্যভূমি হিচাপে জনাজাত। ভাৰতবৰ্ষৰ প্ৰাচীন সাহিত্য, দৰ্শন, সংস্কৃতি আৰু সভ্যতা পৃথিৱীৰ পণ্ডিত আৰু চিন্তাশীল লোকৰপৰা সমাদৃত হৈ আহিছে। দুখন ভাৰতীয় মহাকাব্য--ৰামায়ণ আৰু মহাভাৰতৰ দিনৰপৰা এই পুণ্যভূমিত যুগে যুগে অৱতাৰী পুৰুষসকলে জন্মগ্ৰহণ কৰি সত্যৰ বাণী প্ৰচাৰ কৰি ভাৰতীয় মহান আদৰ্শৰ ধ্বজা উৰুৱাই আহিছে। এই ভাৰত ভূমিত জন্মগ্ৰহণ কৰিছিল শ্ৰীৰামচন্দ্ৰ, শ্ৰীকৃষ্ণ, ভগৱান বুদ্ধ, শ্ৰীমৎ শঙ্কৰাচাৰ্য গুৰু নানক, মহাপুৰুষ শঙ্কৰদেৱ, চৈতন্যদেৱ, ৰামকৃষ্ণ পৰমহংস, স্বামী বিবেকানন্দ আৰু কুৰি শতিকাৰ মহামানৱ মহাত্মা গান্ধী। সেয়েহে পূৰ্ণব্ৰহ্ম শ্ৰীকৃষ্ণই গীতাত কৈছে ঃ

> যদা যদাহি ধৰ্মস্য গ্লানিৰ্ভৱতি ভাৰত।
> অভ্যুত্থানমধৰ্মস্য তদাত্মানং সৃজাম্যহম্ ॥
> পৰিত্ৰাণায় সাধূনাং বিনাশয় চ দুষ্কৃতাম্।
> ধৰ্ম সংস্থাপনাৰ্থায় সম্ভৱামি যুগে যুগে ॥

যেতিয়াই পৃথিৱীত অন্যায়, অবিচাৰ আৰু আন প্ৰকাৰৰ গ্লানিযে দেখা দিছে তেতিয়াই মহাপুৰুষ এজন আবিৰ্ভাৱ হৈ তাৰ বিৰুদ্ধে সমাজক, ৰাষ্ট্ৰক আৰু আন সকলোকে জাগ্ৰত কৰি ন্যায়ৰ হকে যুঁজ দিবলৈ উৎসাহিত কৰিছিল। ভাৰতৰ আখ্যান-উপাখ্যান আৰু প্ৰাচীন গ্ৰন্থবোৰত বিশেষভাৱে তাৰ প্ৰচুৰ প্ৰমাণ পোৱা যায়। ৰামায়ণ মহাকাব্যৰ শ্ৰীৰামচন্দ্ৰৰ লংকা অভিযান তাৰ জ্বলন্ত উদাহৰণ। লংকেশ্বৰ ৰাৱণে সীতা হৰণৰ দ্বাৰা যি অন্যায় কাম কৰিছিল তাৰ প্ৰত্যুত্তৰ স্বৰূপে শ্ৰীৰামচন্দ্ৰই নানা লাঞ্ছনাৰ মাজেদি দিন অতিবাহিত কৰাৰ পাছত ৰাৱণৰ লগত যুঁজ কৰিছিল আৰু 'সত্যৰ সদায় জয়' এই মহামন্ত্ৰ বাস্তৱত ৰূপায়িত কৰিছিল। শ্ৰীৰামচন্দ্ৰৰ জীৱন আদৰ্শ সৎ জীৱনৰ প্ৰতীক।

ভাৰতৰ অন্যতম মহাকাব্য মহাভাৰতত বৰ্ণিত কুৰু-পাণ্ডৱৰ যুদ্ধখনেও ভাৰতীয় দৰ্শন তথা সত্য প্ৰতিষ্ঠাৰ আদৰ্শৰ কীৰ্তিস্তম্ভ যুগমীয়া কৰি ৰাখিছে। প্ৰকৃতাৰ্থত,

এই যুদ্ধথন আছিল ন্যায় বনাম অন্যায়ৰ। কৌৰৱসকলে পাণ্ডৱসকলৰ প্ৰতি যি অন্যায় আৰু অবিচাৰ কৰিছিল তাৰ বিৰুদ্ধে পাণ্ডু-পুত্ৰসকলে যুদ্ধত অৱতীৰ্ণ হ'ব লগাত পৰিছিল। কিন্তু পাণ্ডু-পুত্ৰ অৰ্জুনে যুদ্ধস্থলিত তেওঁৰ আত্মীয়-বন্ধু কৌৰৱসকলৰ বিৰুদ্ধে অস্ত্ৰধাৰণ কৰিবলৈ ইতস্ততঃ কৰিছিল। অৰ্জুনৰ মন এনেদৰে পীড়িত আৰু ব্যথিত হৈ পৰিছিল যে তেওঁ যুদ্ধৰ আগ মুহূৰ্তত এটা পৰম বিবেক-যুদ্ধত উপস্থিত হোৱা যেন অনুভব কৰি কিংকৰ্তব্যবিমূঢ় অৱস্থাত পৰিছিল। আত্মীয়-স্বজন, বন্ধু-বান্ধৱক যুদ্ধক্ষেত্ৰত হত্যা কৰি তেওঁ কি শান্তি লাভ কৰিব ? তেওঁ যুদ্ধত জয়লাভ কৰি কি পাব ? তেওঁৰ যুদ্ধৰ উদ্দেশ্য সত্যৰ ওপৰত প্ৰতিষ্ঠিত নে ? যুদ্ধত জয়লাভৰপৰা যুদ্ধজনিত বিভীষিকা, ক্ষতি আৰু হত্যাকাণ্ডৰপৰা কি ফল পোৱা যাব ? অৰ্জুনৰ মনত উদ্ভৱ হোৱা এইবোৰ প্ৰশ্নই তেওঁৰ কৰ্তব্যৰ পথত ডাঙৰ হেঙাৰ হৈ উঠিছিল আৰু নিজকে কৰ্তব্যভ্ৰষ্ট হোৱা বুলি অনুভব কৰিছিল। অৰ্জুনৰ এই মানসিক দ্বন্দ্বৰ সময়ত শ্ৰীকৃষ্ণই যুক্তিৰ বলেৰে পাণ্ডু-পুত্ৰ অৰ্জুনক কৌৰৱ-সকলৰ বিৰুদ্ধে শেহত অস্ত্ৰ ধৰিবলৈ মান্তি কৰিছিল। এই সন্দৰ্ভত শ্ৰীকৃষ্ণ আৰু অৰ্জুনৰ কথোপকথনে গীতাৰ সাৰ কথা। ন্যায়ৰ কাৰণে হিংসা প্ৰয়োগ কৰাৰ যুক্তি গীতাত সম্পূৰ্ণভাৱে পোৱা যায়। ধৰ্ম আৰু চিন্তাৰ নায়কসকলে গীতাৰ মৰ্ম বিভিন্ন প্ৰকাৰে ব্যাখ্যা কৰিছে। কিন্তু অধৰ্ম, অন্যায় আৰু অবিচাৰৰ বিৰুদ্ধে গীতাই যে মানুহক উদ্বুদ্ধ কৰিছিল সেই বিষয় গীতাৰ ভাষ্যকাৰ সকলৰ দ্বিমত নাই। আনহাতে, এনে চিন্তাশীল আৰু মনীষী আছে যিসকলে গীতাত অহিংসবাদৰ মূলতত্ত্বও বিচাৰি পাইছে। এনে লোকসকলৰ মাজত মহাত্মা গান্ধীৰ নাম উল্লেখ কৰিব পাৰি। প্ৰকৃততে গীতাৰ মৰ্ম উপলব্ধি কৰি গান্ধীজীয়ে অহিংসবাদৰ ভেটি বান্ধিছিল। তেওঁ হৃদয়ঙ্গম কৰিছিল যে গীতাৰ বাণী কোনো প্ৰকাৰে সাম্প্ৰদায়িক নাছিল, যদিও গীতা এখন হিন্দু গ্ৰন্থ। কোনো চিন্তাবিশেষৰ পণ্ডিত শ্ৰেণীৰ কাৰণে গীতাৰ প্ৰবচনবোৰ ৰচিত নহয় বুলি গান্ধীজীয়ে অনুভব কৰিছিল, গীতাৰ সাৰগৰ্ভ উপদেশবোৰ সাৰ্বজনীনভাৱে মুকলি বুলি তেওঁ বিশ্বাস কৰিছিল। গীতাৰ এই সাৰ্বজনীন আৰু উদাৰ মৰ্মৰ কাৰণে গীতা সকলো সম্প্ৰদায়, সকলো স্তৰৰ লোক আৰু সকলো দেশৰ পক্ষে গ্ৰহণীয় আৰু প্ৰিয়।

ৰামায়ণ আৰু মহাভাৰতৰ ৰচনাকাল সম্পৰ্কে কোনো পণ্ডিতে সঠিক সময় নিৰ্ধাৰণ কৰিব পৰা নাই। এই বিষয়ত ভাৰতীয় আৰু য়ুৰোপীয় পণ্ডিতসকলৰ মাজত মতানৈক্য আছে। তথাপি এইটো নিঃসন্দেহে ক'ব পাৰি যে প্ৰাচীন ভাৰতত ৰামায়ণ আৰু মহাভাৰতৰ উপৰিও সেই সময়ৰ চিন্তাশীল পণ্ডিতসমাজে বিভিন্ন কাব্য, নাটক, উপন্যাস আদি সৃষ্টি কৰিছিল। প্ৰাচীনকালৰ এনেবোৰ গ্ৰন্থই ভাৰতীয় সাহিত্য

আৰু জ্ঞানৰ অফুৰন্ত ভাণ্ডাৰৰ স্বাক্ষৰ বহন কৰি আনিছে। প্ৰাচীনকালৰ ভাৰতীয় জ্ঞানবিশিষ্ট আৰু সত্যসন্ধানী মহাপুৰুষ আৰু লেখকসকলৰ পাছত পুণ্য ভাৰতত আন এজন মহাপুৰুষৰ আবিৰ্ভাব হৈছিল যিজনৰ আদৰ্শ পৃথিবীৰ বিভিন্ন দেশত আজিও উদ্ভাসিত হৈ আছে। এৱেঁই আছিল গৌতম বুদ্ধ। গৌতমে জন্মগ্ৰহণ কৰিছিল ক্ষত্ৰিয় যুঁজাৰু বংশত। প্ৰায় ২৫০০ বছৰ পূৰ্বে কুসংস্কাৰেৰে পৰিপুষ্ট যি অনুষ্ঠান আৰু আচাৰ-ব্যৱহাৰৰ যোগেদি এজনে আন এজনক ভুল পথেৰে পৰিচালিত কৰিছিল আৰু তাৰ দ্বাৰা নিজ স্বাৰ্থ পূৰণ কৰিছিল তাক বুদ্ধই কঠোৰভাৱে আক্ৰমণ কৰিছিল আৰু অলৌকিক আদেশ আৰু প্ৰথাৰ তীব্ৰ নিন্দা কৰিছিল। যুক্তি আৰু বিচাৰ বিবেচনাৰ ওপৰত নিৰ্ভৰ কৰি প্ৰকৃত সত্য নিৰূপণ কৰিবলৈ বুদ্ধই মানুহৰ প্ৰতি আহ্বান জনাইছিল। যিবোৰ নীতি তেওঁৰ মানত শুদ্ধ আছিল, সেইবোৰত তেওঁ গুৰুত্ব দিছিল আৰু জনসমাজক তাৰ দ্বাৰা উদ্বুদ্ধ হবলৈ উৎসাহিত কৰিছিল। সকলো ক্ষেত্ৰত তেওঁ মনস্তত্ত্বমূলক বিশ্লেষণৰ দ্বাৰা পৰিচালিত হোৱাৰ সপক্ষে মত দিছিল। কল্পনাপ্ৰসূত আধ্যাত্মিক কথাবোৰক তেওঁ বন্ধ কোঠালিত দূষিত বায়ু বুলি জ্ঞান কৰিছিল। বুদ্ধৰ শিক্ষা আছিল শৈল-শিখৰৰপৰা অহা নিৰ্মল মলয়াৰ দৰে সুন্দৰ আৰু পৱিত্ৰ।

বুদ্ধই জাতিভেদ প্ৰথাৰ পোনপটীয়াভাৱে বিৰোধিতা কৰা নাছিল। সম্ভৱতঃ তেওঁৰ সময়ত ভাৰতত জাতিভেদ প্ৰথাৰ প্ৰকোপ কম আছিল। কিন্তু তেওঁৰ আদৰ্শ আৰু কৰ্মপদ্ধতিত জাতিভেদক কিঞ্চিৎমানো ঠাই নিদিছিল। মুঠৰ ওপৰত গৌতম বুদ্ধৰ আদৰ্শ আৰু কাৰ্যকলাপে মানৱজাতিক সত্যপথৰ সন্ধানী হবলৈ উৎসাহ যোগাইছিল। তেওঁৰ উপদেশাৱলীক অষ্টাংগ মাৰ্গ বুলি কোৱা হয়। এই মাৰ্গত সত্য মত, সত্য প্ৰতিজ্ঞা, সৎ বাক্য, সৎ পৰিচালনা, সৎ জীৱিকা, সৎ চেষ্টা, সৎ মনোযোগ আৰু সৎ চিন্তা অন্তৰ্ভুক্ত কৰা আছে। ভাৰতবৰ্ষ বুদ্ধৰ জন্মভূমি আৰু তেওঁৰ মত প্ৰচাৰৰ প্ৰথম স্থান আছিল যদিও, তেওঁৰ ধৰ্ম ভাৰতৰ বাহিৰতো সম্প্ৰসাৰণ হৈছিল। সম্প্ৰতি বৌদ্ধধৰ্মৰ প্ৰভাৱ ভাৰতৰ বাহিৰত অধিক, বিশেষকৈ চীন, জাপান আৰু দক্ষিণ-পূব এচিয়াৰ দেশবোৰত বৌদ্ধধৰ্মী লোকৰ সংখ্যা বেছি, পৃথিবীত সম্প্ৰতি পাঁচিশ কোটি লোক বৌদ্ধধৰ্মী। ভাৰতৰ বৌদ্ধধৰ্মী লোকৰ সংখ্যা আপেক্ষিকভাৱে কম যদিও, নব-ভাৰতে স্বাধীনতাৰ পাছত বৌদ্ধধৰ্মত দীক্ষিত সম্ৰাট অশোকৰ দিনৰ চক্ৰক চৰকাৰী প্ৰতীক হিচাপে গ্ৰহণ কৰিছে। কলিংগ যুদ্ধৰ পাছত হিংসা আৰু যুদ্ধৰ পৰিবৰ্তে সম্ৰাট অশোকে বাষ্ট্ৰত বৌদ্ধৰ আদৰ্শ প্ৰতিষ্ঠিত কৰিবলৈ স্থিৰ কৰিছিল। 'সত্যমেৱ জয়তে' এই বাণীকো স্বাধীন ভাৰতৰ চৰকাৰে গ্ৰহণ কৰিছে। জাতিৰ জনক মহাত্মা গান্ধী বুদ্ধৰ আদৰ্শৰ দ্বাৰা অত্যন্ত প্ৰভাৱান্বিত হৈছিল, কাৰণ গান্ধীজীয়ে

যি সত্য আৰু ন্যায় তাকেহে গ্ৰহণ কৰিছিল আৰু আনেও সত্য আৰু ন্যায়ক ব্যক্তিগত আৰু সামূহিক জীৱনত প্ৰযোজ্য কৰাটো তেওঁ বিচাৰিছিল। মানৱ আৰু ৰাষ্ট্ৰীয় জীৱনৰপৰা হিংসোবাদ আৰু অসত্য দূৰ কৰাৰ বাবে তেওঁৰ জীৱনৰ সকলো স্তৰতে গান্ধীজীয়ে চেষ্টা কৰিছিল।

বুদ্ধৰ পাছত পুণ্য ভাৰতত কেবাজনো ধৰ্ম আৰু সমাজ সংস্কাৰকৰ জন্ম হৈছিল। তেওঁলোকৰ প্ৰত্যেকেই ধৰ্মৰ নামত প্ৰচলিত অন্যায় ব্যৱস্থাৰপৰা সমাজ মুক্ত কৰি জনসমাজক শুদ্ধ পথত পৰিচালিত কৰাৰ বাবে প্ৰচেষ্টা হাতত লৈছিল। অষ্টম শতিকাৰ এনে এজন সংস্কাৰক আছিল শ্ৰীমৎ শঙ্কৰাচাৰ্য। এওঁ শান্ত আৰু এজন পৰম জ্ঞানী পুৰুষ আছিল। তেওঁৰ জন্মৰ প্ৰায় তিনিশ বছৰৰ পাছত আন এজন সংস্কাৰকৰ জন্ম হৈছিল—ৰামানুজ। শঙ্কৰাচাৰ্য আৰু ৰামানুজৰ মাজত ধৰ্মীয় মতৰ পাৰ্থক্য আছিল যদিও, দুয়োজনে হিন্দু সমাজৰপৰা কুসংস্কাৰ দূৰীকৰণত একমত আছিল। ৰামানুজ বৈষ্ণৱ আছিল আৰু তেওঁৰ বৈষ্ণৱ মত ভাৰতৰ বহু ঠাইত প্ৰসাৰ লাভ কৰিছিল।

চতুৰ্দশ শতিকাত ভাৰতবৰ্ষত এটা নতুন চৈতন্য পৰিলক্ষিত হয়। নানা ঐতিহাসিক কাৰণত, বিশেষকৈ ভাৰতত মুছলমানৰ আক্ৰমণ আৰু আমোলৰ পৰিপ্ৰেক্ষিতত, সেই সময়ত হিন্দু সমাজত ধৰ্মৰ চৰম অৱনতি হবলৈ ধৰে। এচাম লোক ধৰ্মৰ নামত স্বেচ্ছাচাৰী হৈ পৰে, ধৰ্মৰ বিকৃত ব্যাখ্যা কৰি তলৰ শ্ৰেণীৰ লোকক শোষণ কৰিবলৈ ধৰে আৰু ভুল পথত পৰিচালিত কৰে। খুব সম্ভৱ এনে পৰিস্থিতিৰ কাৰণ আছিল পশ্চিমফালৰপৰা বিদেশীৰ একাধিক আৰু প্ৰবল আক্ৰমণ আৰু প্ৰব্ৰজন যাৰ ফলত সামাজিক বিশৃংখলতা আৰু ধৰ্মৰ নামত ব্যাভিচাৰৰ পৰোত্তৰ হৈছিল। এনে সমাজত ভাৰতৰ বিভিন্ন ঠাইত কেবাজনো মহাপুৰুষৰ আবিৰ্ভাৱ হয় আৰু তেওঁলোকে সমাজসংস্কাৰক হিচাপে খ্যাতি লাভ কৰে। চতুৰ্দশ শতিকাৰ দক্ষিণ ভাৰতত ৰামানন্দ আছিল এনে এজন খ্যাতনামা সংস্কাৰক। জাতিভেদ প্ৰথাৰ বিৰুদ্ধে তেওঁ প্ৰচাৰকাৰ্য হাতত লৈছিল আৰু এনে প্ৰথাৰ তেওঁ সম্পূৰ্ণ বিৰোধিতা কৰিছিল। তেওঁৰ সংস্কাৰমুখী আন্দোলনত হিন্দুৰ বাহিৰেও আন সম্প্ৰদায়ৰ লোক অনুগামী হৈছিল। তেনে লোকৰ মাজত কবীৰ অন্যতম আছিল, কবীৰ জাতত মুছলমান হৈও ৰামানন্দৰ আদৰ্শ সম্পূৰ্ণভাবে সমৰ্থন কৰিছিল আৰু নিজে ৰামানন্দৰ প্ৰধান শিষ্য হৈ পৰিছিল। কবীৰে হিন্দী ভাষাত গীত ৰচনা কৰি উত্তৰ ভাৰতত ৰামানন্দৰ বাণী প্ৰচাৰ কৰিছিল। কবীৰৰ গীতবোৰ গাৱলীয়া লোকৰ মাজত বিশেষকৈ জনপ্ৰিয় হৈছিল আৰু তাৰ জনপ্ৰিয়তা মাৰ যোৱা নাই।

পঞ্চদশ শতিকাৰ আন এজন ধৰ্ম প্ৰচাৰক গুৰু নানক। এওঁৰ প্ৰচাৰিত ধৰ্ম শিখধৰ্ম নামেৰে জনাজাত। গুৰু নানকে তেওঁৰ সত্যধৰ্মত, নিৰ্মল জীৱন

নির্বাহ কৰিবলৈ উপদেশ দিছিল, হিন্দু-মুছলমানৰ মাজত সম্প্ৰীতি আৰু সদ্ভাৱ গঢ়ি তোলাত নানকে গুৰুত্ব দিছিল। তেওঁ এখন ৰাজহুৱা সভাত কৈছিল, 'মই ইয়াত হিন্দু-মুছলমান দেখা নাই, কেৱল মানুহহে দেখিছোঁ।' গুৰু নানকৰ বাণীত মানৱপ্ৰেম আৰু সৎ জীৱন যাপন কৰাৰ প্ৰয়োজনীয়তাত প্ৰাধান্য দিয়া দেখা যায়। তেওঁৰ ধৰ্মৰ লগত দক্ষিণ আৰু পূৰ্ব-ভাৰতৰ প্ৰচাৰিত বৈষ্ণৱ ধৰ্মৰ মিল পোৱা যায়। কিন্তু শিখ ধৰ্মই পাছত অন্যৰূপ লয় আৰু নানকৰ দ্বাৰা প্ৰতিষ্ঠিত গুৰুদ্বাৰবোৰত দুৰ্নীতিয়ে প্ৰবেশ কৰে। তেনে দুৰ্নীতি দূৰীকৰণৰ প্ৰয়াসে আকালি নামৰ সন্থা গঠিত হয়, কিন্তু আকালি দলৰ কাৰ্যকলাপ ৰাজনীতিৰপৰা শেহত দূৰত থাকিব নোৱাৰিলে। তথাপি গুৰু নানকৰ প্ৰচাৰিত ধৰ্ম যে মানৱতা আৰু সমাজ ধৰ্মৰ আধাৰত প্ৰতিষ্ঠিত আছিল আৰু সম্পূৰ্ণভাৱে অস্পৃশ্যতাৰ পৰা মুক্ত আছিল তাক কোনেও অস্বীকাৰ কৰিব নোৱাৰে।

বংগদেশৰ শ্ৰীচৈতন্যদেৱ ( ১৪৮৫-১৫৩৩ ) আন এজন সংস্কাৰক যাৰ বাণীয়ে সেই সময়ত বিশেষ আলোড়ন সৃষ্টি কৰিছিল। তেওঁ এজন খ্যাতনামা পণ্ডিত আছিল, কিন্তু এদিন তেওঁ হঠাত অনুভব কৰিলে যে তেওঁৰ পাণ্ডিত্যৰ কোনো অৰ্থ নাই। সেই কাৰণে ধৰ্মৰ পথ অৱলম্বন কৰি বৈষ্ণৱধৰ্মী হবলৈ সিদ্ধান্ত লয় আৰু সুমধুৰ ভজন ৰচনা কৰি শ্ৰীকৃষ্ণৰ বাণী প্ৰচাৰ কৰিবলৈ ধৰে। এই প্ৰচাৰৰ ফলত বংগদেশৰ এচাম বৃহৎ অংশৰ মানুহ চৈতন্যপন্থী হয় আৰু আজিও তাত চৈতন্যদেৱৰ অনুগামীৰ সংখ্যা তাকৰ নহয়।

চতুৰ্দশ আৰু পঞ্চদশ শতিকাত ভাৰতৰ বিভিন্ন অঞ্চলত ধৰ্ম সংস্কাৰক, সমাজ সংস্কাৰক আৰু মানৱপ্ৰেমী মহাপুৰুষসকলৰ আবিৰ্ভাব হৈছিল। উত্তৰ-পূব অঞ্চলত তাৰ ব্যতিক্ৰম হোৱা নাছিল। আমাৰ মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱ ( ১৪৪৯-১৫৬৮ ) সেই মহাপুৰুষসকলৰ অন্যতম। তেওঁ গীতা, ভাগৱত আৰু আন গ্ৰন্থবোৰ গভীৰভাৱে অধ্যয়ন কৰি তাৰ ভেটিত বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰিছিল। ভাৰতৰ আন আন ঠাইত সেই সময়ত ধৰ্মৰ নামত যিবোৰ দুৰাচাৰ পৰিলক্ষিত হৈছিল, সেইদৰে পঞ্চদশ শতিকাৰ শেষৰ ফালে তেনে পৰিস্থিতিৰ উদ্ভৱ হৈছিল। তাৰ উত্তৰ স্বৰূপে শঙ্কৰদেৱ মহাপুৰুষে ভাগৱতী তথা এক শৰণম্ নামৰ ধৰ্ম প্ৰচাৰ কৰে। তেওঁৰ ধৰ্মৰ প্ৰতি যে কেৱল হিন্দুধৰ্মাৱলম্বী লোকহে আকৰ্ষিত হৈছিল, তেনে নহয়, তেওঁৰ ধৰ্মৰ প্ৰতি যৱন আৰু জনজাতীয় লোকো আকৰ্ষিত হৈছিল, কিয়নো তেওঁৰ ধৰ্ম আছিল উদাৰ, সৰল আৰু মানৱপ্ৰেমেৰে পৰিপুষ্ট।

শঙ্কৰদেৱৰ প্ৰচাৰিত ধৰ্মৰ বৈশিষ্ট্য আছিল অকৃত্ৰিম মানৱপ্ৰেম। তেওঁৰ মানত মানুহৰ মাজত উচ্চ-নীচ নাছিল, আনকি আন জীৱ-জন্তুৰ অন্তৰতো ভগৱান

বিবাজ কৰিছিল বুলি তেওঁ বিশ্বাস কৰিছিল। শংকৰদেৱে কৈছিল : 'কুকুৰ-শৃগাল-গদৰ্ভৰো আত্মা ৰাম, জানিও সবাকো কৰিবা প্ৰণাম।' তেওঁৰ ধৰ্মমতে সমাজত অস্পৃশ্যতা নাই, ভেদাভেদ নাই। তেওঁ যে কেৱল এজন ধৰ্ম সংস্কাৰক হে আছিল তেনে নহয় ; তেওঁ এজন বিশিষ্ট সমাজ সংস্কাৰকো আছিল। তেওঁৰ দ্বাৰা প্ৰতিষ্ঠিত সত্ৰসমূহ তাৰ প্ৰমাণ। তেওঁৰ বাণীয়ে পূৰ্ব ভাৰতৰ অগণন লোকক মুগ্ধ কৰিছিল আৰু আজিও তেওঁৰ প্ৰভাৱ বিস্তাৰিত হৈ আছে। সম্প্ৰতি তেওঁৰ অমৰ গ্ৰন্থ 'কীৰ্তন' আৰু আন কেবাখনো গ্ৰন্থ, গীত-মাত, নাটক আদিয়ে অসমৰ বাহিৰত প্ৰচাৰ আৰু প্ৰসাৰ লাভ কৰিছে আৰু শংকৰী দৰ্শন যে মানৱ-প্ৰেম আৰু কৃষ্ণ-ভক্তিত প্ৰতিষ্ঠিত সেই কথা সুধী সমাজত স্বীকৃত হৈছে।

প্ৰাচীনকাল আৰু মধ্যযুগত পুণ্য ভাৰতত শ্ৰীকৃষ্ণ, শ্ৰীৰামচন্দ্ৰ, বুদ্ধ, শংকৰাচাৰ্য, কবীৰ, নানক, শ্ৰীমন্ত শংকৰদেৱ আৰু চৈতন্যদেৱৰ আৱিৰ্ভাৱ আৰু এই অৱতাৰী পুৰুষসকলক দৰ্শন আৰু সংস্কাৰমূলক কৰ্মপন্থা আৰু অমৰ বাণীসমূহৰ ইয়াত মাত্ৰ চমুকৈ আলোচনা কৰা হ'ল। তেওঁলোকৰ বাহিৰেও সেই সময় ছোৱাত আন কেবাজনো সন্ত আৰু সাধু পুৰুষৰ জন্ম হৈছিল যেনে, তুলসীদাস, টুকাৰাম, মীৰাবাঈ প্ৰভৃতি। এওঁলোকৰ প্ৰচাৰিত দৰ্শন আৰু গীত-মাতে তেওঁলোকৰ উত্তৰ কালৰ চিন্তাশীল ব্যক্তিক বুজনভাৱে প্ৰভাৱান্বিত কৰিছিল। আজিও ভাৰতৰ বহু ঠাইত সেই প্ৰভাৱ অব্যাহত আছে। তেওঁলোকৰ বাণীসমূহৰ সামগ্ৰিক লক্ষ্য কৰিবলগীয়া দিশ হৈছে ভাৰতৰ সকলো অঞ্চলৰ, সকলো সম্প্ৰদায়ৰ আৰু সকলো মতাৱলম্বী লোকৰ মাজত সংহতি আৰু সম্ভাৱ ৰক্ষা কৰা।

ভাৰতৰ ভৌগোলিক বিশালতাৰ কাৰণেই হওক কিম্বা ঐতিহাসিক ঘাত-প্ৰতিঘাতৰ কাৰণেই হওক, ভাৰত এখন বিচিত্ৰ দেশ। এই দেশত প্ৰাচীনকালৰেপৰা বিভিন্ন ভাষা, উপভাষা, ধৰ্ম আৰু সম্প্ৰদায়ৰ লোক বসবাস কৰি আছে আৰু ভাৰতীয় সংস্কৃতি চিৰকাল বাঁচি আছে। এনে এখন বিচিত্ৰ দেশত সময়ে সময়ে নানা ধৰণৰ সংঘৰ্ষ আৰু সংঘাত অনিবাৰ্য আছিল . তথাপি যুগে যুগে মহাপুৰুষসকলৰ আৱিৰ্ভাৱ তেনে সংঘাত আৰু সংকীৰ্ণতা সম্পূৰ্ণভাৱে নহলেও উল্লেখযোগ্য পৰিমাণে দূৰ কৰাত সহায়ক আছিল। সেয়েহে বিদেশী শাসনেও ভাৰতীয় ঐক্য, সংস্কৃতি আৰু সংহতিৰ বুনিয়াদ নিশ্চিহ্ন কৰিবলৈ সক্ষম হোৱা নাছিল। 'অনৈক্যৰ মাজত ঐক্য'—এই কথা ভাৰতীয় ৰাষ্ট্ৰত প্ৰমাণিত হৈছে বুলি পৃথিৱীৰ বিখ্যাত বুৰঞ্জীবিদসকলে স্বীকাৰ কৰে।

উনৈশ শতিকাৰ মাজভাগৰপৰা ভাৰতবৰ্ষ যেতিয়া বৃটিছ শক্তিৰ তলত পৰাধীন হৈ ভাৰতীয় জনসাধাৰণৰ সাংস্কৃতিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক জীৱন ক্ষয়িষ্ণু অৱস্থাত পৰিবলৈ ধৰে তাৰপৰা দেশখন মুক্ত কৰিবলৈ দুজন মনীষীৰ আৱিৰ্ভাৱ হয়।

ভাৰ এজন স্বামী বিবেকানন্দ। এওঁক প্ৰকৃততে ভাৰতীয় সভ্যতা আৰু সাংস্কৃতিক ধ্বজাবাহী হিচাপে গণ্য কৰিব পাৰি। ৰাজনৈতিক ক্ষেত্ৰত এওঁৰ কোনো উল্লেখযোগ্য ভূমিকা আছে বুলি কব নোৱাৰি, কিন্তু ভাৰতীয় সংস্কৃতি, সভ্যতা আৰু বেদ-উপনিষদবিশিষ্ট জ্ঞান-গৰিমাৰ বিষয়ে স্বামীজীয়ে দেশ আৰু বিদেশত অভূতপূৰ্ব প্ৰচাৰ কাৰ্য চলাইছিল। স্বামী বিবেকানন্দ আছিল বংগদেশৰ শ্ৰীৰামকৃষ্ণ পৰমহংসদেৱৰ প্ৰধান অনুগামী। শ্ৰীৰামকৃষ্ণ যে পণ্ডিত লোক আছিল তেনে নহয়। তেওঁ আছিল সৰল প্ৰকৃতিৰ এজন ধাৰ্মিক লোক, মানৱ সেৱাত পৰম উৎসাহী; কিন্তু মধ্যযুগৰ ধৰ্মসংস্কাৰসকলৰ দৰে তেওঁ সমাজ সংস্কাৰ বা আন সংস্কাৰত তেওঁৰ স্বাৰ্থ নাছিল। পৰমহংস ধৰ্মপ্ৰাণ লোক আছিল আৰু তেওঁৰ মনটো বৰ উদাৰ আছিল। আত্মজ্ঞান লাভ কৰাৰ অৰ্থে তেওঁ আনকি খৃষ্টান আৰু মুছলমান গূঢ়াৰ্থীসকলৰ লগত কেবা বছৰো কটাইছিল। তেওঁৰ অসাধাৰণ অথচ সৰল ব্যক্তিত্ব আৰু চৰিত্ৰই মানুহৰ মন বৰকৈ আকৰ্ষণ কৰিছিল। শ্ৰীৰামকৃষ্ণ পৰমহংসই সকলো ধৰ্মকে তেওঁৰ ধৰ্মৰ অন্তৰ্ভুক্ত কৰি লৈছিল। সাম্প্ৰদায়িকতাৰ বিৰোধিতা কৰি তেওঁ এই কথাত জোৰ দিছিল যে ঈশ্বৰক সকলো পথেৰে উপলব্ধি কৰিব পাৰি। যি সকলে পৰমহংসক দেখিছিল বা তেওঁৰ আদৰ্শৰ কথা জানিছিল তেওঁলোক এই সৰল ব্যক্তিজনৰ দ্বাৰা বহুখিনি প্ৰভাৱান্বিত হৈছিল। এনে লোকসকলৰ ভিতৰত ৰোমা ৰ'লা অন্যতম আছিল। ৰোঁমা ৰ'লাই শ্ৰীৰামকৃষ্ণ পৰমহংস আৰু তেওঁৰ মুখ্য অনুগামী স্বামী বিবেকানন্দৰ বিষযে জীৱন-চৰিত লিখিছিল।

স্বামী বিবেকানন্দই ৰামকৃষ্ণ পৰমহংসৰ আন অনুগামীসকলৰ সহযোগত বিখ্যাত 'ৰামকৃষ্ণ মিছন' স্থাপন কৰে। বিবেকানন্দ আছিল ভাৰতৰ ঐতিহ্য-গৰ্বেৰে গৰ্বিত এজন মহান ভাৰতীয়, কিন্তু তেওঁ জীৱনৰ সমস্যাসমূহ আধুনিক দৃষ্টিভংগীৰে বিশ্লেষণ কৰিছিল আৰু ভাৰতৰ অতীত আৰু বৰ্তমানৰ মাজত এখন সাঁকো স্বৰূপে কাম কৰিছিল। তেওঁৰ অকাট্য যুক্তি, ওজস্বিনী বক্তৃতা আৰু আকৰ্ষণীয় ব্যক্তিত্বৰ দ্বাৰা ভাৰতক প্ৰগতিৰ বাটত আগবঢ়াই নিবলৈ অসাধাৰণ উৎসাহ আৰু গতিশীল শক্তি আহৰণ কৰিছিল। ভাৰতৰ জনসাধাৰণে নিজৰ নৈতিক বল, আত্মিক সত্ত্বা আৰু প্ৰাচীন ঐতিহ্য হেৰুৱাই যোৱাত তেওঁ দুঃখিত হৈছিল আৰু তেনে পৰিস্থিতিৰ পৰিবৰ্তন ঘটাবলৈ প্ৰচেষ্টা কৰিছিল। তেওঁৰ প্ৰচাৰৰ মূল মাধ্যম আছিল বেদান্তৰ অদ্বৈতবাদ দৰ্শনৰ এক ঈশ্বৰবাদ। ১৮৯৩ চনত মাৰ্কিন যুক্তৰাষ্ট্ৰৰ চিকাগো চহৰত সৰ্ব-ধৰ্ম সংসদত তেওঁ দিয়া ঐতিহাসিক বক্তৃতামালাই ভাৰতৰ উচ্চ চিন্তাধাৰা প্ৰকাশ কৰিছিল আৰু বহুত প্ৰত্যক্ষদৰ্শীৰ প্ৰশংসা লাভ কৰিছিল। বিবেকানন্দই চিকাগোৰ ধৰ্মীয় সংসদত আধ্যাত্মিক আৰু সত্যভিত্তিক আদৰ্শত পৰিপুষ্ট ভাৰতৰ প্ৰকৃত ভাবমূৰ্তি

'দাঙি ধৰিছিল সবল যুক্তি আৰু তথ্যপাতিৰে। তেওঁৰ সেই সময়ৰ ভাষণাৱলী আজিও সুধী সমাজত সমাদৃত হৈ আছে।

স্বামী বিবেকানন্দ কিন্তু ৰাজনীতিৰপৰা মুক্ত আছিল, তেওঁৰ দিনৰ ৰাজনীতিত লিপ্ত থকা লোকসকলক সমৰ্থনো কৰা নাছিল। তথাপি তেওঁ ভাৰতীয় চিন্তাধাৰাৰ মাজেদি স্বাধীনতা, সাম্য আৰু জনসাধাৰণৰ মান উন্নত কৰাৰ ওপৰত বিশেষ গুৰুত্ব দিছিল। ভাৰতক মুমূৰ্ষু অৱস্থাৰপৰা মুক্ত কৰাৰ বাবে তেওঁ দেশবাসীক উদ্বুদ্ধ কৰিবলৈ দৃঢ়তা অৱলম্বন কৰিছিল। পাশ্চাত্য অগ্ৰগতিৰ লগত ভাৰতৰ আধ্যাত্মিক পটভূমিৰ সংযোগ ঘটাই সমন্বয়ভিত্তিক আদৰ্শ প্ৰতিষ্ঠা কৰাৰ বাবে বিবেকানন্দই প্ৰয়াস কৰিছিল। পোনতে তেওঁৰ দৃষ্টিভংগী সম্পূৰ্ণ ভাৰতীয় আদৰ্শৰ আছিল, কিন্তু পাশ্চাত্যৰ আমেৰিকা আৰু আনদেশবোৰত পৰিভ্ৰমণ কৰাৰ পাছত তেওঁৰ দৃষ্টিভংগীৰ উল্লেখযোগ্য পৰিবৰ্তন হয় আৰু বিবেকানন্দই সাৰ্বজনীন দৰ্শনৰ প্ৰতি আকৃষ্ট হয়।

স্বামী বিবেকানন্দই কৈছিল ঃ 'মই সম্পূৰ্ণভাৱে বিশ্বাস কৰিছোঁ যে কোনো ব্যক্তি বা জাতিয়ে আনৰ সম্পৰ্ক এৰি অকলে বাঁচি থাকিব নোৱাৰে। মহত্ত্ব বা পৱিত্ৰতাৰ মিছা ধাৰণাত যেতিয়াই তেনে প্ৰচেষ্টা কৰা হৈছে, তেতিয়াই আনৰ সম্পৰ্ক নিৰ্বিচৰাজন বা জাতিৰ ওপৰত বিষম ফল হৈছে। আমি পৃথিৱীৰ সকলো জাতিৰ-পৰা পৃথক হৈ পৰিছোঁ আৰু তাৰ বাবে আমাৰ অধঃপতন ঘটিছে। এই ৰোগ নিৰাময়ৰ বাবে এৰ মাত্ৰ উপায় হল পৃথিৱীৰ বাকী অংশৰ ভটিয়নী পানীত ভটিয়াই যোৱা। গতিশীলতা জীৱনৰ চিহ্ন।'

এসময়ত স্বামী বিবেকানন্দই কৈছিল ঃ 'মই এজন সমাজবাদী। মই তেনে হোৱাৰ কাৰণ এইটো নহয় যে এই পদ্ধতি সম্পূৰ্ণ বিশুদ্ধ, আচল কাৰণ হ'ল যে ভাতৰ চৰু সম্পূৰ্ণ উদং হোৱাতকৈ আধা চৰু ভাতেই ভাল। আন পদ্ধতি অৱশ্যে পৰীক্ষা কৰা হৈছিল, সেইবোৰত কিন্তু অভাৱ লক্ষ্য কৰা যায়। সেই বাবে আন কাৰণ নহলেও, নতুনত্বৰ কাৰণেই ইয়াৰ অৰ্থাৎ সমাজবাদ প্ৰচলন কৰা হওক।'

বিবেকানন্দই যিটো কথাত জোৰ দিছিল সেইটো আছিল অভয়। তেওঁ কৈছিল ঃ 'নিভীৰ্ক হোৱা, সবল হোৱা। পৃথিৱীত যদি কিবা দুৰ্বলতা আছে সেইটো হৈছে দুৰ্বলতা। সকলো দুৰ্বলতা ত্যাগ কৰা। দুৰ্বলতাই পাপ, দুৰ্বলতাই মৃত্যু।' তেওঁৰ মতে 'এতিয়া দেশৰ বাবে যিটো আৱশ্যক, সেইটো হৈছে লোহাৰ দৰে মাংসপেশী আৰু তীখাৰ দৰে স্নায়ু আৰু ভেটিব নোৱাৰা প্ৰচণ্ড ইচ্ছা-শক্তি।' স্বামীজীৰ ভাষাত ঃ 'সত্যৰ পৰীক্ষা হ'ল যিটোৱে আমাৰ শাৰীৰিক, মানসিক আৰু আধ্যাত্মিক অৱসাদ ঘটায় তাক বিষৰ দৰে পৰিহাৰ কৰা, তাত প্ৰাণ নাই, সি কেতিয়াও সত্য

হব নোৱাৰে। সত্য বলকাৰক। সত্যই পৱিত্ৰতা আৰু সত্যই সকলো জ্ঞান।' স্বামীজীৰ এই বাণীবোৰ আছিল ভাৰতীয় দৰ্শন আৰু চিন্তাধাৰাৰ পৰিচায়ক।

এতিয়া আমি কুৰি শতিকাৰ আন এজন মহামানৱ মহাত্মা গান্ধীলৈ আহোঁ। গান্ধীজীৰ আদৰ্শ আৰু কৰ্মপদ্ধতি প্ৰাচীন ভাৰতৰ শ্ৰীৰামচন্দ্ৰ, শ্ৰীকৃষ্ণ আৰু বুদ্ধৰ আদৰ্শত প্ৰতিষ্ঠিত। তেওঁ ভাৰতীয় জনগণৰ বাবে মুক্তি সংগ্ৰামৰ গুৰি ধৰি বৃটিছ শক্তিৰ বিৰুদ্ধে যুঁজ কৰিছিল। ভাৰতৰ মুক্তি সংগ্ৰাম তেওঁ কিদৰে পৰিচালনা কৰিছিল সেই বিষয়ে বহুল আলোচনাৰ প্ৰয়োজন . এই যুদ্ধত তেওঁ সত্য আৰু অহিংসাৰ নীতিহে প্ৰয়োগ কৰিছিল। সেই কাৰণে তেওঁক সহজে এজন অৱতাৰী পুৰুষ বুলি কব পাৰি। প্ৰকৃততে ভাৰতীয় জনসাধাৰণৰ মানত মহাত্মা গান্ধী এজন অৱতাৰী পুৰুষ বুলি কব পাৰি। ভাৰতীয় জনসাধাৰণৰ মানত মহাত্মা গান্ধী এজন অৱতাৰী পুৰুষ আৰু প্ৰাচীন ভাৰতৰ অৱতাৰী পুৰুষসকলৰ শাৰীত তেওঁৰ স্থান নিৰ্ণিত হৈছে। আনকি ভাৰতৰ বাহিৰতো গান্ধীজীক এজন মহামানৱ হিচাপে গণ্য কৰা হৈছে। গান্ধীজীয়ে কিন্তু নিজক অৱতাৰী পুৰুষ বুলি ভবা নাছিল . বৰঞ্চ, ভাৰতীয় জনগণৰ এজন হিচাপেহে তেওঁ নিজকে সাধাৰণ ভাৰতীয় এজনৰ দৰে জ্ঞান কৰিছিল।

ঊনৈশ শ বিয়াল্লিচ চনৰ ভাৰতৰ মুক্তি যুদ্ধৰ শেহপৰ্যায়ৰ কালছোৱাত অসমৰ বিশিষ্ট ৰাজনৈতিক নেতা লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱ যোৰহাট জেলত আটক-বন্দী হৈ থকা অৱস্থাত পৃথিবীৰ প্ৰাচীন আৰু বৰ্তমান কালৰ কেইগৰাকীমান মহা-পুৰুষৰ জীৱনী সংকলন কৰাৰ আঁচনি তেওঁ হাতত লৈছিল। এই আঁচনিৰ ভিতৰত অন্তৰ্ভুক্ত আছিল শ্ৰীৰামচন্দ্ৰ, বুদ্ধ, যীশুখৃষ্ট, হজৰত মহম্মদ আৰু মহাত্মা গান্ধীৰ জীৱনী। লোকপ্ৰিয় বৰদলৈয়ে এই আঁচনি মতে এই পাঁচ গৰাকী মহাপুৰুষৰ জীৱন-বৃত্তান্ত আৰু আদৰ্শ অধ্যয়ন কৰি পাচখন জীৱনী-গ্ৰন্থ লিখি সমাপ্ত কৰে। শ্ৰীৰামচন্দ্ৰ, বুদ্ধ, যীশুখৃষ্ট আৰু হজৰত মহম্মদ যে অৱতাৰী পুৰুষ আৰু তেওঁলোকক সেইদৰে নামাকৰণ হোৱাত কাৰো আপত্তি নহয়, সেই বিষয়ে বৰদলৈৰ কোনো সন্দেহ নাছিল। কিন্তু যিহেতু গান্ধীজী সেই সময়ত জীৱিত আছিল, অৱতাৰী আন চাৰি গৰাকীৰ লগত আৰু সমপৰ্যায়ত গান্ধীজীক ব্যাখ্যা কৰিলে তেওঁৰ আপত্তি হব পাৰে বুলি সন্দেহ কৰি বৰদলৈয়ে পুথিখন প্ৰকাশ কৰাৰ পূৰ্বে যোৰহাট জেলৰপৰা গান্ধীজীলৈ অনুমতি বিচাৰি এখন চিঠি লিখে। বৰদলৈৰ চিঠিৰ উত্তৰত অৱতাৰী পুৰুষসকলৰ লগত একে শাৰীৰ বুলি গণ্য কৰাত গান্ধীজীয়ে আসোঁৱাহ তুলি বৰদলৈক এখন চিঠি দি জনাইছিল ঃ 'তুমি মোক অৱতাৰ আৰু ঈশ্বৰ-প্ৰেৰিত ভবিষ্যত দ্ৰষ্টাসকলৰ লগত একেলগে ধৰি সঁচাকৈয়ে সকলো পৌৰাণিক প্ৰথাৰ বিৰোধিতা কৰিবা। স্বৰ্গগত গুৰুসকলৰ লগত এজন জীৱিত লোকৰ বিষয়ে নিলিখিবা, কাৰণ সেই

পুৰুষসকলক পৃথিবীৰ সকলোৱে একবাক্যে গ্ৰহণ কৰিছে।' গান্ধীজীৰ আপত্তি সত্ত্বেও বৰদলৈয়ে অৱতাৰী পুৰুষসকলৰ সমপৰ্য্যায়ত গান্ধীজীৰ জীৱনী প্ৰকাশ কৰিবলৈ স্থিৰ কৰে। এই সিদ্ধান্তৰ সপক্ষে যুক্তি দৰ্শাই বৰদলৈয়ে কৈছিল : 'মহাপুৰুষ-সকলৰ শাৰী নাই। তেওঁলোকৰ প্ৰত্যেকেই গ্লানি দূৰ কৰি ঈশ্বৰৰ পৰম ইচ্ছা পূৰণ কৰিবলৈ জন্ম গ্ৰহণ কৰে, আৰু তেওঁলোকে অসীম শক্তিৰ দ্বাৰা গ্লানি দূৰ কৰে। লগে লগে নিহিত হৈ থকা চিৰন্তন সত্য কিছুমান প্ৰচাৰ কৰি যায়। আমি সাধাৰণ মানুহ যি সমাজত থাকোঁ, সেই সমাজৰ দোষবোৰ চিনাক্ত কৰিব নোৱাৰোঁ আৰু বহু সময়ত সেইবোৰক গুণ বুলি ভাবোঁ।'

গান্ধীজী জীৱিতসকলৰ ভিতৰত নাই। এজন হিন্দু যুৱক নাথুৰাম গডছেৰ হাতত ১৯৪৮ চনৰ ত্ৰিশ জানুৱাৰীত প্ৰাৰ্থনা সভাত গুলীবিদ্ধ হৈ তেওঁ প্ৰাণ আহুতি দি অৱতাৰী পুৰুষসকলৰ শাৰীত স্থানলাভ কৰিছে যিদৰে খৃষ্টানসকলৰ গুৰু যীশুখৃষ্টই ক্ৰুচবিদ্ধ হৈ প্ৰাণ হেৰুৱাইছিল আৰু যিদৰে সত্যৰ কাৰণে গ্ৰীচ মনীষী চক্ৰেটিছে হলাহল পান কৰি দেহ উছৰ্গা কৰিছিল। জৱাহৰলাল নেহৰুৰ ভাষাত চক্ৰেটিছ তেওঁৰ মৃত্যুৰ পাছত বেছি মহৎ হৈ পৰিছিল আৰু চক্ৰেটিছৰ দৰ্শন আৰু চিন্তাধাৰাই অধিক লোকক আকৰ্ষিত কৰিছিল। সেইদৰে মহাত্মা গান্ধীক মৃত্যুৱে মানৱ সমাজৰপৰা অদৃশ্য কৰিছে যদিও, তেওঁৰ সত্য আৰু মানৱীযতাৰ বাণীসমূহে তেওঁৰ নাম চিৰস্মৰণীয় কৰি ৰাখিছে আঁৰু পৃথিবীৰ অৱতাৰী পুৰুষসকলৰ শাৰীত তেওঁক স্থান দিছে। তেওঁক কেৱল ভাৰতৰ মুক্তি সংগ্ৰামৰ জনক আৰু শ্বহীদ বুলি সীমিত কৰিলে এই মহামানৱ জনৰ মহত্ত্বৰ প্ৰকৃত মূল্যাঙ্কন কৰা নহব—তেওঁ প্ৰকৃততে বিশ্ব-শান্তি আৰু মানৱ-কল্যাণৰ এজন মহান প্ৰবক্তা আৰু সাৰ্বজনীন ভাবৰ বিস্মৰণীয় ধ্বজাবাহী পুৰুষ আছিল।

সন্দেহ নাই, মহাত্মা গান্ধীক ভাৰতৰ মহাকাব্য ৰামায়ণ আৰু মহাভাৰত, গীতা-ভাগৱত আৰু উপনিষদ সমন্বিতে প্ৰাচীন ভাৰতৰ জ্ঞানৰ ভাণ্ডাৰে উল্লেখযোগ্যভাবে প্ৰভাৱান্বিত কৰিছিল। তাৰ ফলত সত্য আৰু মানৱ প্ৰেমৰ এজন প্ৰধান পূজাৰী হৈ তেওঁ শেহান্তৰত আত্ম-বলিদান দিছিল। এই বলিদান আছিল সত্য-অন্বেষণৰ কাৰণে দিয়া তেওঁৰ চৰম মূল্য।

ওপৰৰ চমু সমীক্ষাৰপৰা কব পাৰি যে ভাৰতবৰ্ষ সঁচাকৈয়ে এখন পুণ্যভূমি।

# দ্বিতীয় অধ্যায়

## সাম্যবাদী ৰুছিয়া

ৰুছিয়া আৰু ভাৰতবৰ্ষ পৃথিবীৰ দুখন বৃহৎ দেশ। দেশ দুখনৰ মুঠ লোকসংখ্যা ৯০ কোটি ( ১৯৭৮ চনৰ আনুমানিক গণনা মতে )। তাৰ ৬০ কোটি ভাৰতবৰ্ষত আৰু ৩০ কোটি ৰুছিয়াত। পৃথিবীৰ ভূ-ভাগৰ এক-ষষ্ঠমাংশ ৰুছিয়াই আগুৰি আছে, আৰু ভাৰতবৰ্ষ ৰুছিয়াৰ সাত-ভাগৰ একভাগ। ঐতিহাসিক তথ্যৰপৰা দেখা যায় ৰুছিয়া আৰু ভাৰতবৰ্ষ প্ৰধানতঃ খেতিয়কৰ দেশ। ১৯১৭ চনৰ অক্টোবৰ বিপ্লৱৰ পাছত ৰুছিয়াৰ অৰ্থনৈতিক ব্যৱস্থাৰ আমূল পৰিবৰ্তন হৈছে আৰু ৰুছ খেতিয়ক শ্ৰেণীৰ পূৰ্বৰ পিছপৰা অৱস্থা আচাৰিতভাৱে উন্নত হৈছে। শিল্প উন্নয়নৰ ক্ষেত্ৰতো ৰুছিয়াৰ অগ্ৰগতি পশ্চিমীয়া আধুনিক দেশবোৰৰ সমকক্ষ হৈ পৰিছে আৰু শ্ৰমিকশ্ৰেণীৰ অৰ্থনৈতিক জীৱন উল্লেখযোগ্যভাৱে উন্নত হৈছে। প্ৰাক্-বিপ্লৱকালত ৰুছিয়াত খেতিয়ক আৰু শ্ৰমিকৰ যি শোকলগা জীৱন আছিল তেনে জীৱনৰ অন্ত পৰিছে আৰু মহান অক্টোবৰ বিপ্লৱৰপৰা বৰ্তমান সময়লৈকে এই ৬২ বছৰ কালছোৱাত খেতিয়ক আৰু শ্ৰমিকশ্ৰেণীৰ কল্যাণৰ কাৰণে ছোভিয়েত চৰকাৰে বিভিন্ন কাৰ্যসূচী গ্ৰহণ কৰি তাত বাস্তৱ ৰূপ দিছে আৰু ছোভিয়েত জনগণৰ জীৱন-নিৰ্বাহৰ মান আকৰ্ষণীয়ভাৱে উৰ্ধ্বগামী কৰিছে আৰু দেশখনক এখন সুস্থ আৰু সবল ৰাষ্ট্ৰ হিচাপে গঢ়ি তুলিছে।

পূৰ্বৰ ৰুছিয়াৰ দৰে ভাৰতবৰ্ষ এখন কৃষিপ্ৰধান দেশ। ইয়াৰ শতকৰা ৮০ ভাগ লোক খেতিয়ক আৰু তেওঁলোকৰ জীৱন-নিৰ্বাহৰ সম্বল খেতিত বাহিৰে আন উপায় নাই, অথচ খেতি-ব্যৱস্থা, ভূমি বিতৰণ পদ্ধতি পিছ পৰি আছে। চৰকাৰৰ তৰফৰপৰা সম্প্ৰতি ভূমি-সংস্কাৰৰ বাবে আৰু খেতি-পদ্ধতিত বৈজ্ঞানিক উপায় প্ৰযোজ্য কৰাৰ বাবে যি প্ৰচেষ্টা চলিছে এই প্ৰচেষ্টা মন্থৰ হৈ আছে যিহেতু ভাৰতৰ গ্ৰামীন জীৱনে আধুনিকীকৰণৰ প্ৰতি দ্ৰুতভাৱে আগবাঢি অহা নাই। তাৰ সামাজিক আৰু ঐতিহাসিক কাৰণ নোহোৱা নহয়। ভাৰতৰ খেতিয়ক শ্ৰেণীৰ পিছপৰা অৱস্থাৰ সুবিধা লৈ বৃটিছজাতিৰ বণিক শ্ৰেণীৰ এটা সৰু গোটে পোনতে বেহা-বেপাৰ কৰাৰ প্ৰয়াসে ভাৰতলৈ আহিছিল। এই গোটটোৱে ইষ্ট ইণ্ডিয়া কোম্পানী নাম লৈ ভাৰতবৰ্ষত সপ্তদশ শতিকাৰ সপ্তম দশকত পোনতে খোপনি লৈছিল। বৃটিছগোষ্ঠীৰ বাহিৰেও য়ুৰোপৰ একাধিক জাতি যেনে ডাটচ্, পৰ্তুগীজ, ফৰাচীসকলৰ গোষ্ঠীও ভাৰতলৈ আহিছিল।

এই গোষ্ঠীসকলেও প্ৰথমতে ব্যৱয়াস-কোঁঠ আৰু তাৰ পাছত ভাৰতৰ বিভিন্ন অংশত কম-বেছি পৰিমাণে ৰাজত্ব কৰিছিল। য়ুৰোপীয় জাতিসমূহৰ ভিতৰত বৃটিছজাতি বেছি চতুৰ আছিল আৰু নানা কৌশলেৰে ভাৰতত বৃটিছ সাম্ৰাজ্যৰ পাতনি মেলিবলৈ সক্ষম হৈছিল। বৃটিছ চৰকাৰে ভাৰতত শিক্ষা-প্ৰচাৰ, ৰেল-যানবাহন আদিৰ ব্যৱস্থা কৰিছিল যদিও, এই ব্যৱস্থাবোৰ মূলতঃ বৃটিছ স্বাৰ্থৰ কাৰণে কৰা হৈছিল। সৰ্ব-সাধাৰণৰ অৰ্থনৈতিক, মানসিক আৰু ৰাজনৈতিক জীৱন বিকাশৰ বাবে কোনো ব্যৱস্থা নকৰিছিল, বৰঞ্চ দেশত এটা আভিজাত্য জমিদাৰী আৰু বৃটিছ শাসনৰ সমৰ্থক শ্ৰেণী গঢ়ি তুলিছিল আৰু জনসাধাৰণক শোষণ কৰাৰ কাৰণে নানা প্ৰকাৰৰ প্ৰত্যক্ষ আৰু পৰোক্ষ উপায় অৱলম্বন কৰিছিল। তাৰ ফলত বৃটিছৰ প্ৰভুত্ব ভাৰতত গজগজীয়া হৈ পৰিছিল। এইদৰে ভাৰতবৰ্ষক বৃটিছে প্ৰায় আঢ়ৈ শ বছৰ পৰাধীনতাৰ কবলত ৰাখিছিল। সুদীৰ্ঘ বৃটিছ সাম্ৰাজ্যৰ তলত ভাৰতৰ জনসাধাৰণ শোষিত আৰু লাঞ্ছিত হৈ এটা দুৰ্বল জাতি হৈ উঠিছিল। খেতিয়ক আৰু শ্ৰমিকশ্ৰেণীৰ যি দুৰৱস্থা হৈছিল, বৃটিছ চৰকাৰৰ তথাকথিত উদাৰনৈতিক নীতিৰ তলতো তাৰ কোনো পৰিৱৰ্তন হোৱা নাছিল।

দেশৰ অৰ্থনৈতিক আৰু ৰাজনৈতিক দুখ লগা পৰিস্থিতিয়ে দেশৰ এচাম উচ্চ শিক্ষিত লোকৰ মাজত জাতীয়তাভাৱ জগাই তুলিছিল। এই ভাৱ ভাৰতীয় জাতীয় কংগ্ৰেছ নামৰ ৰাজনৈতিক অনুষ্ঠানৰ যোগেদি প্ৰথমতে সাধাৰণ আকাৰত প্ৰকাশ হৈছিল। ১৮৮৪ চনত জন্মলাভ কৰা কংগ্ৰেছে পোন প্ৰথমে বৃটিছ চৰকাৰৰ ওচৰত 'প্ৰেয়াৰ' আৰু 'পেটিচন' তথা আবেদন-নিবেদনৰ মাধ্যমত দেশবাসীৰ কাৰণে অৰ্থনৈতিক, শিক্ষা আৰু ৰাজনৈতিক অধিকাৰৰ বাবে প্ৰচেষ্টা চলাইছিল। এই প্ৰচেষ্টা কিন্তু ভাৰতবাসীৰ আকাঙ্ক্ষিত অধিকাৰ আনকি আংশিকভাৱে, আদায় কৰাতো কৃতকাৰ্য হোৱা নাছিল। তাৰ প্ৰতিক্ৰিয়াস্বৰূপে ভাৰতীয় যুৱক আৰু শিক্ষিত সম্প্ৰদায়ৰ এচাম লোকে হিংসাত্মক কাৰ্য অৱলম্বন কৰি ভাৰতৰপৰা বৃটিছ আধিপত্য দূৰ কৰিবলৈ প্ৰয়াস কৰিছিল, প্ৰয়াস কৰিছিল যদিও, তেওঁলোকৰ উদ্দেশ্য সাধনৰ গতি মন্থৰ হৈছিল আৰু চৰকাৰৰ প্ৰবল দমন-নীতিৰ ওচৰত বহুত ভাৰতীয় যুৱৰ প্ৰাণদণ্ডত দণ্ডিত হৈছিল আৰু দ্বীপান্তৰ হৈ সুদূৰ আন্দামান দ্বীপৰ বন্দীশালত জীৱন কটাইছিল, আন বহুত যুৱকে সুদূৰ বিদেশত আশ্ৰয়প্ৰাৰ্থী হৈ তাৰপৰা ভাৰতৰ স্বাধীনতা আন্দোলনত ভূমিকা লৈছিল। ১৯১৯ চনত মহাত্মা গান্ধীয়ে কংগ্ৰেছৰ ৰাগি ধৰাৰ পাছত ভাৰতীয় ৰাজনৈতিক আন্দোলন তথা মুক্তি-সংগ্ৰামৰ গতিৰ উল্লেখযোগ্য পৰিৱৰ্তন হয়। প্ৰাক্-গান্ধী যুগৰ উদাৰনৈতিক ৰাজনীতি আৰু হিংসাত্মকৰ কাৰ্য্যসূচীৰ পৰিবৰ্তে ভাৰতবৰ্ষত গান্ধীজীৰ নেতৃত্বত এটা অভিনৱ পন্থা তথা সত্য আৰু অহিংসনীতিত

প্ৰতিষ্ঠিত অসহযোগ আন্দোলনৰ সূচনা হয়। এই আন্দোলনক প্ৰকৃত অহিংস আৰু সত্য পথত পৰিচালনা কৰিবলৈ গান্ধীজীয়ে দেশবাসীক উদ্বুদ্ধ কৰিছিল কিন্তু আন্দোলনৰ কোনো কোনো স্তৰত কিছুমান লোকে সেই পথৰপৰা আঁতৰি গৈছিল, যাৰ ফলত গান্ধীজীয়ে স্বাধীনতাৰ বাবে কৰা অসহযোগ আন্দোলন অস্থায়ীভাবে স্থগিত ৰাখিছিল, কাৰণ তেওঁ পন্থা আৰু উদ্দেশ্যৰ শুদ্ধতাত বিশ্বাস কৰিছিল। ভাৰতৰ মুক্তিৰ দৰে উচ্চ উদ্দেশ্য সাধনত তেওঁ হিংসাত্মক কাৰ্য প্ৰযোগ কৰাৰ বিৰোধী আছিল। গান্ধীজীৰ এই আদৰ্শ সত্ত্বেও এচাম অত্যুৎসাহী যুৱকে হিংসাবাদৰ জৰিয়তে স্বাধীনতা লাভৰ সম্ভাৱনাত তেওঁলোকৰ বিশ্বাস অটুট ৰাখিছিল।

ঊনৈশ শ সোতৰ চনৰ অক্টোবৰৰ মহান বিপ্লৱৰ পূৰ্বে ৰুছিয়াৰ সামাজিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক অৱস্থা ভাৰতৰ অৱস্থাৰ দৰে আছিল। ৰুছ জনসাধাৰণৰ অধিক লোকে খেতিৰ ওপৰত নিৰ্ভৰ কৰি জীৱন-নিৰ্বাহ কৰিছিল, কিন্তু সেই সময়ৰ শাসক শ্ৰেণী ৰুছ দেশৰ লোক আছিল যদিও, সাধাৰণ জনগণৰ কল্যাণৰ বাবে কোনো উন্নয়নী ব্যৱস্থা হাতত লোৱা নাছিল যিদৰে ভাৰতবৰ্ষৰ বৃটিছ চৰকাৰে দেশবাসীৰ উন্নয়নৰ কাৰণে কোনো আঁচনি লোৱা নাছিল। ৰুছিয়াৰ ধনী সম্প্ৰদায়ৰ মুষ্টিমেয় খেতিয়ক গোষ্ঠীয়ে মাটিৰ মালিকীস্বত্ব ভোগ কৰিছিল, এই শ্ৰেণীৰ লগত দুৰ্নীতিপৰায়ণ ৰুছিয়াৰ খৃষ্টান পুৰোহিত শ্ৰেণীও মাটিৰ গৰাকী হৈ পৰিছিল। তাৰ ফলত, ৰুছ জনসাধাৰণ মাটিৰ মালিক, জমিদাৰ আৰু পুৰোহিত সম্প্ৰদায়ৰ হাতত বিভিন্ন ৰকমে শোষিত আৰু লাঞ্ছিত হৈছিল। খেতিৰ উৎপাদিত ফচলৰপৰা খেতিয়কে যিদৰে লাভৱান হব লাগিছিল, সেইদৰে লাভৱান হোৱা নাছিল, তেওঁলোকৰ খেতিৰ উৎপাদনৰ বেছি অংশ জমিদাৰ আৰু পুৰোহিতৰ কৰ-কাটল দিওতে সাং হৈছিল। ১৮৬০ চনৰ সমীক্ষাত প্ৰকাশ যে ৰুছিয়াত প্ৰত্যেক খেতিয়ক পৰিয়ালৰ বাবে তেৰ একৰ মাটি আছিল, তাৰ চল্লিছ বছৰৰ পাছত তাৰ পৰিমাণ সংকুচিত হৈ প্ৰতি খেতিয়ক পৰিয়ালৰ কাৰণে মাত্ৰ আঠ একৰত পৰে। তাৰ কেই বছৰ মানৰ মূৰত মাটিৰ সমস্যাটো ইমান জটিল হৈ উঠিছিল যে ৰুছ খেতিয়ক শ্ৰেণীৰ মাজত মাটি লাভৰ বাবে এটা আন্দোলন গঢ়ি উঠিছিল। ১৯০৫ চনলৈ ৰুছ জনসাধাৰণে সম্ৰাট জাৰ, তেওঁলোকৰ সমৰ্থক দল জমিদাৰসকল আৰু পুৰোহিত সম্প্ৰদায়ৰ হাতত শোষিত আৰু দলিত হৈছিল, যিদৰে শোষিত আৰু দলিত হৈ পৰিছিল বৃটিছ শাসক আৰু তেওঁলোকৰ বহতীয়া জমিদাৰ শ্ৰেণীৰ তলত ভাৰতৰ জনসাধাৰণ।

ভাৰত আৰু ৰুছিয়াৰ অৱস্থা তুলনামূলকভাৱে একে ধৰণৰ আছিল আৰু তাৰ ফলত দুয়োখন দেশত গণ-আন্দোলন অৱশ্যম্ভাবী হৈ পৰিছিল। কিন্তু শোষণৰ ক্ষেত্ৰত আৰু ৰুছিয়াৰ শোষক গোষ্ঠীৰ মাজত কিছু তাৰতম্য আছিল। ৰুছিয়াত শোষকশ্ৰেণী

বিদেশী সম্প্ৰদায়ৰ নাছিল , তেওঁলোক আছিল ৰুছ জনসাধাৰণৰ আপোন লোক । নৱম শতিকাৰ ৰুছবাসীৰ পূৰ্বপুৰুষসকলৰ বিষয়ে বিতং বিৱৰণ পোৱা যায় । নৱম শতিকাত ৰুছিয়াৰ পশ্চিম খণ্ডত নীপাৰ আৰু দিভ্না নদীৰ পাৰত পূব য়ুৰোপৰ সমতলৰপৰা অহা শ্লাভিক্ নামৰ এটা জাতিয়ে বাস কৰাৰ পাছত কিয়ভ্ অঞ্চলৰ গ্ৰেণ্ড্ প্ৰিন্সৰ নেতৃত্ব গ্ৰহণ কৰিছিল , কিন্তু তেৰ শতিকাত শ্লাভিক্ বংশীয় লোকৰ ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্যবোৰ মধ্য এচিয়াৰ মঙ্গোল-টাৰ্টাৰৰ আক্ৰমণত শ্লাভ্সকলে আক্ৰমণকাৰীৰ বশ্যতা স্বীকাৰ কৰে । আক্ৰমণকাৰীসকলৰ স্থায়ী ঘৰবাৰী নাছিল , এওঁলোক ঘোঁৰা, উট আৰু ভেড়াৰ জাক পুহি তম্বুৰ তলত বাস কৰিছিল আৰু পোহনীয়া জন্তুৰ বাবে বিস্তৃত চৰণীয়া পথাৰ ৰাখিছিল । প্ৰায় তিনি শ বছৰ মঙ্গোল-টাৰ্টাৰ আক্ৰমণকাৰী-সকলে ৰুছিয়াত প্ৰভুত্ব কৰে , ১৪৮০ চনত এই প্ৰভুত্ব ৰুছবাসীয়ে বিনাযুদ্ধে ওৰ পেলায় আৰু ৰুছিয়াৰ ক্ষুদ্ৰ জাতিবোৰ ঐক্যবদ্ধ হৈ ৰুছিয়া নামৰ ৰাষ্ট্ৰ হৈ পৰে । এই ৰাষ্ট্ৰৰ ৰাজধানী মস্কোত পতা হয় ।

এই খিনিতে উল্লেখকৰা প্ৰয়োজন যে পঞ্চদশ শতিকাৰ মাজভাগত এদল ৰুছ ব্যৱসায়ী সুদূৰ প্ৰাচ্য অভিমুখে যাত্ৰা আৰম্ভ কৰে । এই যাত্ৰা আৰম্ভ হৈছিল ১৪৬৬ চনত আৰু তাৰ নেতৃত্ব কৰিছিল টিভাৰ অঞ্চলৰ আফানাছি নিকিটিন্ নামৰ ব্যৱসায়ী এজনে । এওঁ শিক্ষিত আৰু অনুসন্ধিৎসু লোক আছিল আৰু প্ৰাচ্য অভিমুখে যাত্ৰা কৰাৰ সময়ৰপৰা নিজে ডায়েৰী ৰাখিছিল । এই ব্যৱসায়ীৰ দলটোয়ে ভল্গা নদীযেদি কাস্পিয়ান সাগৰলৈ নাৱেৰে ভ্ৰমণ কৰিছিল , কিন্তু আচ্ট্ৰাকানৰ ওচৰত এদল জলদস্যুয়ে ৰুছ ব্যৱসায়ী দলৰ নাও আৰু জাহাজবোৰ লুটপাট কৰে , লুটপাট কৰা সত্ত্বেও আফানাছি নিকিটিনে তেওঁলোকৰ ভ্ৰমণ বাতিল কৰা নাছিল । নানা দুৰ্যোগৰ মাজেদি কেতিয়াবা ঘোঁৰাত, কেতিয়াবা উটত আৰু মাজে সময়ে খোজ কাঢ়ি পাৰস্যত সোমাই শেহত আৰব সাগৰ পাইছিল আৰু বৰ ভয়াবহ সাগৰ ভ্ৰমণ কৰি ভাৰতবৰ্ষলৈ আহিছিল । ভাৰতবৰ্ষত আফানাছি আৰু তেওঁৰ সতীৰ্থসকলে এবছৰ কাল কটাইছিল । পোনতে ভাৰতবৰ্ষৰ লোকে এই বিদেশী পৰিব্ৰাজক দলটোক সন্দেহৰ চকুৰে চাইছিল , কিন্তু আফানাছিৰ ব্যৱহাৰত ভাৰতবাসীৰ পূৰ্বৰ সন্দেহ দূৰ হৈছিল । পাছত এজন ভাৰতীয় ৰজাই আফানাছিক আটক কৰি লৈ যায় আৰু জেলত ৰাখি থয় । প্ৰকৃততে ৰজাজনে ৰুছ ব্যৱসায়ী আফানাছিক ফাঁচী দিবলৈ ওলাইছিল , কিন্তু তেওঁৰ কেতবোৰ বন্ধুৰ পৰামৰ্শক্ৰমে এই উগ্ৰ কাৰ্যৰপৰা ৰজাজন বিৰত হয় । শেহত আফানাছি নিকিটিন্ ৰুছিয়া অভিমুখে প্ৰত্যাবৰ্তন কৰে ; কিন্তু নিজ অঞ্চল টিভাৰ পোৱাৰ আগতে ভ্ৰমণত গুৰুতৰভাৱে কষ্ট ভোগ কৰাৰ কাৰণে তেওঁ মৃত্যুৰ মুখত পৰে । ৰুছ ঐতিহাসিক তথ্যমতে আফানাছি নিকিটিন্ আছিল প্ৰথম য়ুৰোপৰ লোক যিজনে পোন প্ৰথমে

ভাৰতবৰ্ষ ভ্ৰমণ কৰিছিল। এওঁ 'ট্ৰেভেলচ্ বিয়ন্দ দি থ্ৰি চিজ' অৰ্থাৎ তিনি সমুদ্ৰৰ বাহিৰলৈ নামৰ কিতাপত তেওঁৰ ভ্ৰমণ বৃত্তান্তও লিখিছিল। এই বৃত্তান্তত তেওঁৰ ভাৰত-ভ্ৰমণ কাহিনী লিপিবদ্ধ কৰা আছে। পাছত হাতে লেখা অৱস্থাত এই ভ্ৰমণ কাহিনী তেওঁৰ নিজ চহৰৰপৰা স্থানান্তৰিত কৰা হয়। সেই পুথি ছোভিয়েত য়ুনিয়ন আৰু ভাৰতবৰ্ষত অতি আদৰৰ বস্তু আৰু দুয়ো দেশৰ লোকে শ্ৰদ্ধাৰে স্মৰণ কৰে আৰু পঢ়ে। ভল্‌গা নদীৰ পাৰত অৱস্থিত পূৰ্বৰ টিভাৰ চহৰ বৰ্তমান কালিনিন্ চহৰত 'সাহসী ৰুছ পৰিব্ৰাজক আফানাছি নিকিটিন' আখৰ কিটা তেওঁৰ স্মৃতি স্বৰূপেএটা পকী খুটাত খোদিত কৰা আছে।

বহুত ঘাত-প্ৰতিঘাতৰ পাছত ১৫৪৭ চনত ইভান্ ডি টেৰিবলে ৰুছ সৰু সৰু ৰাজ্যবোৰ নিজৰ হাতলৈ আনি নিজে 'জাৰ' উপাধি লৈ ৰুছ সাম্ৰাজ্য স্থাপন কৰে। ইভানৰ সময়ৰপৰা দ্বিতীয় জাৰৰ সময়লৈকে (১৮৬৮-১৯১৭) ৰুছিয়াৰ শাসন ৰুছিয়াৰ জাৰসকলৰ হাতত ন্যস্ত আছিল। এই সময় ছোৱাত দুই-এজন জাৰে জনসাধাৰণৰ কল্যাণৰ হকে কাম কৰিবলৈ প্ৰয়াস কৰিছিল যদিও, তেনে প্ৰয়াসত তেওঁলোক কৃতকাৰ্য হব পৰা নাছিল, কাৰণ জমিদাৰ আৰু ন্যস্ত স্বাৰ্থৰ লোকসকলে তেনে প্ৰযাসত বাধা দান কৰিছিল। তাৰ ফলত খেতিয়ক আৰু শ্ৰমিক শ্ৰেণীৰ পিছপৰা অৱস্থা অব্যাহত আছিল, বৰঞ্চ তেওঁলোকৰ লাঞ্ছনা আৰু দুৰ্গতি বাঢ়ি গৈছিল। ইতিমধ্যে ৰুছিয়াত একশ্ৰেণীৰ লেখক আৰু ৰাজনৈতিক কৰ্মীয়ে তেওঁলোকৰ প্ৰগতিবাদী চিন্তা আৰু ভাবধাৰাৰ লগত প্ৰপীড়িত জনসাধাৰণ আৰু শ্ৰমিক শ্ৰেণীৰ জীৱন-যাপনৰ দুৰ্বহ বোজা প্ৰকাশ কৰে। তাৰ ফলত ৰুছিয়াত সাম্যবাদ আৰু বিপ্লৱমুখী আন্দোলনৰ সূচনা হয় ১৯০৫ চনত। তাৰ আগতে যে তাত শ্ৰমিকৰ আন্দোলন হোৱা নাছিল, তেনে নহয়। পূৰ্বৰ শ্ৰমিক আন্দোলনৰ ভিতৰত ১৮৮৫ চনৰ সাত জানুৱাৰীত পাইটৰ মৈসেয়েযাংকোৰ নেতৃত্বত অনুষ্ঠিত ওৰেকভ' জুইয়েভ'ৰ কাপোৰৰ কলৰ আন্দোলন উল্লেখযোগ্য। ১৯০৫ চনৰ আন্দোলন কিন্তু দীৰ্ঘজীৱী নহ'ল। ১৯১৪-১৮ চনৰ প্ৰথম মহাযুদ্ধত যেতিয়া ৰুছ জাতিৰ আৰ্থিক অৱস্থা পানীত হাঁহ নচৰাৰ লেখীয়া হৈ উঠিল, ঠায়ে ঠায়ে দুৰ্ভিক্ষই দেখা দিলে, খেতিয়ক আৰু শ্ৰমিক শ্ৰেণীৰ জীৱন-নিৰ্বাহ অসহনীয় হৈ পৰিল, তেতিয়া ৰুছিয়াত ভ্লাদিমিৰ লেনিনৰ অপৰাজেয় নেতৃত্বত ১৯১৭ চনত অক্টোবৰ বিপ্লৱ আৰম্ভ হয়। এই বিপ্লৱ ৰুছ জাতিৰ বুৰঞ্জীত মহা বিপ্লৱ যি বিপ্লৱে মানৱ জাতিৰ ইতিহাসত এটা নব দিগন্তৰ পাতনি মেলিছিল। দলিত, পীড়িত, ক্ষুধাৰ্ত শ্ৰমিক আৰু খেতিয়কৰ সমূহীয়া শক্তিক অক্টোবৰ বিপ্লৱে মূৰ্তমান কৰি সাম্যবাদৰ আদৰ্শক বাস্তৱত ৰূপায়িত কৰিছিল।

১৯১৭ চনৰ অক্টোবৰ বিপ্লৱৰ ফল স্বৰূপে ৰুছিয়াত সাম্যবাদী ৰাষ্ট্ৰ প্ৰতিষ্ঠা হৈছে। তাৰ পূৰ্বে একাধিক ৰুছ লেখকে তেওঁলোকৰ লিখনিত ৰুছিয়াৰ প্ৰাক্-বিপ্লৱ কালৰ ৰুছ জনসাধাৰণৰ বৰ্ণনা কৰি সাম্যবাদৰ ৰেঙনিৰ আভাস দিছিল। এই লেখক-সকলৰ ভিতৰত অগ্ৰগণী আছিল কাউণ্ট লিও টলষ্টয় (১৮২৮-১৯১০)। টলষ্টয়ৰ গ্ৰন্থসমূহ যে ৰুছিয়াৰ ভৌগোলিক সীমাৰেখাতে আৱদ্ধ হৈ আছিল তেনে নহয়; তেওঁৰ গ্ৰন্থ আৰু ভাৱধাৰাই ভাৰতৰ মুক্তি সংগ্ৰামৰ নায়ক মহাত্মা গান্ধীক গভীৰভাৱে প্ৰভাৱান্বিত কৰিছিল যি দৰে প্ৰভাৱান্বিত কৰিছিল বিশ্বৰ প্ৰগতিবাদী আৰু মানৱ দৰদী আন বহুলোকক। মহাত্মা গান্ধী আৰু লিও টলষ্টয়ৰ মাজত প্ৰত্যক্ষভাৱে কোনো দেখা সাক্ষাৎ হোৱা নাছিল, কিন্তু গান্ধীজীয়ে টলষ্টয়ৰ গ্ৰন্থবোৰ পঢ়ি এই মহান ৰুছ সাহিত্যিকজনৰ প্ৰতি অত্যন্ত আকৃষ্ট হৈছিল আৰু তেওঁ নিজৰ আৰু টলষ্টয়ৰ মাজত চিন্তাধাৰাৰ ঐক্য বিচাৰি পাইছিল। মৌলিক কেতবোৰ প্ৰশ্নত টলষ্টয় আৰু গান্ধীজীৰ মতৰ মাজত ইমান মিল দেখা যায় যে এই দু'জন মনীষীক পৃথককৈ ভাৱে বিচাৰ কৰিবলৈ টান হয়। সত্যতা আৰ মানৱীয়তা-বোধ আৰু মূল্যৰ প্ৰতি ৰুছ লেখক লিও টলষ্টয় আৰু ভাৰতৰ জাতিৰ জনক মহাত্মা গান্ধীৰ অগাধ আসক্তি আৰু গুৰুত্ব দেখা যায়। গান্ধীজীয়ে টলষ্টয়ক গুৰু বা শিক্ষক হিচাপে মানি লৈছিল। অৱশ্যে টলষ্টয় ৰাজনীতিৰপৰা সম্পূৰ্ণভাৱে আঁতৰি আছিল, আঁতৰি আছিল যদিও, সেই সময়ৰ ৰুছ সাধাৰণ লোকৰ দুৰৱস্থা তেওঁৰ ৰচনাৱলীত এনেভাৱে প্ৰকাশ হৈছিল আৰু তাৰ দ্বাৰা চিন্তাশীল লোকৰ মাজত এনেভাৱে প্ৰভাৱ বিস্তাৰ কৰিছিল যে প্ৰগতিবাদ চিন্তাৰ ক্ষেত্ৰত টলষ্টয়ক এজন নেতৃত্বলগীয়া পথ প্ৰদৰ্শক ভূমি গ্ৰহণ কৰিব পাৰি।

ঈশ্বৰ আৰু সত্য অন্বেষণৰ ক্ষেত্ৰতো টলষ্টয় আৰু গান্ধীজীৰ ভাৱধাৰা একে পৰ্যায়ৰ আছিল। সেইয়া একহাতে টলষ্টয়ৰ গল্প, উপন্যাস আৰু আন লিখনিবোৰত যিদৰে প্ৰকাশ হৈছিল, সেইদৰে গান্ধীজীৰ প্ৰবচন আৰু লিখনিত স্পষ্টভাৱে প্ৰকাশ পাইছিল। ভূমি সম্পৰ্কেও দুয়োজন মনীষীৰ মতৰ সাদৃশ্য পূৰ্ণভাৱে দেখা যায়। ঈশ্বৰ, মানৱীয়তা আৰু ভূমি সম্পৰ্কে টলষ্টয় আৰু গান্ধীজীৰ মতৰ সামঞ্জস্য প্ৰমাণ কৰাৰ প্ৰয়াসে তলত তেওঁলোকৰ ধ্যান-ধাৰণা কেইটামানৰ আঁহি দিয়া হ'ল ঃ

ভূমি সম্পৰ্কে টলষ্টয়ে তেওঁৰ 'ৰিজাৰেকচন' নামৰ কালজয়ী উপন্যাসত এইদৰে উল্লেখ কৰিছে ঃ 'পৃথিৱীখন কোনো ব্যক্তিবিশেষৰ নহয়, সেইয়া ভগৱানৰ। ভূমি সকলোৰে উমৈহতীয়া। তাৰ ওপৰত সকলোৰে সমান অধিকাৰ আছে। কিন্তু ভূমিৰ ভাল আৰু বেয়া শ্ৰেণী আছে, প্ৰত্যেকে ভাল ভূমিখিনি পাবলৈ চেষ্টা কৰে। তেন্তে ভূমি ন্যায়ভাৱে ভাগ কৰিবৰ কি উপায়? উপায়টো হৈছে—যিয়ে ভাল মাটি

ব্যৱহাৰ কৰে, তেওঁলোকে তাৰ মূল্য দিব লাগিব সেই সকলক যাৰ তেনে ভাল মাটি নাই। কোনে কাক তেনে মূল্য দিব সেইটো নিৰ্ধাৰণ কৰাটো টান আৰু যিহেতু সম্প্ৰদায়ৰ কাৰণে ধনৰ আৱশ্যক, এনে ব্যৱস্থা উদ্ভাৱন কৰিব লাগে যে যাৰ হাতত ভাল মাটি থাকে তেওঁ ভাল মাটিখিনিৰ মূল্যখিনি কমিউন বা গোষ্ঠীৰ হাতত আদায় দিব আৰু গোষ্ঠীয়ে তাৰ ব্যৱস্থা কৰিব।—যাৰ ভাল মাটি আছে তেওঁ বেছিকৈ ধন দিব লাগিব।

উপন্যাসখনৰ আন এঠাইত মাটি ব্যক্তিগত সম্পত্তি হিচাপে গ্ৰহণ কৰাৰ বিৰুদ্ধে টলষ্টয়ে লিখিছে ঃ 'মোৰ মতে মাটিৰ ক্ৰয়-বিক্ৰী হব নালাগে ; কাৰণ মাটিৰ ক্ৰয়-বিক্ৰী হলে এজন লোকে তেওঁৰ ধনৰ বলেৰে গোটেই মাটি কিনি লব আৰু যিসকল মাটিহীন তেওঁলোকৰপৰা মাটিৰ মালিকজনে নিজৰ ইচ্ছামতে যিমান পাৰে আদায় কৰিব।' টলষ্টয়ৰ প্ৰগতিমূলক মনোভাব 'ৰিজাৰেকচন্' উপন্যাসত অন্য ঠাইত এইদৰে ফুটি ওলাইছে ঃ 'সকলো মানুহৰ নাঙল থাকিব লাগে আৰু সকলো ঘোঁৰা সমান হব লাগে যাতে কোনেও পিছ পৰি নাথাকে ; নাঙল, ঘোঁৰা আৰু খেতি চপোৱা সা-সঁজুলি আৰু আন যন্ত্ৰপাতি উমৈহতীয়াকৈ ৰাখিব লাগে আৰু এনে অৱস্থা কৰোতে সকলোৱে সন্মতি দিব লাগে।' উল্লেখযোগ্য যে সেই সময়ত ৰুছিয়া আৰু পাশ্চাত্যদেশবোৰত ঘোঁৰাৰে খেতি কৰা হৈছিল যিদৰে ভাৰতত গৰুৰে খেতি কৰা হয়। টলষ্টয়ে মাটি আৰু খেতিৰ যাৱতীয় সামগ্ৰী যে ঘোঁৰা আৰু সা-সঁজুলিবোৰ সমাজত উমৈহতীয়াকৈ ৰখাৰ কথা কৈছিল তাৰ দ্বাৰা তেওঁ সমাজবাদৰ পূৰ্বাভাস দিছিল।

লিও টলষ্টয়ৰ দৰে মাটিৰ সন্দৰ্ভত গান্ধীজীয়েও একে মত পোষণ কৰিছিল। মাটি বিতৰণ তথা মাটি মালিকীস্বত্বৰপৰা আঁতৰাই ৰাখিলেহে প্ৰকৃত সমাজবাদ প্ৰতিষ্ঠা হব পাৰে বুলি গান্ধীজীয়ে মত দিছিল। প্ৰকৃততে এনে সমাজবাদী ব্যৱস্থা ভাৰতত পূৰ্বপুৰুষসকলে তেওঁলোকৰ ভবিষ্যত বংশধৰ সকললৈ থৈ গৈছে বুলি গান্ধীজীয়ে ১৯৩৭ চনৰ দুই জানুৱাৰীৰ 'হৰিজন' কাকতত উল্লেখ কৰিছিল। তেওঁ কৈছিল ঃ 'প্ৰকৃত সমাজবাদ আমাৰ পূৰ্বপুৰুষসকলে আমালৈ থৈ গৈছে। মাটিৰ গৰাকী গোপাল। তেন্তে তাৰ সীমাৰেখা ক'ত ? মাত্ৰ মানুহে তেনে সীমাৰেখা তৈয়াৰ কৰে। মানুহেই সেই সীমাৰেখা নোহোৱা কৰিবও পাৰে। সাহিত্যিক অৰ্থত 'গোপাল' শব্দই গৰখীয়াক বুজায়। ই ঈশ্বৰকো বুজায়। আধুনিক ভাষাত ই ৰাষ্ট্ৰক বুজায় অৰ্থাৎ ৰাইজক। মাটি যে মানুহৰ নহয় সেইয়া সঁচা। কিন্তু দোষ শিক্ষাৰ ওপৰত দিব নোৱাৰি। দোষ আমাৰ নিজৰ, কাৰণ আমি মাটিৰ প্ৰকৃত অৰ্থ গ্ৰহণ কৰা নাই। আমি সেই বাট লব পাৰোঁ আৰু তেনে কাৰ্য ৰুছিয়াকে ধৰি যি কোনো জাতিয়ে লব পাৰে ; তাক কিন্তু অহিংস উপায়েৰে লব লাগিব। হিংসাত্মক পন্থাকে স্বত্ব লোপ কৰাৰ

আটাইতকৈ ফলদায়ক বিকল্প পন্থা হৈছে এনে এটা চকা আৰু তাৰ লগত নিহিত হৈ থকা সকলো কথা। যিজনে মাটি আৰু সম্পত্তিৰ কাৰণে শ্ৰম কৰে, তেওঁহে মাটি আৰু সম্পত্তিৰ গৰাকী। দুৰ্ভাগ্যবশতঃ শ্ৰমিকসকলে এই সৰল আৰু সত্য ঘটনা নাজানে বা তেওঁলোকক সেই কথা জনাৰ সুবিধাৰ পৰা আঁতৰত ৰখা হৈছে।'

গান্ধীজীয়ে সমাজৰ অতি নিঃকিন আৰু গৰীব লোকৰ প্ৰতি সেৱাৰ যি কথা কৈছিল তেনে মত ঋষি টলষ্টয়ৰ লিখনি আৰু গ্ৰন্থত পোৱা যায়। গান্ধীজীয়ে কৈছিল ঃ 'মই তোমালোকক এটা টৌলিচমান দিম। যেতিয়াই তোমালোকে কোনো সংশয়ত পৰিবা আৰু যেতিয়া তোমাৰ সত্ত্বা তোমাৰ পক্ষে অসহনীয় হৈ উঠে, তলত দিয়া পৰীক্ষাটো প্ৰয়োগ কৰা। আটাইতকৈ গৰীব আৰু দুৰ্বলজনৰ কথা সোঁৱৰণ কৰিবা যিজনক তুমি দেখিছা, আৰু তুমি যি কাম কৰিবলৈ ইচ্ছা কৰিছা সেই কাম অতি গৰীব আৰু দুৰ্বলজনৰ সেৱাত আহিব নে ?—এই প্ৰশ্ন তুমি নিজকে কৰিবা। তোমাৰ সেৱাৰ দ্বাৰা তেনে মানুহজন উপকৃত হব নে ? অৰ্থাৎ তাৰ দ্বাৰা সেই মানুহজনৰ ভাগ্যৰ ওপৰত প্ৰতিক্ৰিয়া হব নে ? তাৰ দ্বাৰা ক্ষুধিত আধ্যাত্মিকতাত মুমূৰ্ষু লাখ লাখ জনতাৰ বাবে স্বৰাজৰ পথ ওলাব নে ?

টলষ্টয়ৰ মতে বহু প্ৰচাৰিত কুসংস্কাৰবোৰৰ ভিতৰত পৰস্পৰৰ মাজত পাৰ্থক্য হৈছে। তাৰ ভিতৰত অন্যতম হৈছে যে প্ৰত্যেকৰ নিজা নিজা গুণ আছে, তাৰ ফলত এজনে আনজনক পৃথক বুলি ভাবে—এজন দয়ালু, এজন নিষ্ঠুৰ, তৃতীয়জন জ্ঞানী বা মূৰ্খ, উদ্যোগী বা নিৰ্বিকাৰ। মানুহ প্ৰকৃততে তেনে নহয়। আমি কব পাৰো যে এজন লোক কেতিয়াবা নিষ্ঠুৰ হলেও, সি প্ৰকৃততে দয়ালু. এজন মূৰ্খ হলেও মূলতঃ তেওঁ জ্ঞানী ; নিৰ্বিকাৰ হৈও উদ্যোগী বা তাৰ বিপৰীত। এজন দয়ালু আৰু জ্ঞানী আৰু আনজন মূৰ্খ আৰু বেয়া—এই ধাৰণা কিন্তু সঁচা নহয়। তথাপি আমি মানুহক সেইদৰে বিভক্ত কৰোঁ। এইটো ভুল। মানুহ নদীৰ দৰে আৰু সকলো নদীৰ পানী একেই। প্ৰত্যেক নদী এঠাইত ঠেক, আন ঠাইত তাৰ সোঁত হয়তো কোবাল, ক'ৰবাত মন্থৰ, ক'ৰবাত বহল, এতিয়াই নিৰ্মল, এতিয়াই ঘোলা, এই গৰম, এই শীতল। মানুহৰ ক্ষেত্ৰতো একে কথা। প্ৰকৃত মানুহৰ অন্তৰত মানৱীয়তাৰ বীজ আছে, কিন্তু কেতিয়াবা গুণৰ বিকাশ হয়, কেতিয়াবা আন এটাৰ বিকাশ হয় আৰু সেই মানুহজনে নিজস্ব হেৰায়। তথাপি মানুহজন একে মানুহ।'

বিশ্ব-প্ৰেম, মানৱতা আৰু সততা সম্পৰ্কেও ঋষি টলষ্টয় আৰু গান্ধীজীৰ মতৰ মিল দেখা যায়। গান্ধীজীয়ে টলষ্টয়ৰ কেবাখনো গ্ৰন্থ অধ্যয়ন কৰি ভগৱান, ভূমি, আধ্যাত্মিকতা, সত্য, অহিংসাবাদ আৰু সৰল জীৱন হৃদয়ঙ্গম কৰাত বহুখিনি প্ৰভাৱান্বিত হৈছিল। সেই কাৰণে স্বীকাৰ কৰিব লাগিব ৰুছদেশ আৰু ভাৰতৰ বহুক্ষেত্ৰত অদৃশ্যভাৱে বহুত মিল আছে।

মহাত্মা গান্ধীৰ ৰাজনৈতিক বংশধৰ জৱাহৰলাল নেহৰু আছিল ভাৰতৰ অন্যতম আগশাৰীৰ নেতা যিজন সাম্যবাদী ৰুছ নেতাসকলৰ দ্বাৰা তেওঁৰ ৰাজনৈতিক জীৱনত আকৰ্ষণীয়ভাৱে প্ৰভাৱান্বিত হৈছিল। লণ্ডনত থাকোঁতে ছাত্ৰাৱস্থাত জৱাহৰলালে লেনিন, ট্ৰটস্কি প্ৰভৃতি সাম্যবাদী নেতাসকলৰ জীৱন আদৰ্শৰ বিষয়ে যথেষ্ট অধ্যয়ন কৰিছিল, যিদৰে তেওঁ অধ্যয়ন কৰিছিল পৃথিৱীৰ আন মহান লেখকসকলৰ গ্ৰন্থসমূহ। তেতিয়াৰ-পৰা জৱাহৰলালে 'এখন নতুন বিশ্ব'ৰ সপোন দেখিছিল যিদৰে মহাত্মা গান্ধীয়ে শ্ৰীৰামচন্দ্ৰৰ জীৱন-চৰিত পঢ়ি ভাৰতত এখন 'ৰামৰাজ্য' প্ৰতিষ্ঠা কৰাৰ সপোন দেখিছিল। ৰুছিয়াৰ ১৯১৭ চনৰ অক্টোবৰ বিপ্লৱৰ ইতিহাস জৱাহৰলালে অধ্যয়ন কৰিছিল, কিন্তু ছোভিয়েত দেশখনৰ নতুন ৰূপ দেখাৰ বাবে তেওঁৰ বহু বছৰ সুবিধা হোৱা নাছিল। প্ৰথমবাৰৰ কাৰণে তেওঁ ১৯২৭ চনত অনুষ্ঠিত অক্টোবৰ বিপ্লৱৰ দশম বাৰ্ষিকী উৎসৱত যোগ দিবলৈ তেওঁ মস্কোলৈ গৈছিল। সেই ছেগতে ছোভিয়েত য়ুনিয়নৰ ৰাষ্ট্ৰীয় জীৱনৰ প্ৰকৃত ভূ পায়। তাৰপৰা উভতি আহি জৱাহৰলালে মাদ্ৰাজৰ 'দি হিন্দু' নামৰ বিখ্যাত বাৰ্তাৰিকাকতখনত ছোভিযেত ৰুছিয়াৰ নতুন জীৱন সন্দৰ্ভত এলানি প্ৰবন্ধ লিখে। প্ৰবন্ধাৱলীৰ বিষয়বস্তু আছিল 'ৰুছিয়াৰ আকৰ্ষণ', 'মস্কোৰ বিষয়ে মোৰ ধাৰণা', 'ছোভিয়েত পদ্ধতি', 'ইউ-এচ-এচ আৰু সংবিধান', 'ৰুছিয়াৰ পুথি', 'লেনিন', 'কৃষক আৰু ভূমি', 'ৰুছিয়াৰ জেল', 'ৰুছিযা আৰু ভাৰতবৰ্ষ' ইত্যাদি। প্ৰবন্ধবোৰ থূপাই পিছত তেওঁ 'ছোভিয়েত ৰুছিয়া' নামৰ এখন পুথি প্ৰকাশ কৰে। এই পুথিখনৰ 'আগকথা'ত নেহৰুয়ে লিখিছিল ঃ 'ছোভিয়েত ৰুছিয়া সদা প্ৰবৰ্তিত। জটিল অৱস্থা বৰ্ণনা কৰিবলৈ যথেষ্ট জ্ঞান আৰু সাহসৰ দৰ্কাৰ। মোৰ তেনে জ্ঞান আছে বুলি দাবী কৰিব নোৱাৰোঁ। অৱশ্যে মই এনে কিছুমান কাম কৰিবলৈ আগ বাঢ়োঁ, যি কাম বিশেষ গুণসম্পন্ন লোকেও কৰিবলৈ সাহ নকৰে। ৰুছিয়া সম্পৰ্কে মই কোনো নীতি-নিয়ম নিৰ্ধাৰণ কৰিবলৈ বা তাত যি ঘটিছে তাৰ ওপৰত মত জাহিৰ কৰিবলৈও নোখোজোঁ। ছোভিয়েত অৱস্থাৰ অধ্যয়নে মোৰ মন গভীৰভাৱে আকৰ্ষণ কৰিছে।' তেওঁ লিখিছে যে 'মই য়ুৰোপৰপৰা ঘূৰি অহাৰ পাছত ৰুছিয়া সম্পৰ্কে মোক বহুত লোকে প্ৰশ্ন সুধিছে···সমগ্ৰ ৰুছিয়াৰ প্ৰতি তেওঁলোকে লক্ষ্য কৰি আছে—কিছুমানে ভয়ত, কিছুমানে ঘৃণাত। বাকীবোৰে ৰুছিয়াৰ আদৰ্শ গ্ৰহণ কৰিবলৈ বাট চাই আছে।' পুনঃ নেহৰুয়ে কৈছে ঃ 'আমাৰ ভাৰতবৰ্ষৰ বাবে ৰুছিয়াৰ আকৰ্ষণ বেছি। পুৰণি ব্যৱস্থাৰ আমূল পৰিবৰ্তন কৰি বিশাল শক্তিসমূহে যি নতুন পৃথিবীৰ সৃষ্টি কৰিছে তাক বুজিবলৈ আমাৰ স্বাৰ্থই আমাক বাধ্য কৰে। এই নতুন পৃথিবীখনত মূল্যবোধৰ সম্পূৰ্ণ পৰিবৰ্তন ঘটিছে আৰু পুৰণি মানদণ্ডৰ ঠাইত নতুন মানদণ্ড প্ৰতিষ্ঠিত হৈছে।···আমি যদি আমাৰ সমস্যাবোৰ সমাধান কৰিবলৈ

ইচ্ছা কৰো, তেন্তে নতুন চিন্তাধাৰাত সোমাব লাগিব। পৃথিবী পৰিবৰ্তনশীল ; অতীতত যি সভ্যতা আছিল, সি আজি প্ৰযোজ্য হব নোৱাৰে। পৰিবৰ্তনৰ একাবেঁকা বাটেৰেই আমি পৰিচালিত হব লাগিব। জনাকীৰ্ণ বাটত আকোৰগোজালিভাৱে ধৰি থাকিলে বেঁকা বাটৰপৰা পিচলি পৰিম আৰু বিপৰ্যয়ৰ সন্মুখীন হম।...সেই কাৰণে ৰুছিয়াই আমাৰ মন আকৰ্ষণ কৰে ; বিশ্বত সম্প্ৰতি যিবোৰ সমস্যাৰ সৃষ্টি হৈছে সেই সমস্যাবোৰ সমাধান কৰাত ৰুছিয়াই সহায় কৰিব। আমাৰ মন ৰুছিয়াই বিশেষভাৱে আকৰ্ষণ কৰে এই কাৰণে যে ৰুছিয়াৰ অৱস্থাৰ লগত ভাৰতৰ অৱস্থাৰ মাজত প্ৰভেদ নাই।...আমি ৰুছিয়াক উপেক্ষা কৰিব নোৱাৰো, কাৰণ এইখন শক্তিশালী দেশ। ৰুছিয়া আমাৰ বন্ধুৰাষ্ট্ৰ হব আৰু আমাৰ সৈতে যোগাযোগ ৰক্ষা কৰিব পাৰিব। এই দুটাৰ যিটোৱে নহওক, আমি ৰুছিয়াক বুজিব লাগিব, বুজি উঠি সেইদৰে আমাৰ নীতি নিৰ্ধাৰণ কৰিব লাগিব।'

ছোভিয়েত ৰাষ্ট্ৰগুৰু লেনিন সম্পৰ্কে জৱাহৰলাল নেহৰুৱে তেওঁৰ আত্মজীৱনীত লিখিছে : 'মাৰ্ক্সবাদৰ আধুনিক প্ৰবক্তা লেনিন। তেওঁ তাৰ ব্যাখ্যা আৰু প্ৰসাৰ হে কৰিছিল তেনে নহয়, তেওঁ তাক গ্ৰহণো কৰিছিল। তথাপি তেওঁ আমাক সাৱধান কৰি দিছে যে মাৰ্ক্সবাদক এটা গোড়া মত হিচাপে বিবেচনা কৰিব নালাগে যেন তাক বিভিন্নৰূপে মাৰ্ক্সবাদক সংশোধন কৰি লব নোৱাৰি। মাৰ্ক্সবাদৰ মূলতত্ত্ব লেনিনে উপলব্ধি কৰিছিল যদিও, তেওঁ নভবা নিচিন্তাকৈ য'তে ত'তে তাক প্ৰয়োগ কৰিবলৈ সাজু নাছিল।' মাৰ্ক্সবাদ সম্পৰ্কে লেনিনৰ মত কি তাক নেহৰুৱে তেওঁৰ আত্মজীৱনীত এইদৰে লিখিছে : 'মাৰ্ক্সিষ্ট মতবাদ সম্পূৰ্ণ আৰু তাক বিৰোধিতা কৰিব নোৱাৰি বুলি আমি কোনো মতে বিবেচনা নকৰো। বৰঞ্চ আমি স্পষ্টভাৱে জানো সেই মাৰ্ক্সিষ্ট মতবাদ বৈজ্ঞানিক মতবাদৰ বুনিয়াদ হে, সেই কাৰণে সাম্যবাদীসকলো তাৰ সকলো দিশত তাৰ অগ্ৰগতি কৰাৰ বাবে প্ৰতিশ্ৰুত হব লাগে। আমি ভাবো ৰুছ সাম্যবাদীসকলে মাৰ্ক্সিষ্ট মতবাদক মুক্তভাৱে অধ্যয়ন কৰিব লাগে, কাৰণ মাৰ্ক্সবাদে সাধাৰণ নিৰ্দেশক স্বৰূপ ভাবহে দিছে আৰু বিভিন্নৰূপে যেনে, ইংলণ্ডত ফ্ৰান্সতকৈ বিভিন্ন প্ৰকাৰত বা জাৰ্মানতকৈ ফ্ৰান্সত আন প্ৰকাৰে, ৰুছিয়াতকৈ জাৰ্মানত আৰু আন ৰূপত।'

জৱাহৰলাল নেহৰুৱে লেনিনক এগৰাকী 'উচ্চ মনবিশিষ্ট আৰু বিপ্লৱৰ এজন অসাধাৰণ ব্যক্তি' বুলি আখ্যা দি সাম্যবাদী এই মহান নেতাজনৰ বিষয়ে কৈছে : 'লেনিন নিজৰ কামত ব্যস্ত আছিল আৰু তেওঁ আন কোনো কথা চিন্তা কৰা নাছিল আৰু সেই কাৰণে তেওঁক এবিধ অমানুষিক অস্ত্ৰ হিচাপে ভাবিব নালাগে। তেওঁ সম্পূৰ্ণভাৱে যে তেওঁৰ কামত ব্ৰতী হৈছিল আৰু জীৱনৰ মহান উদ্দেশ্য সাধনত একাগ্ৰ-

ভাৱে লাগি আছিল সেইয়া সঁচা ; লগতে তেওঁ আছিল স্বাৰ্থকেন্দ্ৰিক ভাববপৰা বহুত দূৰৈত ; তেওঁ এটা ধাৰণাৰ পূৰ্ণ প্ৰতীক আছিল। তৎ সত্ত্বেও লেনিন আছিল এজন পৰম মানৱদৰদী পুৰুষ।'

লেনিনৰ ব্যক্তিত্ব আৰু মাৰ্ক্সবাদ সম্পৰ্কে জৱাহৰলাল নেহৰুৰ অভিমত তেওঁৰ উদ্ধৃত উক্তিত প্ৰকাশ পাইছে। মাৰ্ক্সীয় হিংসানীতিত প্ৰতিষ্ঠিত শ্ৰেণী-সংগ্ৰামৰ লেনিন যে বিৰোধী আছিল নেহৰুয়ে তাৰ ব্যাখ্যা দিছে। প্ৰকৃতপক্ষে লেনিনে মাৰ্ক্সবাদৰ মৌলিক নীতি ৰুছিয়াৰ লগত খাপ খুৱাই প্ৰয়োগ কৰিছিল। সেই কাৰণে ৰুছিয়াৰ বাহিৰত বহুত চিন্তাশীল ব্যক্তিয়ে লেনিনৰ আদৰ্শ মানি লৈছে। ছোভিয়েত য়ুনিয়নত যি বহু নেতাসকলে লেনিনৰ আদৰ্শৰপৰা আঁতৰি পথভ্ৰষ্ট হৈছিল আৰু পৃথিৱীৰ যি কোনো ৰাষ্ট্ৰত মাৰ্ক্সীয় গোড়া আদৰ্শ প্ৰয়োগ কৰিবলৈ প্ৰয়াস কৰিছে তেতিয়াই তেনে লোকক ক্ষমতাচ্যুত কৰা হৈছে। ষ্টেলিনৰ আমোলত ছোভিয়েত য়ুনিয়ন লেনিনৰ আদৰ্শৰপৰা বিচ্যুত হৈ পৰাত ছোভিয়েত য়ুনিয়নৰ ওপৰত বহুলোকৰ বিপৰীত ধাৰণা হৈছিল। কিন্তু ষ্টেলিনৰ লেনিন-বিৰোধী নীতি পৰিহাৰ কৰাৰ পাছত নেহৰুয়ে ছোভিয়েত ৰুছিয়াৰ অক্টোবৰ বিপ্লৱৰ যোগেদি যি 'নতুন বিশ্ব'ৰ সপোন দেখিছিল তাৰ বাস্তৱ ৰূপ বিশ্বৰ বহু দেশত প্ৰকাশ হৈছে। সেই কাৰণে ভাৰতবৰ্ষ আৰু ছোভিয়েত য়ুনিয়নৰ মাজত বন্ধুত্বৰ ক্ৰমবিকাশ দৃঢ়ভাৱে আগ বাঢ়িছে।

ভাৰতৰ দুগৰাকী মহান নেতা মহাত্মা গান্ধী আৰু জৱাহৰলাল নেহৰু যথাক্ৰমে বিশ্বৰ মানৱদৰদী বহু লেখক লিও টলষ্টয় আৰু ছোভিয়েত য়ুনিয়নৰ ৰাষ্ট্ৰগুৰু লেনিনৰপৰা ভাৰতৰ মুক্তি-সংগ্ৰাম আৰু নতুন ৰাষ্ট্ৰ গঠনত যি প্ৰেৰণা লাভ কৰিছিল তাৰ চমু আভাষ ওপৰত বৰ্ণনা কৰা হৈছে। টলষ্টয় আৰু গান্ধীজীৰ মাজত ব্যক্তিগত সম্পৰ্ক ঘটা নাছিল যদিও, টলষ্টয়ৰ সাহিত্য আৰু চিন্তাধাৰাই গান্ধীজীক উল্লেখযোগ্যভাৱে উদ্বুদ্ধ কৰিছিল। বিশেষকৈ সত্য আৰু মানৱীয়তাৰ ভিত্তিত টলষ্টয়ে সাহিত্যৰ যি অক্ষয় কীৰ্তি ৰাখি থৈ গৈছিল সেই কীৰ্তিৰপৰা মহাত্মাই অহিংস নীতি আৰু সত্য-অন্বেষণৰ কাৰণে যথেষ্ট সমল পাইছিল আৰু তাৰ প্ৰভাৱত ভাৰতীয় মুক্তি সংগ্ৰামৰ বাবে গ্ৰহণ কৰা পন্থা শুদ্ধ পথত পৰিচালিত হৈছিল। সেইদৰে ৰাজনীতি আৰু অৰ্থনীতি ক্ষেত্ৰত স্বাধীন ভাৰতৰ প্ৰধান মন্ত্ৰী হিচাপে জৱাহৰলাল নেহৰুৰ ওপৰত লেনিনৰ আদৰ্শ আৰু ছোভিয়েত য়ুনিয়নৰ আৰ্থিক ব্যৱস্থাই উল্লেখযোগ্যভাৱে চাপ বহুৱাইছিল।

ৰাজনীতিৰ খৰস্ৰোত গতিত গভীৰভাৱে জড়িত থকা গান্ধীজী আৰু নেহৰুৰ উপৰিও ভাৰতৰ আন এজন মনীষী কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰে ৰুছিয়াৰ সাম্যনীতি আৰু প্ৰগতিৰ প্ৰশংসা কৰিছিল। কবিগুৰু ঠাকুৰ ৰাজনীতি আৰু ভাৰতৰ স্বাধীনতা-যুঁজত লিপ্ত

হোৱা নাছিল। তথাপি ১৯৩০ চনত তেওঁ ছোভিয়েত য়ুনিয়ন পোন প্ৰথম বাৰৰ কাৰণে ভ্ৰমণ কৰি বুছ দেশত সাম্যবাদ প্ৰতিষ্ঠা হোৱাৰ তেৰ বছৰৰ পাছত তেওঁ নিজ চকুৰে যি দেখিছিল তাত তেওঁ মুগ্ধ হৈছিল। ৰুছিয়া সম্পৰ্কে তেওঁৰ নিজৰ ধাৰণা কবিগুৰুৱে 'ৰুছিয়াৰ চিঠি' শিতানত সন্নিলত পুথিত লিখিছে ঃ 'অবশেহত ৰুছিয়া পালোঁ। যি ফালেই চাওঁ, তাতেই মই আচৰিত হওঁ। ৰুছিয়া আন দেশৰ দৰে নহয়। ই আমূলভাৱে পৃথক। কোনো ব্যৱধান নাৰাখি এওঁলোকে অৰ্থাৎ ছোভিয়েত নেতাসকলে ওপৰৰপৰা তললৈ সকলোকে উদ্দীপ্ত কৰি তুলিছে। সম্পত্তিৰ প্ৰতি থকা মানুহৰ নওঠা মোহটো সম্পূৰ্ণৰূপে নাইকিয়া হৈছে আৰু সেয়ে মোক অতি আনন্দ দিছে। এই কাৰণে মানুহৰ আত্ম-সন্মান পুনৰ প্ৰতিষ্ঠা হৈছে, খেতিয়ক আৰু শ্ৰমিকসকলে অসন্মানৰ বোজা এৰি পেলাইছে আৰু তেওঁলোকে মূৰ দাঙি উঠিছে। ইজনে সিজনৰ লগত সম্পৰ্ক সহজে আচৰিতভাৱে গঢ়ি তুলিছে যিসকলৰ মাত মতাৰ অধিকাৰ নাছিল, সেই সকলে মাত মতাৰ অধিকাৰ পাইছে। অজ্ঞসকলে তেওঁলোকৰ অজ্ঞতাৰ ওৰণি এৰিছে, যিসকল নিঃসহায় আছিল, তেওঁলোকে নিজৰ শক্তিৰ বুজ পাইছে। যিসকল অত্যন্ত অৱহেলিত অৱস্থাত আছিল, তেওঁলোক সমাজৰ অন্ধকূপৰ-পৰা ওলাই আহিছে আৰু আন প্ৰত্যেকৰ দৰে সমতা দাবী কৰিছে। আঠ বছৰতকৈ কম সময়ৰ ভিতৰত ৰুছিযাই এনে কৃতকাৰ্যতা লাভ কৰিছে।'

কবিগুৰুৱে লিখা 'ৰুছিয়াৰ চিঠিৰ' আন এঠাইত ৰুছিয়াৰ প্ৰতি তেওঁৰ প্ৰশংসা এইদৰে প্ৰকাশ পাইছে ঃ 'ৰুছিয়াৰ স্মৃতিয়ে মোৰ মন দখল কৰি ৰাখিছে। তাৰ প্ৰধান কাৰণ এই যে মই যিবোৰ দেশলৈ গৈছিলোঁ ৰুছিয়াৰ বাহিৰে আন কোনো দেশে মোৰ মনত সম্পূৰ্ণ আলোড়ন কৰিবপৰা নাছিল। সেই দেশবোৰত বিভিন্ন কাৰ্যক্ৰম বিভিন্ন ভাগত সীমাবদ্ধ—ইযাত ৰাজনীতি, তাত হাস্পাতাল, আন এঠাইত বিশ্ববিদ্যালয় আৰু সংগ্ৰহালয়, বিশেষজ্ঞ এই কামবোৰত ব্যস্ত। ৰুছিয়াত কিন্তু গোটেই দেশখন মাত্ৰ এটা উদ্দেশ্যত ব্ৰতী হৈ এটা স্নায়ুকেন্দ্ৰৰ দৰে সকলো কাম থূপুৱাই লৈছে আৰু তাৰ ফলত ৰুছিয়া এটা বৃহৎ শৰীৰ আৰু বিৰাট ব্যক্তিত্বত পৰিণত হৈছে। যি দেশবোৰ সম্পত্তি আৰু শক্তিকেন্দ্ৰিক স্বাৰ্থত বিভক্ত, তাত ৰুছিয়াৰ দৰে মনৰ মিল হব নোৱাৰে।' আন এখন চিঠিত কবি ঠাকুৰে লিখিছিল ঃ 'ছোভিয়েতে ধনীসকলক ব্যক্তিগতভাৱে ধনৰপৰা বঞ্চিত কৰিছে, কিন্তু বৰ্বৰসকলৰ দৰে সেই ধন-সম্পত্তি ধ্বংস কৰি পেলোৱা নাই, কাৰণ সেই ধন-সম্পত্তি চিৰন্তনভাৱে মানৱ শ্ৰেণীৰ। যি সকল খেতিয়কে আনলোকৰ ভোগবিলাসৰ কাৰণে খেতি কৰিছিল, তেনে খেতিয়কক যে ছোভিয়েতে মাটিৰ স্বত্ব দিছিল তেনে নহয়, এনে খেতিয়কক মানৱ জীৱনৰ মূল্যবোধ, জ্ঞান আৰু আনন্দৰ সকলো সামগ্ৰী দিবলৈও ছোভিযেতে প্ৰয়াস কৰিছে।'

ৰবি ঠাকুৰৰ ৰুছিয়া ভ্ৰমণ আছিল ছোভিয়েত দেশৰ শিক্ষা প্ৰণালীৰ ভূ লোৱাৰ উদ্দেশ্যে, কাৰণ সেই সময়ত শান্তি নিকেতনত বহল আৰু সাৰ্বজনীন দৃষ্টিভংগীত এটা শিক্ষা অনুষ্ঠান স্থাপন কৰাৰ বিষয়ে তেওঁ চিন্তা কৰিছিল। ছোভিয়েত দেশ ভ্ৰমণ কৰাৰ পাছত সেই দেশৰ শিক্ষা ব্যৱস্থা নিজে দেখি তেওঁ মুগ্ধ হৈছিল, কিয়নো তাত মাত্ৰ আঠ বছৰতেই শিক্ষাৰ মাধ্যমেদি ৰুছ জাতিৰ আধ্যাত্মিক মনোভাৱ পৰিবৰ্তন কৰি তুলিছিল। ছোভিয়েত দেশৰ ওপৰত কবিগুৰুৰ ধাৰণা আনকি ছোভিয়েতৰ ঘোৰ সমালোচকেও অস্বীকাৰ কৰিব নোৱাৰিছিল, কবিগুৰুয়ে যি কৈছিল কোনেও তাক অতিৰঞ্জিত কিম্বা উদ্দেশ্য প্ৰণোদিত বুলি নাভাবিছিল। তেওঁৰ ৰুছিয়া ভ্ৰমণ অৱশ্যে চমু আছিল আৰু সেই কাৰণে ভাৰতৰ অতীত আৰু বৰ্তমান, ভাৰতৰ ইতিহাস, সাহিত্য, পুৰাণ আৰু আধুনিক ভাষা সন্দৰ্ভত সেই সময়ত ছোভিয়েত ৰুছিয়াত যি বৈজ্ঞানিক ভিত্তিত অধ্যয়ন কৰা হৈছিল তাৰ বুজ লবলৈ কবিগুৰুৰ যথেষ্ট সময় আৰু সুযোগ হোৱা নাছিল। তথাপি তেওঁৰ সন্দেহ ওপজা নাছিল যে ছোভিয়েত ৰুছিয়াই দ্ৰুতগতিত সমাজবাদৰ বাটেদি আগবাঢ়িছিল আৰু ভাৰত ছোভিয়েত দেশৰ মাজতে সম্প্ৰীতি আৰু সম্পৰ্ক পূৰ্বৰপৰা চলি আছিল, যদিও বৃটিছ সাম্ৰাজ্যবাদীসকলে ৰুছিয়াই ভাৰত আক্ৰমণ কৰিব বুলি ভাৰতবাসীৰ মাজত ভুল প্ৰচাৰ কাৰ্য চলাইছিল আৰু তাৰ যোগেদি ৰুছিয়াৰ প্ৰতি ভাৰতৰ ঈৰ্ষা আৰু ভয়ৰ বাতাবৰণ কৰিবলৈ বিদেশী চৰকাৰে প্ৰয়াস কৰিছিল।

ভাৰতৰ তিনিজন মনীষী—ভাৰতৰ মুক্তি যুদ্ধৰ প্ৰধান নেতা আৰু সত্য-অন্বেষণৰ পৰম পূজাৰী গান্ধীজী, স্বাধীন ভাৰত ৰাষ্ট্ৰৰ প্ৰধান মন্ত্ৰী আৰু সমাজবাদৰ এজন শীৰ্ষস্থানীয় প্ৰবক্তা পণ্ডিত জৱাহৰলাল নেহৰু, আৰু সাহিত্য-জগতৰ বিশ্ব বিখ্যাত কবি ৰবীন্দ্ৰনাথ ঠাকুৰে ছোভিয়েত ৰুছিয়াৰ সন্দৰ্ভত কৰা উক্তিসমূহে প্ৰমাণ কৰে যে সেই দেশৰ সাহিত্য, অৰ্থনীতি আৰু সমাজ ব্যৱস্থাই সমগ্ৰ মানৱ জাতিক এটা নব চেতনাৰ উৎস যোগাইছিল। আজিও সেই উৎস অব্যাহত আছে। তাৰ প্ৰকৃত মূল্যাঙ্কন কৰিবলৈ দীঘলীয়া সমীক্ষাৰ অৱকাশ আছে। তথাপি বিনা দ্বিধাই কব পাৰি যে পূণ্যভূমি ভাৰত আৰু সাম্যবাদী ছোভিয়েত য়ুনিয়নৰ মাজত অদৃশ্য ৰূপত বন্ধুত্ব আৰু আদৰ্শৰ পৰম্পৰাগত বন্ধুত্ব আৰু আদৰ্শৰ এনাজৰি যুগ-যুগান্তৰ ধৰি অব্যাহতভাৱে বৰ্তি আছে। এই এনাজৰি কোনো সময়ত দুৰ্বল হোৱাৰ উপক্ৰম হৈছিল যদিও, সেই সম্বন্ধক কোনো শক্তিয়ে চিঙিব পৰা নাই। এই এনাজৰিত ঋষিতুল্য লিও টলষ্টয় আৰু কুৰি শতিকাৰ মহামানৱ মোহনদাস কৰমচাঁদ গান্ধীৰ নাম নিবিড়ভাৱে সংযোজন কৰা আছে।

বিশ্ব ইতিহাসত লিও টলষ্টয় আৰু লেলিনৰ দেশ সাম্যবাদী ছোভিয়েত য়ুনিয়ন—আৰু গৌতম বুদ্ধ আৰু মহাত্মা গান্ধীৰ দেশ—পূণ্যভূমি ভাৰত—উভয়ে স্মৰণীয় ভূমিকা লৈছে আৰু ভৱিষ্যতেও এই ভূমিকা যে অব্যাহত হৈ থাকিব তাক নিঃসন্দেহে কব পাৰি।

## তৃতীয় অধ্যায়

## লিও টলষ্টয়ৰ প্ৰাচ্য-প্ৰীতি

ৰুছ সাহিত্যৰ ইতিহাস য়ুৰোপীয় আন সাহিত্যৰ তুলনাত পুৰণি নহয়। প্ৰকৃততে ৰুছিয়াত একাদশ শতাব্দীৰপৰা কিতাপ লেখা আৰম্ভ হয়। তেতিয়াও ৰুছ ভাষা সৃষ্টি হোৱা নাছিল ; অৱশ্যে শ্লাভিক ভাষাৰ কিতাপ ওলাইছিল। কিন্তু ৰুছ জনসাধাৰণে এনেবিধৰ কিতাপত মনোযোগ দিয়া নাছিল। ৰুছ যাজকসকলেহে তেনে বিধৰ কিছুমান পুথি প্ৰকাশ কৰিছিল। সেই সময়ত ৰুছ জনসাধাৰণৰ জীৱন মধ্যযুগৰ ইংৰাজসকলৰ দৰে আছিল। ধৰ্মীয় বিষয়ৰ কিছুমান কিতাপ ৰুছিয়াত ওলাইছিল। এই কিতাপবোৰ হাতে লিখা আছিল, এখন কিতাপ হাতেৰে লিখি সম্পূৰ্ণ কৰোতে কেবামাহো লাগিছিল। এনে কিতাপৰ দামো বৰ চ'ৰা আছিল। ইভান ফ্যড'ৰভ্ নামৰ এজন মানুহে পোন প্ৰথমে ৰুছিয়াত অনুভৱ কৰে যে ছপা আখৰত কিতাপ পঢ়িবলৈ উজু হ'ব আৰু তেনে কিতাপ কম দামত পোৱা যাব। তেওঁ ছপাশাল উদ্ভাৱন কৰাৰ বাবে প্ৰচেষ্টা চলায় আৰু ১৫৬৪ চনত ৰুছিয়াত প্ৰথম ছপা পুথি উলিয়ায়। সেই সময়ত বাইলোৰুছিয়া, লিথুনিয়া, উক্ৰেইন আৰু মাল্‌ডেভিয়াতো ছপা পুথিৰ প্ৰকাশ হয়। ইভান্ ফ্যড'ৰভ্ নামৰ লোকজন ৰুছিয়াত ছপাশালৰ বাটকটীয়া। এওঁৰ প্ৰতিমূৰ্তি মস্কোৰ এটা প্ৰধান আলিত স্থাপন কৰা হৈছে। প্ৰতিমূৰ্তিটোত ইভানৰ সোঁহাতত এখন কাগজ আৰু বাঁওহাতখন এটা ছপাশালত বৈ থকা অৱস্থাত দেখুওৱা আছে।

পিটাৰ ডি গ্ৰেটৰ আমোলত ৰুছিয়াক য়ুৰোপীয়গোষ্ঠীৰ সম্পৰ্কত অনা হয়। কিন্তু সেই সময়ৰ ৰুছশাসক শ্ৰেণীয়ে ভাষা আৰু সাহিত্য সৃষ্টি কৰাত গুৰুত্ব দিয়া নাছিল, সৰ্বসাধাৰণৰ সাংস্কৃতিক উৎকৰ্ষ সাধনৰ পৰিবৰ্তে শাসকবৰ্গই বেছি মনোযোগ দিছিল সামাজিক সংগঠনত। তাৰ ফলস্বৰূপে আধুনিক সাহিত্য হিচাপে ইংৰাজী, ফৰাচী আদি সাহিত্যৰ তুলনাত ৰুছ সাহিত্য পিছ পৰি থাকিব লগা হৈছিল। সি যি নহওক, মিখাইল্ লোমোনোচ'ভৱ (১৭১১-৬৫) দিনৰপৰা ৰুছ ভাষা, সাহিত্য আৰু শিক্ষাৰ এটা নতুন যুগৰ সূচনা হয়।

মিখাইল্ লোমোনোচ'ভক ৰুছিয়াৰ প্ৰথম পণ্ডিত লোক বুলি কব পাৰি। এওঁ সাধাৰণ মাছমৰীয়া পৰিয়ালত জন্মগ্ৰহণ কৰিছিল, কিন্তু আগ্ৰহ আৰু অধ্যৱসায়ৰ গুণত

লোমোনোচ'ভে শিক্ষা লাভ কৰি ৰুছিয়াত শিক্ষা প্ৰসাৰৰ ক্ষেত্ৰত অসামান্য বৰঙণি যোগায়। এওঁ পদাৰ্থ বিজ্ঞানী আছিল আৰু পদাৰ্থ-বিজ্ঞান, ৰসায়ন-বিজ্ঞান আৰু প্ৰাকৃতিক বিজ্ঞানত একাধিক আৱিষ্কাৰ কৰি খ্যাতি লাভ কৰিছিল। কিন্তু বিজ্ঞানৰ পাণ্ডিত হোৱা সত্ত্বেও লোমোনোচ'ভে ইতিহাস আৰু সাহিত্য বিষয়তো যথেষ্ট ব্যুৎপত্তি দেখুৱাইছিল আৰু নিজে ৰুছভাষাত কবিতা লিখিছিল। তেৱেঁই ১৭৫৫ চনত মস্কো বিশ্ববিদ্যালয় স্থাপন কৰিছিল আৰু তাৰ মাধ্যমত ৰুছ সংস্কৃতিৰ উন্নয়ন সাধন কৰিছিল। তেওঁ কৈছিল : 'বিশ্ববিদ্যালয়ত ( তেওঁৰ দ্বাৰা প্ৰতিষ্ঠিত মস্কো বিশ্ববিদ্যালয়ত ) যি ছাত্ৰই অধ্যয়নত অধিক মনোযোগ দিব, সেই ছাত্ৰক বিশ্ববিদ্যালয়ে সন্মান দেখুৱাব , সেই ছাত্ৰজন কাৰ ল'ৰা সেইটোৰ বাছ-বিচাৰ নহব।' এওঁক আধুনিক ৰুছ সাহিত্যৰ বাটকটীয়া বুলি কব পাৰি।

মিখাইল্ লোমোনোচ'ভৰ পাছত ৰুছিয়াত কেবাজনো সাহিত্যিক ওলায , তেওঁলোকৰ ভিতৰত কবি গাভৰিইল ডেৰজ হাভিন (১৭৪৩-১৮১৬) আৰু নাট্যকাৰ ডেনিছ্ ফোনোভিজনৰ নাম উল্লেখযোগ্য। তেওঁলোকৰ উত্তৰকালত ৰুছ সাহিত্যত ফৰাচী সাহিত্যৰ প্ৰভাৱ পৰে। নিকোলায় কেৰামজিন্ (১৭৬৬-১৮২৬) আৰু ইভান্ ক্ৰাইল'ভ (১৭৬৮-১৮৪৪) সেই সময়ৰ দুজন নামজ্বলা লেখক। ইভান্ ক্ৰাইন'ভে প্ৰধানকৈ সাধুকথা লিখিছিল আৰু ৰুছ সাহিত্যত তেওঁ প্ৰথম জাতীয় সাহিত্যিক হিচাপে পৰিগণিত হৈছিল।

ঊনৈশ শতিকাৰ দ্বিতীয় দশকৰ আৰম্ভণিত হোৱা নেপোলিয়নৰ ৰুছিয়া আক্ৰমণ ৰুছজাতিৰ কাৰণে এটা চিৰস্মৰণীয় ঘটনা, কিয়নো আক্ৰমণৰ প্ৰথম অৱস্থাত নেপোলিয়নৰ সৈন্যবাহিনীযে মস্কোত সোমাই এই মহানগৰীখন লণ্ডভণ্ড কৰিছিল যদিও, শেহত নেপোলিয়ন যুদ্ধত পৰাজিত হৈছিল আৰু তেওঁৰ কল্পিত যুৰোপ বিজয় ব্যৰ্থ হৈ পৰিছিল। সেইবাবে ১৮১২ চনৰ যুদ্ধ ৰুছবাসীৰ পক্ষে এখন দেশপ্ৰেমৰ যুদ্ধ বুলি কোৱা হয় আৰু এই যুদ্ধৰ পাছৰপৰা ৰুছ সাহিত্যৰ ক্ৰমবিকাশত বিশেষ পৰিবৰ্তন হোৱা দেখা যায়। তেতিয়াৰপৰা ৰুছ সাহিত্যৰ সোণালী যুগ আৰম্ভ হয়। এই যুগ ১৮৮০ চনলৈ অব্যাহত আছিল। আলেকজেণ্ডাৰ পুস্কিন (১৭৯৯-১৮৩৭) আছিল এই যুগৰ প্ৰখ্যাত কবি-সাহিত্যিক , প্ৰকৃততে, ৰুছবাসীয়ে এওঁক ৰুছ সাহিত্যত 'কবি-সম্ৰাট' বুলি বিবেচনা কৰিছিল। এওঁৰ কবিতাত প্ৰগতিবাদৰ বাণী উচ্চাৰিত হৈছিল আৰু এওঁ ১৮২৫ চনৰ ১৪ ডিচেম্বৰত চেণ্ট্ পিটাৰ্চবাৰ্গত জাৰ নিক'লচৰ বিৰুদ্ধে বিদ্ৰোহীসকলৰ এজন পৰম বন্ধু আছিল। সেই কাৰণে যি সকল বিদ্ৰোহীক জাৰ নিকলছে সুদুৰ চাইবেৰীয়ালৈ দেশান্তৰ কৰিছিল তেওঁলোকৰ নামত এটা স্বৰচিত কবিতা পুস্কিনে উছৰ্গা কৰিছিল। এই কবিতাটো 'চাইবেৰীয়ালৈ বাণী শিতানেৰে

পুশ্কিনে লিখিছিল আৰু তেওঁ বিশ্বাস কৰিছিল যে ডিচেম্বৰপন্থী বিদ্ৰোহীসকলৰ দ্বাৰা যি ফিৰিঙতিৰ জন্ম হৈছিল সেই ফিৰিঙতি সময়ত প্ৰজ্বলিত অগ্নিশিখাত পৰিণত হ'ব। এই কবিজনৰ ভবিষ্যত বাণী প্ৰায় নব্বৈ বছৰৰ পাছত বাস্তৱত পৰিণত হৈছিল ১৯১৭ চনৰ অক্টোবৰ বিপ্লৱত। পুশ্কিনৰ সমসাময়িক দুজন প্ৰধান লেখক আছিল মিখেইল লাৰ্মোল'ভ আৰু ফয়েডিন টয়োতচে'ভ।

ঊনৈশ শতিকাত ৰুছ ভাষাৰ উপন্যাস সাহিত্যই উল্লেখযোগ্য পদক্ষেপ লয় আৰু এই পদক্ষেপৰ আৰম্ভ হয় নিকোলছ গগ'লৰ (১৮০৯-১৮৫২) লেখনিত। তেওঁ কেবাখনো উচ্চমানবিশিষ্ট উপন্যাস লিখিছিল। প্ৰকৃতপক্ষে গগ'ল আৰু তেওঁৰ সমসাময়িক সাহিত্যিকসকলে ৰুছ সাহিত্যত নব জাগৰণৰ ঢৌ আনিছিল যাৰ ফলত ৰুছ সাহিত্যৰ পৰম্পৰা দৃঢ় হবলৈ ধৰে। বেলিন্‌স্কি, পুশ্কিন, গগ'ল আৰু লাৰমোনট'ভ প্ৰভৃতি লেখকসকলে ৰুছ সাহিত্যক বিশ্ব-সাহিত্যৰ দৰবাৰত উচ্চ আসন দিবলৈ সক্ষম হৈছিল। এওঁলোকৰ পাছত ৰুছিয়াত এটা নবাগত লেখকশ্ৰেণী ওলায়। এই শ্ৰেণীত আছিল ইভান টুৰ্গেনিভ্, ডস্টেয়ভ্‌স্কী আৰু লিও টলষ্টয়। মেক্সিম গৰ্কি (১৮৬৪-১৯৩৬) তেওঁলোকৰ পাছৰ চামৰ লেখক। আধুনিক ৰুছ সাহিত্যত লিও টলষ্টয়ক শ্ৰেষ্ঠ ঔপন্যাসিক হিচাপে গণ্য কৰা হয়।

প্ৰাক্-অক্টোবৰ বিপ্লৱৰ এই লেখকশ্ৰেণী আছিল সম্পূৰ্ণ সমাজ-সচেতন। তেওঁ-লোকে সমাজ, ৰাষ্ট্ৰ আৰু খৃষ্টান ধৰ্মৰ নেতাসকলৰ দমন, শোষণ, দুৰ্নীতি আদি নিৰ্মম-ভাৱে প্ৰকাশ কৰিছিল। এই চাম ৰুছ লেখকে তেওঁলোকৰ সৃজনীমূলক আৰু প্ৰগতিবাদী লিখনৰ দ্বাৰা কিন্তু পঢ়ুৱৈ সমাজক আনন্দ দিবলৈ বিচৰা নাছিল, যদিও গগ'লৰ 'ডেড ছোল' নামৰ উপন্যাসখনত ৰং-ৰহইচ উপভোগ কৰিব পাৰি। ৰুছ সাহিত্যিকসকলে সেই সময়ত পঢ়ুৱৈক আনন্দৰ কাৰণে আনন্দ দিয়াৰ পৰিবৰ্তে ৰুছিয়াৰ সমাজ, বিশ্বৰ সন্দৰ্ভত ৰুছিয়াৰ কথা, সমাজৰ সৈতে মানুহৰ সম্পৰ্ক বা মানুহৰ মানসিক অৱস্থা নিপুণ কলা-কৌশলেৰে বৰ্ণনা কৰিছিল আৰু তাৰ দ্বাৰা পঢ়ুৱৈ সমাজক শাসক শ্ৰেণীৰ অসহনীয় শাসন ব্যৱস্থাত সাধাৰণ শ্ৰেণীৰ মানুহৰ নিঃসহায়, পঙ্গু হৈ পৰা জীৱনৰ প্ৰতি সকলোৰে মনোযোগ আকৰ্ষণ কৰিছিল। সাহিত্যৰ সেই ধাৰা ৰুছ লেখকে এতিয়াও পৰিহাৰ কৰা নাই, তাৰ যোগেদি ৰুছ সাহিত্যিকগোষ্ঠীয়ে মানুহৰ মাজত আত্ম-চেতনা, জাতীয় প্ৰেম, সমাজ সচেতনাৰ ভাব জগাই তুলিছিল। কিন্তু তেওঁলোকৰ গল্প, উপন্যাস আৰু আন লিখনিবোৰ যে নিৰস আৰু তাত উপভোগ্য কোনো বিষয়বস্তু নাছিল, তেনে নহয়। তথাপি থলমূলভাৱে কব পাৰি যে ৰুছ সাহিত্যৰ এটা নিজস্ব পৰম্পৰা আছে আৰু এই পৰম্পৰাই ৰুছদেশৰ জনসাধাৰণক উদ্বুদ্ধ কৰি ৰাখিছে, কিন্তু ৰুছ সাহিত্যত কেৱল বিষয়-বস্তুৰ স্থান নাছিল আৰু

এতিয়াও সেই দিশটোত বুছ সাহিত্যিকে গুৰুত্ব দিয়ে। সমাজৰ প্ৰতি দায়িত্ব পালন কৰাৰ বাবে বুছ সাহিত্যিকসকলক এটা নতুন শিক্ষকগোষ্ঠী হিচাপে বিবেচনা কৰা হৈছিল। গগ'ল, আৰু টলষ্টয়ৰ দিনৰ লেখকসকলক শ্ৰদ্ধা কৰা হৈছিল, আজিও বুছ লেখকসকলক সেই দৰে শ্ৰদ্ধা কৰা হয়। ডষ্টেয়ভাস্কী আৰু ছেখভ্-গগ'ল-টলষ্টয় যুগৰ পিছৰ লেখক, কিন্তু তেওঁলোকৰ লিখনিতো গধুৰ বিষয়বস্তু আৰু উদ্দেশ্যধৰ্মী ঘটনা প্ৰকাশ হৈছিল। বুছ পাঠকসকলৰ ভিতৰত যি সকলে প্লট বা ঘটনাবিশিষ্ট সাহিত্য বিচাৰে তেওঁলোক মাৰ্কিন আৰু ইংৰাজ লেখকৰ বুছ ভাষাত অনূদিত মাৰ্ক টোৱাইন আৰু জেক লাণ্ডনৰ ৰচিত গ্ৰন্থ পঢ়ে।

বুছ লেখকসকলৰ ভিতৰত লিও টলষ্টয়ৰ লিখনি আৰু ভাবধাৰাত এটা নতুনত্ব দেখা যায়। তেওঁৰ পূৰ্ববৰ্তী লেখকসকলে সমাজ সচেতনাৰ বাবে যি দৰে সাহিত্যৰ সৃষ্টি কৰিছিল, সেই দৰে টলষ্টয়ৰ সমসাময়িক লেখকসকলৰ তেনে বিধৰ সাহিত্যৰ ধাৰা প্ৰকাশ পাইছিল। কিন্তু টলষ্টয়ে তেওঁৰ লিখনিত মানৱতা আৰু আধ্যাত্মিকতাৰ সৃজনীমূলক সাহিত্য সম্ভাৰৰ যোগান ধৰাৰ উপৰিও আফ্ৰিকা আৰু প্ৰাচ্যৰ পৰাধীন জাতিসমূহৰ বিষয়ে বুজ ৰাখিবলৈ আৰু তেওঁলোকে সাম্ৰাজ্যবাদী শাসকৰপৰা মুক্ত হবলৈ যি আন্দোলন কৰিছিল, তেনে আন্দোলনৰ প্ৰতি টলষ্টয়ে সহানুভূতি আগবঢ়াইছিল। আন বুছ সাহিত্যিকসকলৰ ক্ষেত্ৰত কিন্তু তেনে সহানুভূতিসূচক ভাব প্ৰত্যক্ষভাৱে দেখা নগৈছিল। সেই কাৰণে আফ্ৰিকা আৰু প্ৰাচ্যৰ পৰাধীন জাতিসমূহৰ মানত আজিও লিও টলষ্টয় এজন ঋষিতুল্য লোক যাৰ বহল মানৱীয় আৰু সত্যসন্ধানী দৃষ্টিভংগীয়ে পূৰ্বৰ পৰাধীন জনসাধাৰণ আৰু বৌদ্ধিকসকলৰ শ্ৰদ্ধা লাভ কৰি আছে।

প্ৰাচ্যৰ প্ৰতি টলষ্টয়ৰ সহানুভূতি থকাৰ এটা ঐতিহাসিক কাৰণ আছে। টলষ্টয়ে তেওঁৰ জীৱনৰ ভাটি বয়সত পৃথিবীত সাম্ৰাজ্যবাদৰ অভ্যুত্থান লক্ষ্য কৰিছিল আৰু প্ৰাচ্যৰ দেশবোৰত পাশ্চাত্যৰ শক্তিসমূহ দ্ৰুতগতিত বিস্তাৰ হোৱাৰ সম্ভেদ পাইছিল। এনে পৰিস্থিতিত তেওঁ নিৰ্বিকাৰ হৈ থাকিব নোৱাৰিছিল, বিশেষকৈ তেওঁৰ জীৱনৰ তিক্ত অভিজ্ঞতা লাভ কৰাৰ পাছত সেই অনুভূতি তীব্ৰ হৈ পাৰিছিল। এনে পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত টলষ্টয়ে আৱেগময়ী প্ৰবন্ধ লিখি ক্ৰমবৰ্ধিত শোষকবৰ্গৰ। বিৰুদ্ধে জনতাক সাঁকিয়াই দিছিল। অতএব তেওঁ প্ৰাচ্যৰ স্বাধীনতা প্ৰয়াসী নেতাসকলৰ লগত তেওঁৰ লিখনিৰ যোগেদি যোগাযোগ স্থাপন কৰিছিল। লগতে সেই সংগ্ৰামীলোকৰ প্ৰতি সমৰ্থন দিবলৈ সমগ্ৰ মানৱ জাতিৰ প্ৰতি আহ্বান জনাইছিল। তেওঁৰ দিনৰ বুছ জাৰ সম্ৰাটৰ মধ্যযুগীয়া শাসন আৰু য়ুৰোপৰ ৰাজনৈতিক পৰিস্থিতিয়ে টলষ্টয়ৰ জীৱন-বোধত অভাৱনীয় পৰিবৰ্তন আনিছিল।

ভাৰতীয় সাহিত্য আৰু সংস্কৃতিৰ লগত টলষ্টয়ৰ ঘনিষ্ঠ যোগাযোগ আছিল।

ৰামায়ণ আৰু মহাভাৰত মহাকাব্য দুখনৰ উপৰিও বেদ, উপনিষদ, পঞ্চতন্ত্ৰ, হিতোপদেশ আদি প্ৰাচীন ভাৰতীয় গ্ৰন্থৰ ইংৰাজী আৰু ৰুছ ভাষাত অনূদিত কিতাপ টলষ্টয়ে পঢ়িছিল। ইংৰাজী ভাষাৰ 'দি বৈদিক মেগাজিন' নামৰ ভাৰতত প্ৰকাশিত আলোচনীখন তেওঁ নিয়মিতভাৱে পঢ়িছিল আৰু পঢ়ি বেদৰ বাণীসমূহৰ তত্ত্বক 'উৎকৃষ্ট আৰ্ট' বুলি তেওঁ স্বীকাৰ কৰিছিল। 'হোৱাট ইজ আৰ্ট' নামৰ কিতাপত টলষ্টয়ে উল্লেখ কৰিছে ঃ 'বেদৰ শ্লোকবোৰে অতি গভীৰ ভাব কঢ়িয়াই আনে। তথাপি সেইবোৰ শিক্ষিত—অশিক্ষিত উভয়ে বুজি পায় যিদৰে বুজি পাইছিল বেদ ৰচনা কালৰ মানুহে, যদিও এই শ্ৰেণী লোকৰ বিদ্যা আমাৰ শ্ৰমিকসকলৰ সমান বিদ্যা নাছিল। ১৯১০ চনৰ ১০ মেইত প্ৰাচ্যতত্ত্বৰ বিখ্যাত ইংৰাজ পণ্ডিত আৰু টলষ্টয়ৰ বন্ধু ৰাৰ্ড স্কীলাৰে এখন চিঠিৰে ভাৰতীয় পণ্ডিত এজনৰপৰা বেদ সম্পৰ্কে অধিক জানিবলৈ বিচাৰিছিল। সেই কথা শুনি টলষ্টয়ে ৰাৰ্ড স্কীলাৰক এই দৰে জানিবলৈ দিছিল ঃ 'তোমাৰ ভাৰতীয় বন্ধুজনক লগ পালে মই সুখী হম। মই ভাৰতৰ ঋষিসকলক পৰম শ্ৰদ্ধা কৰোঁ। তেওঁলোকৰ বাণী সম্পৰ্কে যদিও মোৰ কিছু জ্ঞান আছে, তথাপি সেই বিষয়ে অধিক জানিবলৈ ইচ্ছা কৰোঁ।' ভাৰতীয় পণ্ডিতজনৰ লগত টলষ্টয়ৰ কিন্তু দেখা হোৱাৰ সুবিধা নহ'ল, কাৰণ স্কীলাৰৰপৰা উত্তৰ পোৱাৰ ছমাহৰ পাছতেই টলষ্টয়ৰ মৃত্যু হয়। দেখা নহ'ল যদিও, টলষ্টয়ৰ চিঠিত ভাৰতীয় প্ৰাচীন সাহিত্য আৰু সংস্কৃতিৰ প্ৰতি তেওঁৰ গভীৰ আগ্ৰহ আৰু শ্ৰদ্ধা প্ৰকাশ পাইছিল। টলষ্টয়ে বেদ অধ্যয়ন কৰিছিল আৰু ৰুছিয়াত তাক জনপ্ৰিয় কৰিবলৈ কাম হাতত লৈছিল। 'ভাৰতীয় জ্ঞান' শিতানত লিখা 'চাৰ্কেল অব ৰিডিং', 'থটচ্ অৱ ৱাইজ মেন' নামৰ আন কেবাখনো পুথি আৰু প্ৰবন্ধ টলষ্টয়ে লিখিছিল আৰু তাত তেওঁৰ প্ৰাচ্যতত্ত্বৰ জ্ঞান ফুটি ওলাইছিল। তেওঁৰ লিখনিত পঞ্চতন্ত্ৰৰ সাধুকথা আৰু হিতোপদেশৰ গল্পবোৰৰ আভাস পোৱা যায়। উদাহৰণ স্বৰূপে তেওঁৰ 'যুদ্ধ আৰু শান্তি' নামৰ বিশ্ববিখ্যাত উপন্যাসত বান্দৰৰ গল্পৰ উল্লেখ পোৱা যায়। স্মৰণ কৰা উচিত যে নেপোলিয়ন যুদ্ধৰ সময়ত ফৰাচী সৈন্যবাহিনীয়ে মস্কো নগৰত লুটপাট কৰি বহুত মূল্যবান বস্তু হস্তগত কৰিছিল আৰু মস্কো ত্যাগ কৰাৰ পাছত অপহৃত বয়-বস্তুবোৰৰ প্ৰতি আক্ৰমণকাৰী সৈন্যবোৰৰ মোহ জন্মিছিল. সেইদৰে সেনাবাহিনী এটা ডকাইতৰ দল স্বৰূপ হৈ পৰে। তাৰ ফলত ফৰাচী সৈন্যৰ নৈতিক আৰু সামৰিক অধঃপতন ঘটিছিল। টলষ্টয়ে এই পৰিস্থিতিটো 'যুদ্ধ আৰু শান্তি' তথা 'ৱাৰ এণ্ড পীছ' নামৰ বৃহৎ উপন্যাসখনত সুন্দৰভাৱে বৰ্ণনা কৰিছে ভাৰতীয় গল্পৰ আঁহিত। তাত তেওঁ লিখিছে কিদৰে এটা বান্দৰে এটা কলহৰ ভিতৰত হাত সোমাই বাদামবোৰ মুঠি মাৰি ধৰিছিল আৰু বাদামসহ হাত কলহৰপৰা উলিয়াই আনিব পৰা নাছিল;

তথাপি বান্দৰে লোভত হাতৰপৰা বাদামবোৰ এৰি নিদিয়াৰ ফলত বান্দৰটোৰ মৃত্যু ঘটিছিল। মস্কো লুটপাট কৰি ফৰাচী সৈন্যাই মস্কো এৰাৰ পাছত লোভী বান্দৰটোৰ অৱস্থাত পৰি জীয়াতু ভুগিব লগা হৈছিল। ৰুছ ভাষাৰ 'বুক্ ফৰ্ ৰিডিং' নামৰ পুথিৰ একাধিক খণ্ডত ভাৰতীয় পৌৰাণিক গল্প আৰু উপকথাবোৰৰ সুন্দৰ বৰ্ণনা কৰি ৰুছ পঢ়ুৱৈ শ্ৰেণীক আনন্দ দিয়াৰ প্ৰয়াস দেখা যায়।

টলষ্টয়ে ৰামায়ণ আৰু মহাভাৰতৰ ৰুছ আৰু পশ্চিমীয়া ভাষাত অনূদিত সংস্কৰণ পঢ়িছিল। তেওঁৰ জন্মস্থান ইয়াছনায়া পলিয়ানাৰ গ্ৰন্থাগাৰত আজিও ফৰাচী ভাষাত মহাভাৰতৰ কপি পোৱা যায়। মহাভাৰতৰ কাহিনীয়ে টলষ্টয়ক সৌন্দৰ্যবোধৰ খোৰাক যোগাইছিল। এই মহাকাব্যখনৰ অষ্টম অধ্যায়ৰ ভিত্তিৰ সন্নলিত ভাগৱত গীতাই এই ৰুছ সাহিত্যিকজনক মুগ্ধ কৰিছিল। এই বিষয়ে টলষ্টয়ে নিজৰ ডায়েৰীত উল্লেখ কৰিছিল। তাৰ উপৰি, এচ-পি শিতল নামৰ এজন ভাৰতীয় পণ্ডিতে টলষ্টয়লৈ এখন চিঠি লিখি মহাভাৰতৰ মৌলিক বাণী অৰ্থাৎ সমাজৰ প্ৰতি ব্যক্তিৰ কৰ্তব্য পালন কৰোতে ব্যক্তিকেন্দ্ৰিক স্বাৰ্থ পাহৰি যোৱাৰ যি নীতি তাক অৱজ্ঞা কৰা বুলি টলষ্টয়ৰ প্ৰতি ভাৰতীয় পণ্ডিতজনে অভিযোগ আনিছিল। তাৰ উত্তৰত টলষ্টয়ে শিতললৈ এই বুলি লিখিছিল ঃ 'ভাগৱত গীতাৰ মৌলিক তত্ত্ব মানুহে যে তেওঁৰ সকলো আধ্যাত্মিক শক্তি নিজ কৰ্তব্য পালন কৰোতে প্ৰয়োগ কৰিব লাগে তাক মই নাজানো বুলি ভবাত মই দুখ পাইছোঁ। গীতাৰ এই তত্ত্বত মই সম্পূৰ্ণ বিশ্বাস কৰোঁ, সেই তত্ত্ব মই সদায় মনত ৰাখোঁ আৰু সেই অনুসাৰে কাম কৰোঁ। যি সকলে মোৰ বিশ্বাসৰ বিষয়ে প্ৰশ্ন কৰে, তেওঁলোকৰ মাজত মই সেই তত্ত্ব বুজাই দিওঁ। মোৰ লিখনিবোৰতো তাক প্ৰকাশ কৰো।' টলষ্টয়ৰ 'হোৱাট আই বিলিফ' নামৰ পুথিত গীতাৰ প্ৰভাৱ পোৱা যায়। গীতাৰ দ্বিতীয় অধ্যায়ৰ ৪৭তম শ্লোকত লিখা আছে ঃ

কৰ্মণ্যেবাধিকাৰস্তে মা ফলেষু কদাচন।
মা কৰ্মফলহেতুৰ্ভূৰ্মা তে সঙ্গোহস্ত্বকৰ্মণিঃ ॥

টলষ্টয়ে 'হোৱাট আই বিলিফ'ত লিখিছিল ঃ 'আমি ধৰি লওঁ যে কোনো এটা কাম কৰিলে আমি তাৰ ফলপ্ৰাপ্তিৰ বাবে দাবী কৰাৰ আৰু ফললাভৰ বিশ্বাস নিৰ্ভৰ কৰোঁ, কিন্তু মানুহৰ তেনে কোনো দাবী হব নোৱাৰে বা কৰিব নালাগে। ভগৱানে তেওঁক যি মংগল দিছে তাৰ কাৰণে মানুহ ভগৱানৰ ওচৰত চিৰঋণী আৰু অতএৱ তেওঁ কোনো লাভ আশা কৰিব নালাগে। .... এইয়া সেৱা আৰু তেওঁৰ মংগলৰ বাবে আৱশ্যকীয় চৰ্ত।' টলষ্টয়ৰ এই কথাখিনি মহাত্মা গান্ধীয়ে নিজে তেওঁৰ মাতৃভাষা গুজৰাটীত অনূদিত গীতাতো উল্লেখ কৰা আছে। গীতাৰ তৃতীয় অধ্যায়ৰ অষ্টম শ্লোকৰ মৰ্ম টলষ্টয়ৰ অন্ন-শ্ৰম অৰ্থাৎ শ্ৰম কৰি অন্ন উপাৰ্জন কৰিব লাগে এই থিওৰিৰ

প্ৰকাশ আছে বুলি গান্ধীজীয়ে গুজৰাটী ভাষাৰ গীতাত উল্লেখ কৰিছে। গীতাই কৈছে যে ঃ

নিয়তং কুৰু কৰ্ম ত্বং কৰ্ম জ্যায়ো হ্যকৰ্মণঃ।
শৰীৰ যাত্ৰাপি চ তে ন প্ৰসিধ্যেদকৰ্মণঃ ॥

পৰোক্ষ অৰ্থাৎ এযে বুজায় যে আহাৰৰপৰা জীৱন হয় আৰু বৃষ্টিৰপৰা আহাৰ হয় ; ত্যাগৰপৰা বৃষ্টি হয় আৰু ত্যাগ কৰ্মৰ ফল। টলষ্টয়ে কৈছিল কামৰপৰা আহাৰ হয় আৰু আহাৰে কাম কৰায়। উল্লেখ কৰা প্ৰয়োজন যে ১৭৮৮ চনত পোন প্ৰথমে ৰুছ ভাষাত গীতা প্ৰকাশ হয়। ইংৰাজ ভাষাৰ 'ভাগৱত-গীতা' বা কৃষ্ণ-অৰ্জুন কথোপকথন' নামৰ পুথিখন পেট্ৰোভ্ নামৰ লেখকজনে ৰুছ ভাষাত অনুবাদ কৰিছিল।

লিও টলষ্টয়ৰ জীৱন আৰু চিন্তাধাৰাৰ ওপৰত গৌতম বুদ্ধৰ ধৰ্মমত আৰু দৰ্শনৰ প্ৰভাবো স্পষ্টভাৱে দেখা যায়। ৰুছ সাহিত্যিকজনৰ নিজৰ ধ্যান-ধাৰণা আৰু অনুভূতিৰ লগত বৌদ্ধ মতৰ বহুখিনি মিল পোৱা যায , অতএব গৌতমৰ বাণীসমূহ যে হত্যাকাণ্ড আৰু হিংসাৰ বিৰোধিতা, মানুহৰ প্ৰতি দয়া আৰু প্ৰেম, অন্যায়ৰ বিৰুদ্ধে অ-প্ৰতিৰোধ, জগতৰ বাহ্যিকতাৰপৰা নিজক মুক্ত ৰখা, সত্য আৰু নৈতিক আত্ম-সম্পূৰ্ণতা বা নিৰ্বাণ টলষ্টয়ৰ প্ৰিয় আছিল। ১৮৭৯ চনৰ টলষ্টয়ৰ 'মাই কন্‌ফেচন' নামৰ পুথিত বুদ্ধৰ প্ৰভাৱ প্ৰকাশ হোৱাৰ প্ৰমাণ পোৱা যায় , কিন্তু কোনো কোনো ক্ষেত্ৰত বৌদ্ধ মত টলষ্টয়ে মানি লোৱা নাছিল। ১৮৮৪ চনৰ ১২ চেপ্তেম্বৰৰ ডায়েৰীত বৌদ্ধ ধৰ্ম সম্পৰ্কে তেওঁৰ মত এইদৰে লিখা আছে ঃ 'মই বুদ্ধৰ বাণী পঢ়িছিলোঁ। এইয়া অতি বিস্ময়জনক।......মাত্ৰ তাত এটা ভুল পালোঁ যে এজন ব্যক্তিয়ে জীৱনৰ পৰা সম্পূৰ্ণ হব লাগে। বুদ্ধই নিজক ৰক্ষা কৰা নাছিল, কিন্তু তেওঁ আনক ৰক্ষা কৰিছিল। ৰক্ষা কৰোতা এজন নহলে নিজে বাঁচিব নোৱাৰে।' কিন্তু কিছুমান লোকে বৌদ্ধ ধৰ্মৰ অপব্যাখ্যা কৰাত আৰু বৌদ্ধধৰ্মী হৈ বৌদ্ধধৰ্মৰ বিৰোধী কামত লিপ্ত হোৱাত টলষ্টয়ে আক্ষেপ কৰিছিল আৰু তেওঁ তাৰ প্ৰতিবাদ প্ৰকাশ্যভাৱে কৰিছিল। ১৯০৪ চনৰ ৰুছ-জাপানৰ যুদ্ধৰ সংক্ৰান্তত 'থিংক্ ইট্ ওভাৰ' শিৰোনামৰ প্ৰবন্ধ এটাত তেওঁ জাপানৰ বৌদ্ধ সম্প্ৰদায়ৰ প্ৰধান ছয়েন চাকুৰ সমালোচনা কৰিছিল, কাৰণ চাকুয়ে সাম্ৰাজ্যবাদী জাপানৰ শ্লোগান সমৰ্থন কৰিছিল। ৮০০টা বৌদ্ধ বিহাৰৰ মূৰব্বী হৈ ছয়েন চাকুয়ে গৌতম বুদ্ধই যুদ্ধ আৰু যুদ্ধত নৰহত্যা সমৰ্থন কৰা বুলি বৌদ্ধ ধৰ্মৰ চৰম অপব্যাখ্যা কৰাত টলষ্টয় অতীষ্ঠ হৈছিল আৰু বৌদ্ধ নেতাজনৰ সেই কামৰ কটু সমালোচনা কৰিছিল আৰু কৈছিল যে ছয়েন চাকুৰ সেই কাৰ্য জঘন্য, প্ৰতিক্ৰিয়াশীল আৰু দোষণীয় আছিল। বৌদ্ধ ধৰ্মৰ নেতা কিছুমানৰ অশোভনীয়

কাৰ্যত তেওঁ আশ্চৰ্য প্ৰকাশ কৰিছিল। টলষ্টয়ে ১৯০৮ চনৰ সাত এপ্ৰিলৰ দিনা তেওঁৰ ব্যক্তিগত সচিবক কৈছিল ঃ 'বৌদ্ধধৰ্মৰ বিষয়ে মই অধ্যয়ন কৰিছোঁ। বৌদ্ধ-ধৰ্মৰ শিক্ষা অতি চমৎকাৰ। কিছুমানে তাক কেনেকৈ অপব্যাখ্যা কৰিব পাৰে!

১৮৮৬ চনত টলষ্টয়ে বুদ্ধৰ সন্দৰ্ভত এখন ৰচনা লিখিছিল। সেই ৰচনাত বৌদ্ধ ধৰ্মৰ উপৰিও ভাৰতবৰ্ষৰ ইতিহাস, দৰ্শন আদিৰ প্ৰতি তেওঁৰ গভীৰ জ্ঞান আৰু পৰম শ্ৰদ্ধা প্ৰকাশ পাইছিল। তেওঁ তাত লিখিছিল ঃ 'আপোনালোকে ৰুছিয়াৰ মধ্যভাগৰপৰা, চামাৰ্ট'ভ, উৰালস্ক, ফিৰ্‌জিক কয়া মৰুভূমি, টাছখণ্ড, বুখাৰো অতিক্ৰম কৰি বৰফৰ উচ্চ শিখৰ পাব। পৃথিবীৰ ভিতৰত এই পৰ্বতমালা সৰ্বোচ্চ। এই পৰ্বতমালা পাৰ হৈ ভাৰতভূমি পাব। ভাৰতৰ ভূ-ভাগ ৰুছিয়াৰ এক-তৃতীয়াংশ ; তাৰ মাটি সাৰুৱা আৰু সেই দেশ গৰম ; তাত শীতকাল নাই , গতিকে ৰুছিয়াৰ লোকসংখ্যাতকৈ তিনিগুণ বেছি সংখ্যাৰ মানুহৰ কাৰণে ভাৰতে তাত খাদ্যৰ যোগান ধৰে। ভাৰতত প্ৰায় ২৪ কোটি মানুহ ( ১৮৮৬ চনত )। বৰ্তমান বৃটিছে হিন্দুসকলক শাসন কৰে। ১৫০ বছৰ আগেয়ে বৃটিছে ভাৰতক জয় কৰিছিল। তাৰ পূৰ্বে হিন্দুসকল স্বাধীন আছিল আৰু তেওঁলোকৰ আপোন ৰজাই দেশ শাসন কৰিছিল।' টলষ্টয়ে তেওঁৰ চিঠিপত্ৰত ভাৰতবাসীক 'হিন্দু' বুলি উল্লেখ কৰিছিল, কিন্তু সেইয়া কোনো সাম্প্ৰদায়িক অৰ্থত তেওঁ 'হিন্দু' শব্দটো ব্যৱহাৰ কৰা নাছিল—'হিন্দু' শব্দাৰ্থে তেওঁ ভাৰতবাসীক বুজাইছিল।

ভাৰতীয় সংস্কৃতিৰ প্ৰশংসা কৰি টলষ্টয়ে লিখিছিল ঃ 'প্ৰচীন গ্ৰন্থ এখনত লিখা আছে মানুহে মানুহক হত্যা কৰাৰ পৰা হে বিৰত থাকিব লাগে এনে নহয়, মানুহে কোনো জীৱ হত্যা কৰিব নালাগে, খং, পৰস্ত্ৰীগমন, সুৰাপান, খক, এলাহ আৰু মিথ্যাবাদৰপৰা আঁতৰি থাকিব লাগে। সেই দৰে আনক অপযশ দিব নালাগে আৰু নম্ৰ, মিতাচাৰী, সাধু, সত্যবাদী আৰু পৱিত্ৰ হব লাগে আৰু অনিষ্টৰ বিনিময়ত অনিষ্টকাৰীজনৰ মংগল কৰিব লাগে।'

লিও টলষ্টয়ে ১৮৮৬ চনৰ আগভাগত বুদ্ধৰ জীৱনী এখন লিখিবলৈ মন কৰিছিল আৰু সেই সিদ্ধান্তৰ কথা তেওঁৰ ঘৈণীয়েকৰ আগত সদৰি কৰিছিল। লগতে তেওঁ ডায়েৰীত লিখি থৈছিল যে 'আজিৰপৰা বুদ্ধৰ বিষয়ে লিখিম। বুদ্ধ মোৰ বৰ প্ৰিয়।' টলষ্টয়ে বুদ্ধৰ জীৱনী এখন সংকলন কৰিববলৈ সংকল্প লোৱাৰ পূৰ্বে তেওঁৰ দুজন বন্ধু এ-জি আৰটেল আৰু ভি-জি চাৰ্টক'ভে যুদ্ধৰ বিষয়ে এখন গ্ৰন্থ লিখিবলৈ যাবতীয় কাম হাতত লৈছিল। টলষ্টয়ে তেওঁলোকৰ এই প্ৰচেষ্টাত উদগনিও দিছিল ; কিন্তু তেওঁলোকৰ কামত তেওঁ সন্তুষ্ট নহ'ল। সেই কাৰণে তেওঁ নিজে বুদ্ধৰ জীৱনী এখন সৰ্বসাধাৰণ লোকে বুজিব পৰাকৈ লিখা কাম হাতত লৈছিল। তেওঁৰ এই কাম সম্পূৰ্ণ হৈ

নুঠিল। ১৯০৫ চনত 'বুক অব্ ৰিডিং' নামৰ কিতাপ এখনত বুদ্ধৰ ওপৰত এখন চুটি ৰচনাহে সন্নিৱিষ্ট কৰিছিল। তাৰ পাছত ১৯১০ চনত বৌলংগাৰ নামৰ পণ্ডিত এজনৰ 'লাইট এণ্ড টিচিং অব্ সিদ্ধাৰ্থ বুদ্ধ ঃ পুৰুষোত্তম' পুস্তিকাত টলষ্টয়ে এটা আগকথা লিখিছিল। সেই বছৰত 'লাইফ্ ফৰ্ এভ্ৰিবডি' নামৰ আলোচনীখনত এই আগকথা প্ৰকাশ হৈছিল। টলষ্টয়ে বুদ্ধৰ বিষয়ে এখন গ্ৰন্থ সংকলন কৰি উলিয়াব পৰা নাছিল যদিও, তেওঁ ভাৰতৰ এই অৱতাৰী পুৰুষজনৰ বিষয়ে যথেষ্ট অধ্যয়ন কৰিছিল। ৰুছ ভাৰততত্ত্ববিদ আ-পি মিনায়েভৰ 'বুদ্ধিষ্ট ইনভেষ্টিগেচন্ এণ্ড মেটিৰিয়েলচ' (১৮৮৭), জাৰ্মান প্ৰাচ্যতত্ত্ববিদ্ জি-ওল্ডেনবাৰ্গৰ 'বুদ্ধ, হিজ লাইফ্, টিচিং, কমিউনিটি'ৰ ৰুছ অনুবাদ (১৯০৫), ভাৰতীয় পণ্ডিত ভিক্ষু ন্যানালিটিকাৰ প্ৰণীত 'দি ৱাৰ্ল্ড অব বুদ্ধ', সুভদ্ৰা ভিক্ষুৰ 'বুদ্ধিষ্ট কেটিচিজিম ফৰ দি ইণ্টাৰ একৃচন অব্ বুদ্ধ গৌতম' (১৯০৮), প'ল কেৰাচৰ 'দি গোচপেল অব্ বুদ্ধ', এডুইন আৰনল্ডৰ কবিতা 'দি লাইট অব এচিয়া' আদি ভালেমান গ্ৰন্থ, প্ৰবন্ধ আৰু টোকা টলষ্টয়ৰ জন্মস্থান ইয়াছনায়া পোলিয়ানা গ্ৰন্থাগাৰত সংৰক্ষণ কৰা আছে। ৰুছ আৰু আন বিদেশী ভাৰততত্ত্ববাদৰ পণ্ডিতসকলে স্বীকাৰ কৰিছে যে টলষ্টয়ে বুদ্ধ আৰু তেওঁৰ ধৰ্ম সম্পৰ্কে যথেষ্ট চৰ্চা কৰিছিল ; তাৰ দ্বাৰা তেওঁৰ প্ৰাচ্য-প্ৰীতিৰ নিদৰ্শন প্ৰমাণিত হৈছিল।

টলষ্টয়ৰ ডায়েৰীৰপৰা দেখা যায় যে তেওঁ ভাৰতৰ প্ৰাচীন গ্ৰন্থ, গৌতম বুদ্ধ প্ৰভৃতিৰ উপৰিও শ্ৰীমৎ শংকৰাচাৰ্য, ৰামকৃষ্ণ পৰমহংস আৰু স্বামী বিবেকানন্দৰ সন্দৰ্ভতো যথেষ্ট অধ্যয়ন কৰিছিল আৰু তেওঁলোকৰ দৰ্শন উপলব্ধি কৰিছিল। কিন্তু ৰুছ মহৰ্ষিজনে এওঁলোকৰ দৰ্শনৰ সকলো কথা মানি লোৱা নাছিল যিদৰে মানি লোৱা নাছিল বুদ্ধৰ সকলো বাণী। শংকৰাচাৰ্যৰ বিষয়ে টলষ্টয়ে তেওঁৰ বন্ধু ভি-জি চাৰ্টক'ভলৈ এইদৰে লিখিছিল ঃ 'আজি মই 'প্ৰব্লেমচ্ অব ফিল'চফি' নামৰ আলোচনীত জনষ্টনই লিখা 'দি ইণ্ডিয়ান চেজ—শংকৰ' প্ৰবন্ধটো পঢ়িলোঁ। বৰ ভাল হৈছে।' আন এখন আলোচনী 'ভেদিক মেগাজিন'ত (১৯০৯) 'প্লেটো এণ্ড শংকৰাচাৰ্য' শিতানৰ প্ৰবন্ধটো পঢ়ি শংকৰাচাৰ্যৰ বিশ্ব-প্ৰেমৰ নীতি আৰু সেই নীতি কেনেকৈ লাভ কৰিব পাৰি টলষ্টয়ে ভাল পাইছিল। কিন্তু কিছুদিন পাছত শংকৰাচাৰ্যৰ মত তেওঁ সমালোচনা কৰিছিল আৰু শংকৰাচাৰ্যৰ মত ঠেক বুলি কৈছিল। তেওঁৰ মৃত্যুৰ মাত্ৰ এমাহ আগত টলষ্টয়ে তেওঁৰ ডায়েৰীত শংকৰাচাৰ্যৰ বিষয়ে লিখিছিল ঃ 'মই শংকৰাচাৰ্যৰ মত পঢ়িছোঁ। জীৱনৰ মূল সম্পৰ্কে তেওঁ লিখা কথাখিনি ভালেই হৈছে, কিন্তু তেওঁৰ মতবোৰ মোৰ মতবোৰতকৈ বেছি বেমেজালিপূৰ্ণ।' আনহাতে, ৰামকৃষ্ণ পৰমহংসৰ বাণীসমূহে টলষ্টয়ক মোহিত কৰিছিল। ৰামকৃষ্ণৰ 'ডিচ্ক'চ' টলষ্টয়ে ১৮৯৬ চনতে পঢ়িছিল। তাৰ পাছত পৰমহংসৰ প্ৰধান শিষ্য স্বামী বিবেকানন্দই নিউইয়ৰ্কত দিয়া

বক্তৃতামালাৰ “মোৰ গুৰু' শিতানত দিয়া বক্তৃতাটো লিখিত আকাৰত পঢ়ি টলষ্টয়ে ভাল পাইছিল। 'ইন্ দি ভেলী অব গ্ৰীক্' (১৯০৭) নামৰ জে-নাছিভিনৰ কিতাপত বিবেকানন্দৰ বক্তৃতামালা পঢ়িছিল। ৰামকৃষ্ণ পৰমহংসৰ বাণী টলষ্টয়ে ভাল পাইছিল, কাৰণ পৰমহংসৰ জন্ম হৈছিল এটা অতি গৰীব পৰিয়ালত আৰু শৈশৱকালৰ-পৰা তেওঁ অতি সৰল জীৱন যাপন কৰিছিল। টলষ্টয়ৰ বিবেচনাত পৰমহংস আছিল এজন জনগণৰ লোক আৰু নব চিন্তাধাৰাৰে পৰিপুষ্ট। সকলো ধৰ্ম সমান বুলি ৰামকৃষ্ণই যি বাণী প্ৰচাৰ কৰিছিল বুঢ় মহৰ্ষিজনে তাক সম্পূৰ্ণভাৱে সমৰ্থন কৰিছিল। ৰামকৃষ্ণৰ ৰহস্য-তত্ত্ব কিন্তু টলষ্টয়ে মানি লোৱা নাছিল। পি-এ চাগিনকোৰ সম্বলিত ৰামকৃষ্ণ পৰমহংসৰ বাণী পঢ়ি অৱশ্যে তেওঁৰ মতৰ লগত ভাৰতীয় মহৰ্ষিজনৰ মতৰ মিল পাইছিল। ১৯০৬ চনৰ ডায়েৰীত টলষ্টয়ে লিখি থৈ গৈছে যে 'অতি সুন্দৰ বাণী। ৰামকৃষ্ণ পঞ্চাশ বছৰ আগত ঢুকাইছে ( ? )। অতি প্ৰখ্যাত মুনি।'

স্বামী বিবেকানন্দৰ সম্পৰ্কে টলষ্টয়ৰ বিশদ জ্ঞান আছিল। ৰ'মা ৰোলাৰ দ্বাৰা প্ৰণীত 'লাইফ্ অব বিবেকানন্দ' 'পুথিখন পঢ়িছিল। এজন ভাৰতীয় পণ্ডিতে এই কিতাপখন বুঢ় সাহিত্যিক জনলৈ পঠাইছিল। পুথিখনৰ লগত ভাৰতীয় পণ্ডিতজনে এখন চমু চিঠিও প্ৰেৰণ কৰিছিল। পণ্ডিতজনে চিঠিখনত টলষ্টয়ক জনাইছিল ঃ আপুনি শুনি সুখী হব যে আপোনাৰ মতৰ সৈতে ভাৰতীয় দৰ্শনৰ সম্পূৰ্ণ মিল আছে।' ইয়াৰ উত্তৰত টলষ্টয়ে ভাৰতীয় পণ্ডিতজনলৈ লিখিছিল যে তেওঁ 'লাইফ্ অব্ বিবেকানন্দ' কিতাপখন পঢ়ি ভাল পাইছিল। তাৰ উপৰিও, স্বামীজী সম্পৰ্কে আন কিতাপো বুঢ় সাহিত্যিকজনে পঢ়িছিল. কিন্তু স্বামীজীৰ কেতবোৰ মত টলষ্টয়ে সমালোচনা নকৰাকৈ থকা নাছিল। ১৯০৮ চনৰ জুন মাহৰ টলষ্টয়-ডায়েৰীত এইদৰে লিখা আছে ঃ 'মই হিন্দুজনৰ ( বিবেকানন্দৰ ) কিতাপ পঢ়িছো, বৰ খুহুতীয়া, বহু বাক্যব্যয়ী আৰু অসাৰ ..। আত্মা অমৰণ, মানুহৰ মৃত্যু নাই কিয়নো মানুহৰ আত্মা ব্ৰহ্মৰ লগত মিলি যায়।' স্বামীজীৰ এনে মতবোৰ টলষ্টয়ৰ গ্ৰহণযোগ্য নাছিল।

উনৈশ শতিকাৰ শেহ দশকত লিও টলষ্টয়ৰ নাম বিশ্ব-বিশ্ৰুত হৈ উঠে। তেওঁ যে কেৱল বুঢ় জনগণৰ আশা-আকাংক্ষা বিকাশৰ বাবে লিখিছিল তেনে নহয়, পৃথিবীৰ সকলো দেশৰ গৰীব শ্ৰেণীৰ কল্যাণৰ বাবে চিন্তা কৰিছিল আৰু যিসকলে স্বাধীনতা লাভ আৰু ৰাষ্ট্ৰ আৰু ধনী সম্প্ৰদায়ৰ শোষণৰপৰা মুক্ত হবলৈ প্ৰয়াস কৰিছিল, তেনে লোকৰ লগত তেওঁ যোগাযোগ স্থাপন কৰিছিল। ৰুছিয়াৰ বাহিৰৰ স্বাধীনতাকামী বহুত লোকে চিঠিপত্ৰৰ যোগেদি টলষ্টয়ৰ শুভেচ্ছা আৰু পৰামৰ্শ বিচাৰিছিল। ভাৰতীয় এনে লোকৰ ভিতৰত মাদ্ৰাজৰ 'দি আৰ্য' নামৰ আলোচনীৰ সম্পাদক

এ-ৰামশেচন প্ৰথম আছিল। টলষ্টয়লৈ লিখা তেওঁৰ প্ৰথম চিঠিখনত ৰামশেচনে এইদৰে লিখিছিল ঃ ‘কাউন্ট, এজন অচিনাকি মানুহে আপোনালৈ এই দীঘলীয়া চিঠিখন লিখিলোঁ। তাৰ বাবে মোক ক্ষমা কৰিব। মই আপোনাক আৰু আপোনাৰ কামবোৰ ভাল পাওঁ কাৰণেই এই চিঠিখন লিখিবলৈ গুলাইছোঁ, যদিও মোৰ দেশ আপোনাৰ কৰ্মস্থলৰপৰা বহু দূৰৈত আৰু আমাৰ বিৰামহীন সংগ্ৰামৰ লগত আপোনাৰ সম্বন্ধ নাই। আপুনি শুনি সুখী হব যে আমাৰ দেশৰ শিক্ষিত সমাজত আপোনাৰ নাম জনাজাত। আপোনাৰ দ্বাৰা ৰচিত কিতাপবোৰৰ লগত এওঁলোকৰ পৰিচয় আছে আৰু আপোনাৰ জীৱন-আদৰ্শ আৰু আধ্যাত্মিক বিকাশ এওঁলোকে মনোযোগেৰে অনুসৰণ কৰিছে।’ সেই সময়ত চীনৰ ওপৰত খ্ৰীষ্টানধৰ্মী দেশবোৰৰ আক্ৰমণৰ কথা উল্লেখ কৰি ৰামশেচনে বৃদ্ধ সাহিত্যিকজনলৈ লিখিছিল ঃ ‘খ্ৰীষ্টান ৰজা, খ্ৰীষ্টান সৈন্য আৰু খ্ৰীষ্টান মিছনাৰীয়ে এসময়ৰ সুখী চীনৰ ওপৰত অত্যাচাৰ কৰিছে আৰু তাৰ দ্বাৰা এচিয়াবাসীক ক্ষুব্ধ কৰিছে। আজি কিছুদিনৰপৰা আমাৰ মনত প্ৰশ্ন উঠিছে— খ্ৰীষ্টানধৰ্মী লোকে এনে অমানুষিক কাম কেনেকৈ কৰিব পাৰে? যীশুখৃষ্টৰ আদৰ্শবিৰোধী ৰাজনৈতিক আৰু সমাজ ব্যৱস্থাক তেওঁলোকে গ্ৰহণ কৰিব পাৰে? মেছিয়াভেলীৰ আদৰ্শই আধুনিক য়ুৰোপক চানি পেলাইছে।’ ৰামশেচনে ভাৰতবৰ্ষৰ বিষয়ে উল্লেখ কৰি চিঠিখনত এইদৰে লিখিছিল ঃ আমাৰ দেশখন ক্ৰমান্বয়ে দুখীয়া হৈ পৰিছে, বিদেশী ধনতন্ত্ৰবাদীসকলে ভাৰতক শোষণ কৰিছে আৰু ভাৰতে এটা ব্যয়বহুল চৰকাৰ পুহিব লগাত পৰিছে আৰু বিদেশীয়ে ভাৰতৰ খনিজসম্পদ লুট কৰিছে। তাৰ ফলত আমাৰ দেশত দুৰ্ভিক্ষই সঘনে দেখা দিছে। প্ৰতি বছৰে তেনে দুৰ্ভিক্ষই দেশৰ বেছিভাগ অঞ্চল সামৰি লৈছে। চৰকাৰে কিন্তু আন ৰকমে ভাবে। তেওঁলোকৰ মতে আমি এনে এখন দেশত বাস কৰিছো যি দেশৰ সমৃদ্ধি খেতিৰ ওপৰত নিৰ্ভৰ কৰে। এনে দেশত দুৰ্ভিক্ষ হোৱাটো আকস্মিক ঘটনা। চৰকাৰ পৰিচালনা কাৰ্যত আমি ভাৰতবাসীয়ে বেছি অংশ পাবলৈ দাবী কৰো, কিন্তু তেওঁলোকে আমাক অপেক্ষা কৰিবলৈ কয়।’ ৰামশেচনে চিঠিখনত ইয়াকো উল্লেখ কৰিছিল যে ভাৰতবাসীয়ে যেতিয়াই কিবা এটা দাবী উত্থাপন কৰে ইংৰাজবিলাকে তেতিয়াই সামৰিক ভয় দেখুৱায়। দেশৰ সাধাৰণ আন্দোলনক তেওঁলোকে বিদ্ৰোহ বুলি ভাবে আৰু ভাৰতীয় জনসাধাৰণৰ ওপৰত কঠোৰ শাস্তি দিবলৈ সপ্তম হয়, যদিও চৰকাৰে জানে যে ভাৰতবাসীৰ কোনো ঢাল-তৰোৱাল নাই। ইংৰাজ শাসক শ্ৰেণীয়ে ভাবে যে ভাৰতীয় জনসাধাৰণক বশ কৰিবলৈ এডজন বিভলভাৰেই যথেষ্ট।

চিঠিখনৰ শেহৰফালে ভাৰতত বৃটিছ নীতি ব্যাখ্যা কৰি ৰামশেচনে লিখিছিল ঃ

বিশ্বৰ আন জাতিৰ দৰে আমাৰো এটা নিজ আদর্শ আছে। আমাৰ দেশত ইংৰাজ-সকলৰ ভাষা আৰু সংস্কৃতি প্রবর্তন কৰাটো আমি নিবিচাৰো। বিদেশী শাসনৰ বিৰোধিতা কৰিবলৈ আমাৰ যথেষ্ট চৈতন্য আছে। এনে এটা সময় আহিব যেতিয়া ৰাজনৈতিক স্বাধীনতা লাভৰ কাৰণে হিংসাই এটা উপায় হৈ নাথাকিব। শান্তিপূর্ণ উপায়েৰে আমি য়ুৰোপৰ জাতিসমূহৰ লগত শান্তিৰে বাস কৰিব পাৰিম বুলি বিশ্বাস কৰো।' টলষ্টয়ৰপৰা উৎসাহজনক উত্তৰ আৰু আশীর্বাদ বিচাৰি ৰামশেচনে তেওঁৰ চিঠিখন পঠিয়াইছিল। ভাৰতীয় ব্যক্তি এজনৰপৰা টলষ্টয়লৈ লিখা এই প্রথম চিঠিখন মস্কোৰ টলষ্টয় সংগ্রহালয়ত ৰখা আছে।

এজন অচিনাকি ভাৰতবাসীৰপৰা উক্ত চিঠিখনে টলষ্টয়ৰ মনত যথেষ্ট প্রতিক্রিয়া কৰিছিল আৰু ১৯০১ চনৰ ২৫ জুলাইত তেওঁ ৰামশেচনলৈ চিঠিৰ উত্তৰ দিছিল। এই চিঠিখন স্মৰণীয় বুলি কব পাৰি, কিয়নো এই চিঠিয়ে টলষ্টয় আৰু ভাৰতৰ মাজত প্রথম সম্পর্ক ঘটাইছিল। বৃদ্ধ লেখকজনে পোনতে মহাপৰাক্রমী বৃটিছ শক্তিয়ে ধনতান্ত্রিক ব্যৱস্থাৰে ভাৰতত যি উন্নয়নমূলক কাম চৰকাৰে হাতত লৈছিল তাৰ বিৰোধিতা কৰি টলষ্টয়ে লিখিছিল ঃ 'য়ুৰোপে আপোনালোকৰ সামাজিক সমস্যা সমাধান কৰাৰ প্রয়াসে যি ব্যৱস্থা হাতত লৈছে তাৰ দ্বাৰা কোনো সমাধান হব নোৱাৰে। এই কথাত মই আপোনাৰ লগত একমত। প্রকৃতার্থত সেইয়া কোনো সমাধান নহয়, হিংসাত্মক নীতিৰ ভিত্তিত সমাজ কিম্বা এচাম মানুহক কেৱল আদিম অৱস্থাৰ লোক বুলিয়ে নহয়, তেওঁলোক এটা বিপদজনক অৱস্থাত উপনীত হোৱা লোক বুলিও কব পাৰি। এনে সমাজক যি বান্ধেৰেই বন্ধা হওক, সেই বান্ধ চিঙি যাব পাৰে আৰু সমাজ মহাবিপদৰ সম্মুখীন হোৱাৰ সম্ভাৱনা থাকে। টলষ্টয়ে চিঠিত আৰু উল্লেখ কৰিছিল যে তেওঁৰ মতে ভাৰতৰ সামাজিক সমস্যা সমাধান কৰিবলৈ হলে যি কোনো হিংসাত্মক পন্থা বর্জন কৰিব লাগিব আৰু মুক্তভাৱে সকলোৰে গ্রহণযোগ্য আৰু যুক্তিসংগত নীতিৰ ওপৰত সমাজ সংগঠন কৰিব লাগিব। তেওঁৰ মতে এনে নীতি ধর্মভিত্তিক হব লাগিব আৰু তাৰ জৰিয়তে মানুহ যে মূলতঃ ঈশ্বৰ-প্রেমিক তাক জগাই তুলিব লাগিব। প্রশাসনৰ যি কোনো ঔপনিবেশিক অনুষ্ঠানত আৰু সৈন্য বিভাগত যোগ নিদিবলৈ টলষ্টয়ে ভাৰতবাসীক উপদেশ দিছিল। তেওঁ লিখিছিল ঃ আপোনা-লোকে যি অন্যায় ভোগ কৰিছে—যেনে দুর্ভিক্ষ, বিশেষকৈ শিল্প উন্নয়নজনিত দুর্নীতি, সেইয়া অব্যাহত থাকিব যেতিয়ালৈকে আপোনালোকৰ মানুহে সৈন্য হিচাপে চাকৰি কৰিব। হিংসাৰ যোগেদি তেওঁলোকে যি শাসন চলাইছে তাত আপোনালোকে কোনো সঁহাৰি নিদিব। হিংসাৰ ওপৰত প্রতিষ্ঠিত যি কোনো চৰকাৰৰ লগত

আপোনালোকে সহযোগ নকৰিব।' তেওঁৰ চিঠিত টলষ্টয়ে প্ৰকৃতপক্ষে ইংৰাজ শাসনৰ বিৰুদ্ধে সম্পূৰ্ণ অসহযোগ আন্দোলন কৰিবলৈ ইংগিত দিছিল যি ইংগিতক তাৰ প্ৰায় কুৰি বছৰৰ মূৰত মহাত্মা গান্ধীয়ে ভাৰতবৰ্ষত অসহযোগ আন্দোলন প্ৰবৰ্তন কৰি বাস্তৱ ৰূপ দিছিল। টলষ্টয়ে ভাৰতৰ জাতিভেদ প্ৰথাৰো চোকা সমালোচনা কৰিছিল, কাৰণ তেওঁ পৰিষ্কাৰভাৱে অনুভৱ কৰিছিল যে ভাৰতবৰ্ষত জাতিভেদ প্ৰথাই জনসাধাৰণৰ মাজত ঐক্য স্থাপনত অন্তৰায় ঘটাইছিল আৰু এটা সম্প্ৰদায়ে আন এটা সম্প্ৰদায়ক শোষণ কৰিবলৈ সুবিধা লৈছিল।

টলষ্টয়ৰ চিঠি পাই ৰামশেচনে বহু মনীষীজনক ধন্যবাদ জনাইছিল আৰু লিখিছিল ঃ আমাৰ ইতিহাস আৰু সংস্কৃতিৰপৰা বহু দূৰৈত থকা এজন ব্যক্তিয়ে যে আমাৰ অভাব-অভিযোগ সুন্দৰভাৱে বুজিব পাৰিছে আৰু তাৰ শেহ সমাধান কি দৰে কৰিব পৰা যায় সেই বিষয়ে পৰামৰ্শ দিয়াটো বৰ বিস্ময়ৰ কথা।'

লিও টলষ্টয়ৰ এই চিঠিখন 'আৰ্য' নামৰ আলোচনীত প্ৰকাশ কৰা হৈছিল। এই চিঠিখনে ভাৰতৰ আন বহুত বাতৰিকাকত আৰু আলোচনীক প্ৰভাৱান্বিত কৰিছিল। টলষ্টয়ৰ উক্তিৰ ওপৰত মাদ্ৰাজৰ বিখ্যাত 'দি হিন্দু' নামৰ বাতৰিকাকতখনে প্ৰকাশ কৰি বহু সাহিত্যিকজনৰ ঔপনিবেশিক বিৰোধী মত সমৰ্থন কৰিছিল, প্ৰগতিবাদী আন কেবাখনো বাতৰিকাকতে টলষ্টয়ৰ মতত সমৰ্থন আগবঢ়াইছিল। আনহাতে, সেই সময়ৰ বৃটিছ ঔপনিবেশিকতাৰ দ্বাৰা পৰিপুষ্ট এচাম কাকত যেনে মাদ্ৰাজৰ 'দি মেইল' নামৰ বাতৰিকাকতে টলষ্টয়ৰ চিঠিখনৰ কটু সমালোচনা কৰিছিল।

চিঠিৰে টলষ্টয়ৰ লগত ভাবৰ আদান-প্ৰদান কৰা দ্বিতীয়জন ভাৰতীয় আছিল লাহোৰৰ মুফ্‌টি মহম্মদ চাদিক। এওঁ লাহোৰৰ 'ৰিভিউ অব্ ৰিলিজিয়নচ্' নামৰ ধৰ্ম বিষয়ৰ আলোচনী এখনৰ প্ৰকাশক আছিল। টলষ্টয়ে এই আলোচনীত প্ৰকাশিত প্ৰবন্ধবোৰ পঢ়িছিল, কিন্তু তেওঁ প্ৰবন্ধবোৰ পঢ়ি ভাল পোৱা নাছিল, কাৰণ প্ৰবন্ধবোৰত কিছুমান তৰ্কমূলক কথাৰ অৱতাৰণা কৰা হৈছিল। চাদিকে অৱশ্যে আঙুলিয়াই দিছিল যে ভাৰতত হাজাৰ হাজাৰ খ্ৰীষ্টান মিছনাৰীয়ে ভাৰতবাসীক ধৰ্মান্তৰ কৰিবলৈ প্ৰয়াস কৰিছিল। টলষ্টয়ৰ জন্মস্থান ইয়াছনায়া পোলিয়ানত সংৰক্ষিত তেওঁৰ ১৯০৫ চনৰ ১৯ আগষ্টৰ ডায়েৰী মতে 'ৰিভিউ অব্ ৰিলিজিয়নচ' আলোচনীখনে পঢ়ুৱৈৰ মাজত ভাবৰ বেমেজালিৰ সৃষ্টি কৰিছিল।

বাবা প্ৰেমানন্দ ভাৰতী অন্যতম ভাৰতীয় ব্যক্তি যিজনে টলষ্টয়ৰ লগত চিঠিৰ বিনিময় কৰিছিল। এওঁৰ প্ৰকৃত নাম আছিল সুৰেন্দ্ৰনাথ ব্যানাৰ্জী, এওঁ স্বামী বিবেকানন্দৰ এজন আগশাৰীৰ শিষ্য আছিল। ১৯০২ চনত এওঁ

স্বামী ভাৰতী নাম গ্ৰহণ কৰি আমেৰিকাৰ লজ এঞ্জেলচৰপৰা 'দি লাইট অব্ ইণ্ডিয়া' নামেৰে এখন আলোচনী উলিয়াইছিল। তাত থকা সময়ত ভাৰতীয়য়ে লিও টলষ্টয়ৰ কেবাখনো কিতাপ পঢ়িছিল ; পঢ়ি এই বিখ্যাত ৰুছ লেখকজনৰ প্ৰতি অত্যন্ত আকৰ্ষিত হৈছিল। তেওঁ বিশেষকৈ টলষ্টয়ৰ 'ৰিজাৰেকচন্' আৰু 'মাই কনফেচন' নামৰ গ্ৰন্থ দুখন পঢ়ি বৰ মুগ্ধ হৈছিল। 'দি লাইট অব্ ইণ্ডিয়া' আলোচনীখনৰ উপৰিও, স্বামীজীয়ে 'দি হোৱাইট ডেনজাৰ' নামৰ এখন পুস্তিকা প্ৰকাশ কৰিছিল আৰু তাৰ কপি এটা ৰুছ সাহিত্যিকজনলৈ পঠাইছিল। এই পুস্তিকাখন পঢ়ি টলষ্টয়ে কিন্তু ভাল পোৱা নাছিল, কাৰণ তেওঁ এই পুস্তিকাখনত বৰ্ণজনিত ঘৃণাৰ গোন্ধ পাইছিল ; অৱশ্যে য়ুৰোপৰ সাম্ৰাজ্যবাদী, বিশেষকৈ ভাৰতবৰ্ষত গৰাকী হিচাপে গজ্‌গজীয়া হৈ উঠাত বৃটিছ শাসনৰ সম্পৰ্কে যিখিনি কথা 'দি হোৱাইট ডেন্‌জাৰ'ত উল্লেখ কৰা আছিল সেই ছোৱা পঢ়ি টলষ্টয়ৰ ভাল লাগিছিল। ১৯০৭ চনৰ ৭ জানুৱাৰীত স্বামী ভাৰতীয়ে দ্বিতীয়বাৰৰ কাৰণে টলষ্টয়লৈ এখন চিঠি লিখে আৰু চিঠিৰ লগত 'দি কৃষ্ণ—দি লৰ্ড অব্ লাভ' নামৰ স্বামীজীৰ কিতাপ এখনৰ কপি এটা পঠাইছিল। চিঠিখনত ভাৰতীয়ে লিখিছিল ঃ মই ভাৰতবৰ্ষত থাকোতেই এজন চিন্তাশীল ব্যক্তি হিচাপে আপোনাৰ নাম শুনিছিলোঁ, কিন্তু আপোনাৰ কিতাপ পঢ়াৰ বাবে তেতিয়া মোৰ সুযোগ হোৱা নাছিল। দুবছৰ আগত মই নিউইয়ৰ্কত আপোনাৰ 'ৰিজাৰেকচন' কিতাপখন পঢ়িছিলোঁ। ৰুছ ভাষাৰপৰা কিতাপখনৰ ইংৰাজী অনুবাদ বৰ সন্তোষজনক হোৱা নাছিল যদিও, কিতাপখন পঢ়ি মই বৰ আনন্দ পাইছিলোঁ। পাশ্চাত্যত আপোনাৰ গুণ অপূৰ্ব , কিতাপখন অনূদিত আকাৰত ভাল নহলেও, তাত আপোনাৰ গৰিমা প্ৰকাশ পাইছে। লণ্ডনস্থ আপোনাৰ বন্ধু চাৰক'ভৰ যোগেদি আপুনি মোলৈ কিতাপ পঠোৱাৰ আগেয়ে মই 'ৰিজাৰেকচন' কিতাপখন পঢ়িছিলোঁ। প্ৰকৃত সাধক আৰু দাৰ্শনিক এজনৰ জ্ঞানৰ মহত্ত্ব কিতাপখনত স্পষ্টভাৱে ফুটি ওলাইছে।' চিঠিৰ শেষাংশত স্বামী ভাৰতীয়ে লিখিছিল ঃ 'মোৰ 'হোৱাইট ডেন্‌জাৰ' কিতাপখনৰ প্ৰতি ইযাত বহু লোকে সমাদৰ জনাইছে। কিন্তু আপোনাৰ সমাদৰৰ তুলনাত সেইবোৰ একো নহয়। মই আপোনাৰ মত পোষণ কৰিছো আৰু পশ্চিমীয়া যি কোনো লোকৰ মততকৈ আপোনাৰ মতত অধিক মূল্য দিও। মোৰ আলোচনীখনে আপোনাৰ সমৰ্থন পোৱাত মোৰ জয় বুলি ভাবিছো ; কাৰণ অন্ধ পাশ্চাত্য আৰু গীৰ্জা কৰ্তৃপক্ষই যিসকলক প্ৰবঞ্চনা কৰিছে তেওঁলোকৰ মাজৰ আপুনি শ্ৰেষ্ঠ পুৰুষ।'

টলষ্টয়ে স্বামী ভাৰতীৰ চিঠি আৰু 'দি কৃষ্ণ—দি লৰ্ড অব্ লাভ' নামৰ কিতাপখন

পঢ়ি ভাল পাইছিল। উত্তৰত তেওঁ স্বামীজীলৈ ১৯০৭ চনৰ ১৬ ফেব্রুৱাৰীত এখন চিঠি দিছিল। চিঠিখনত টলষ্টয়ে লিখিছিল ঃ 'কৃষ্ণৰ বাণী সম্পৰ্কে মই আগতে পঢ়িছো ; তথাপি আপোনাৰ পুথিখনৰ দুই খণ্ড পঢ়াৰ পূৰ্বে শ্ৰীকৃষ্ণৰ বিষয়ে মোৰ যি ধাৰণা আছিল সি স্পষ্ট নাছিল।' শ্ৰীকৃষ্ণৰ বাণী মতে মানৱ শ্ৰেণীৰ মুক্তিৰ পথ যে ইজনে সিজনক সন্মান কৰিব লাগে আৰু সকলোৱে মিলাপ্ৰীতিৰে থাকিব লাগে তাৰ সমৰ্থনত টলষ্টয়ে স্বামীজীলৈ লিখিছিল ; কিন্তু সকলো প্ৰাচীন ধৰ্মৰ বাণীৰ শ্ৰীকৃষ্ণৰ কিছুমান উক্তিত প্ৰমাণ নাই বুলি বুছ সাহিত্যিকজনে আঙুলিয়াই দিছিল আৰু তেনে কথা টলষ্টয়ৰ মতে কল্পনাপ্ৰসূত আছিল। ভ্ৰম, ঈৰ্ষা আৰু আপোন জাতিভিত্তিক আসক্তি ত্যাগ কৰি জাতি আৰু মানুহৰ মাজত মিলাপ্ৰীতিৰ ভাব প্ৰচাৰ কৰিবলৈ টলষ্টয়ে স্বামী ভাৰতীক উপদেশ দিছিল আৰু তেওঁ দৃঢ়তাৰে কৈছিল যে তেনে কামৰ দ্বাৰা মানৱ জাতিক শান্তি আৰু কল্যাণৰ পথেৰে আগুৱাই নিব পাৰি। তাৰ লগতে বুছ সাহিত্যিকজনে কৈছিল ঃ 'মই নিজে এনেভাৱে কাম কৰি আহিছোঁ আৰু মোৰ জীৱনৰ বাকী কাল ছোৱাত তেনেদৰে কাম কৰি যাম। আহক, আমি একযোগে কাম কৰোহঁক।' স্বামী ভাৰতীয়ে সেই বছৰৰ ২১ মাৰ্চত তেওঁৰ শেহতীয়া চিঠি লিখি টলষ্টয়ক জনাইছিল ঃ 'আপোনাৰ প্ৰত্যেক বাক্যৰ ( কন্‌ফেচন কিতাপখনৰ ) সৰলতা আপোনাৰ বিশ্বাস আৰু আধ্যাত্মিক ভাবে মোক মুগ্ধ কৰিছে ; আপোনাৰ প্ৰকাশ-ভংগী কোনো কোনো ঠাইত অত্যন্ত হৃদয়গ্ৰাহী। মই কিতাপখন অতি মনোযোগেৰে পঢ়িছোঁ।'

ইয়াছনায়া পোলিয়ানা গ্ৰন্থাগাৰ আৰু সংগ্ৰহালয়ৰ নথিপত্ৰৰপৰা দেখা যায় টলষ্টয়ৰ লগত ভাৰতীয় বুদ্ধিজীৱী বিশেষকৈ সংবাদসেৱীৰ কেবাজনে চিঠি-পত্ৰৰ দ্বাৰা যোগাযোগ স্থাপন কৰিছিল। মাদ্ৰাজৰপৰা প্ৰকাশিত 'দি নিউ ৰিফৰ্মাৰ' নামৰ আলোচনীৰ সম্পাদক জি-গোপালচেট্টিয়ে লিও টলষ্টয়ৰ লগত সম্বন্ধ স্থাপন কৰা অন্যতম ভাৰতীয়। ১৯০৭ চনৰ মেই মাহৰপৰা চেট্টিয়ে তেওঁৰ আলোচনীৰ কপি নিয়মিতভাৱে টলষ্টয়লৈ পঠাইছিল। প্ৰথম চিঠিত চেট্টিয়ে তেওঁৰ আলোচনীৰ উদ্দেশ্য সম্পৰ্কে বুছ সাহিত্যিকজনলৈ লিখিছিল ঃ 'মানৱ সমাজত ইজনে সিজনক যি অহং আৰু ভুলভাৱে পৃথক কৰি ৰাখিছে সেই ভাব আঁতৰাই যুক্তি, ন্যায় আৰু শুভেচ্ছা স্থাপন কৰা এই আলোচনীৰ উদ্দেশ্য, কিয়নো ইয়াৰ যোগেদি মানুহে সকলো সৎ কামৰ বাবে উৎস লাভ কৰে। ভুল পথেৰে চালিত মানৱজাতিৰ কল্যাণৰ বাবে আপুনি এই নীতি সমৰ্থন কৰি আহিছে। মোৰ ক্ষুদ্ৰ কামত আপুনি সহায় কৰিব বুলি আশা ৰাখি আপোনাৰ উত্তৰলৈ অপেক্ষা কৰিলোঁ।' চেট্টিৰ উত্তৰত টলষ্টয়ে

এইদৰে লিখিছিল : 'আপোনাৰ চিঠিত উল্লেখ কৰা মতে আপোনাৰ আলোচনীৰ উদ্দেশ্য অতি মহৎ আৰু সকলো মানুহে তেনে উদ্দেশ্যেৰে কাম কৰিব লাগে। আপোনালোকৰ মহাপুৰুষসকলৰ ধৰ্মীয় বাণীবোৰ মোৰ মনত লাগিছে। আপোনাৰ কাকতত এই বাণীবোৰ বেছিকৈ প্ৰকাশ কৰিলে পশ্চিমীয়া পঢ়ুৱৈ শ্ৰেণীৰ বাবে খুব মনোগ্ৰাহী হ'ব।'

গোপাল চেট্টিয়ে ১৯০৯ চনত 'কাউণ্ট টলষ্টয়—হিজ্ লাইফ্ এণ্ড টিচিং' অৰ্থাৎ কাউণ্ট টলষ্টয়ৰ জীৱনী আৰু তেওঁৰ বাণী নামৰ এখন পুথি প্ৰকাশ কৰে। ভাৰতত টলষ্টয় সম্বন্ধে লিখা প্ৰথম মুষ্টিমেয় পুথিৰ ভিতৰত এই পুথিখন অন্যতম আছিল।

চেট্টি আৰু টলষ্টয়ৰ মাজত পত্ৰ বিনিময়ৰ কাৰণে ভাৰতৰ আন কেবাজন সাংবাদিক বুদ্ধিজীৱী মনীষীজনৰ প্ৰতি আকৃষ্ট হৈছিল। তাৰ ভিতৰত মাদ্ৰাজৰ 'দি বেদিক মেগাজিন'ৰ সম্পাদক অধ্যাপক ৰামদেৱৰ নাম উল্লেখযোগ্য। এই আলোচনীত বেদ সম্পৰ্কৰ প্ৰবন্ধপাতি প্ৰকাশ কৰা হৈছিল। টলষ্টয় ভাৰতীয় প্ৰাচীন বিদ্যা আৰু জ্ঞানৰ পুথি আৰু আলোচনী পঢ়িবলৈ ইচ্ছুক বুলি জানি অধ্যাপক ৰামদেৱে তেওঁৰ আলোচনীখন নিয়মিতভাৱে ইয়াছনায়া পোলিয়ানালৈ পঠিয়াইছিল। টলষ্টয়ে আলোচনীৰ প্ৰবন্ধপাতি পঢ়ি ভাল পাইছিল বুলি অধ্যাপকজনলৈ চিঠি দিছিল। 'দি বেদিক মেগাজিন' পঢ়াৰ উপৰিও ভাৰতীয় প্ৰাচীন গ্ৰন্থৰ বিষয়ে অবগত হোৱাৰ উদ্দেশ্যে ৰামদেৱৰপৰা বুদ্ধ সাহিত্যিকজনে কেবাখনো গ্ৰন্থ সংগ্ৰহ কৰিছিল। এনে গ্ৰন্থবোৰ আজিও ইয়াছনায়া পোলিয়ানাৰ সংগ্ৰহালয়ত পোৱা যায়।

আবদুল্লা-অল-মামুন চুৰাৱাৰ্ডি নামৰ এজন ভদ্ৰলোকে লণ্ডনৰপৰা 'দি লাইট অব্ দি ৱাৰ্ল্ড' নামৰ এখন আলোচনী প্ৰকাশ কৰিছিল। এই আলোচনীত ভাৰতৰ মুক্তি-আন্দোলনৰ বিষয়ে আলোচনা কৰা হৈছিল। চুৰাৱাৰ্ডি লণ্ডনৰপৰা ভাৰতলৈ ঘূৰি আহি ১৯০৭ চনৰ ন নৱেম্বৰত টলষ্টয়লৈ এখন চিঠি লিখে। চিঠিখনত বুদ্ধ সাহিত্যিকজনৰ 'হিজাৰেকচন' বিখ্যাত উপন্যাসৰ বঙালী অনুবাদ তেওঁৰ আলোচনীত ধাৰাবাহিকভাৱে প্ৰকাশ কৰাৰ বাবে চুৰাৱাৰ্ডিয়ে অনুমতি বিচাৰিছিল। চিঠিখনৰ সৈতে 'চেইং অব্ মহম্মদ' নামৰ পুস্তিকা এখনৰ কপি টলষ্টয়লৈ পঠিয়াইছিল। টলষ্টয়ে পুস্তিকাখন পঢ়ি বৰ ভাল পাইছিল আৰু 'চাৰ্কোল অব্ ৰিডিং' নামৰ তেওঁৰ কিতাপত মহম্মদৰ কেটামান বাণী অন্তৰ্ভুক্ত কৰিছিল। চুৰাৱাৰ্ডিৰ ইচ্ছাক্ৰমে 'ৰিজাৰেকচন' উপন্যাসৰ বঙালী অনুবাদ প্ৰকাশৰ বাবে টলষ্টয়ে অনুমতি দিছিল। চুৰাৱাৰ্ডিয়ে বুদ্ধ উপন্যাসখন বঙালী ভাষাৰ সম্পূৰ্ণ অনুবাদ কৰিছিল নে নাই তাৰ সম্ভেদ পোৱা

নাযায় ; কিন্তু 'ৰিজাৰেকচন' উপন্যাসখন কিছুদিন পাছত ভাৰতীয় কেবাটাও ভাষাত প্ৰকাশ হৈছিল।

টলষ্টয়ৰ লগত চিঠিপত্ৰৰ আদান-প্ৰদান কৰা ভাৰতীয় আন দুজন ভাৰতীয় আছিল পি-এম দাসশৰ্মা আৰু এচ-আৰ চিত্তল। দাসশৰ্মাই বহু বছৰ আগেয়ে টলষ্টয়লৈ চিঠি লিখিছিল। দাৰ্শনিক বিষয়ৰ কেটামান প্ৰশ্নৰ উত্তৰ বিচাৰি ১৯০৩ চনৰ ২৫ চেপ্তেম্বৰত যিখন চিঠি দাসশৰ্মাই বুদ্ধ মহৰ্ষিজনলৈ লিখিছিল তাৰ উত্তৰ টলষ্টয়ে চাৰি নবেম্বৰত দিছিল। কিন্তু তাৰ পাছত দাসশৰ্মাই চিঠিৰ আদান-প্ৰদান কৰিছিল নে নাই জনা নাযায়। বম্বেৰ চিত্তলে ১৯০৮ চনৰ জানুৱাৰী মাহত টলষ্টয়লৈ এখন চিঠি লিখিছিল। এই চিঠিখন টলষ্টয়-সংগ্ৰহালয়ত এতিয়াও পোৱা যায়। চিত্তলৰ বিষয়-বস্তু আছিল ভাৰতৰ মহাপুৰুষসকল। টলষ্টয়ে ভাগৱত গীতা সম্পৰ্কে চিত্তলৰপৰা কিছু স্পষ্টীকৰণ বিচাৰিছিল আৰু চিত্তলে স্পষ্টীকৰণ পঠাইছিল। এই কাগজপত্ৰবোৰ ৰুছিয়াৰ নথি-পত্ৰৰ ভ'ৰালত সুৰক্ষিত আছে।

ভাৰতৰ চিপাহী বিদ্ৰোহৰ ( ১৮৫৭-৫৮ ) দিল্লী, কাণপুৰ আদি ঠাইত বৃটিছ সৈন্যবাহিনীয়ে কৰা অত্যাচাৰৰ কথা টলষ্টয়ৰ কাণত পৰিছিল। বৃটিছ জেনেৰেল কেম্বেলৰ সৈন্যবাহিনীয়ে ভাৰতীয় লোকৰ ওপৰত কৰা উৎপীড়নক টলষ্টয়ে 'গ্ৰেট ব্ৰিটেইনৰ বৰ্বৰতা' বুলি আখ্যা দিছিল। আন এজন বৃটিছ জেনেৰেল ওচৰ্ণৰ সেনাই ৯৮ জন দেশপ্ৰেমী ভাৰতীয় লোকক হত্যা কৰাৰ বাৰ্তাৰি পাই টলষ্টয়ে 'হে ভগৱান, সিহঁতে ৯৮ জন মানুহক হত্যা কৰিলে' বুলি আচৰিত হৈ তেওঁৰ ডায়েৰীত লিখি থৈছিল। যুদ্ধৰ অভিজ্ঞতা থকা টলষ্টয়ৰ মনত চিপাহী বিদ্ৰোহৰ শোকাবহ ঘটনাই তেওঁক মৰ্মাহত কৰাটো স্বাভাৱিক আছিল। তেওঁৰ মৃত্যুৰ প্ৰায় ন বছৰৰ পাছত অমৃতসৰৰ জালিয়ানাবাগৰ হত্যাকাণ্ডই যে বুদ্ধ মনীষীজনৰ মনত বেছি আঘাত দিলে-হেঁতেন সি সহজে অনুমেয়। স্বাভাৱিকতেই টলষ্টয়ৰ এজন পৰম অনুৰাগী হিচাপে মহাত্মা গান্ধীৰ ৰাজনৈতিক জীৱনত জালিয়ানাবাগৰ হত্যাকাণ্ডই এটা ঘোৰ পৰিৱৰ্তন আনিছিল আৰু ভাৰতৰ স্বাধীনতা যুদ্ধৰ ইতিহাসত এটা নতুন অধ্যায়ৰ সূচনা কৰিছিল।

# চতুৰ্থ অধ্যায়

## ভাৰতীয় লেখকৰ দৃষ্টিত টলষ্টয়

কাউন্ট লিও টলষ্টয়ৰ সাহিত্য আৰু চিন্তাধাৰাৰ সৈতে ভাৰতীয় সাহিত্যিক, সাংবাদিক আৰু স্বাধীনতাকামী এটা বুজন শ্ৰেণীৰ সম্পৰ্ক স্থাপন হোৱাৰ বিষয়ে নথি-পত্ৰ পোৱা যায। এই সম্পৰ্ক কুৰি শতিকাৰ আগৰপৰা আৰম্ভ হৈছিল, কিন্তু সেই সময়ৰ টলষ্টয়-সম্পৰ্ক সংক্ষিপ্ত আছিল। কুৰি শতিকাৰ প্ৰথম দশকৰপৰা এই মহান ৰুছ সাহিত্যিকজনৰ লগত চিঠি-পত্ৰৰ বিনিময় গাঢ়তৰ হয়। তাৰ পূৰ্বে টলষ্টয়ৰ লেখনি বিশ্ব-সাহিত্যত, বিশেষকৈ য়ুৰোপত, জনাজাত হৈ পৰিছিল। তেওঁৰ গল্প, উপন্যাস, প্ৰবন্ধবোৰ ইংৰাজী ভাষাত অনুবাদ হোৱাৰ পাছত ভাৰতীয় লেখক আৰু পঢ়ুৱৈ সমাজে টলষ্টয়-সাহিত্যৰ সোৱাদ পোৱাৰ সুবিধা হয়। বিশেষকৈ ১৯০৫ চনৰ ৰুছ আন্দোলনৰ দিনৰপৰা টলষ্টয়ৰ লেখাবোৰ জনপ্ৰিয় হবলৈ ধৰে। ভাৰতীয় মুক্তিকামী যিসকল লোকে দেশান্তৰ হৈ ভাৰতৰ বাহিৰৰপৰা বৃটিছ শাসনৰ বিৰুদ্ধে আন্দোলন কৰিছিল এই চাম ভাৰতীয়ই পোন প্ৰথমে টলষ্টয়ৰ লগত চিঠি-পত্ৰৰ আদান-প্ৰদান কৰে। তাৰ কাৰণ আছিল এই দেশপ্ৰেমী লোকসমূহে টলষ্টয়ৰ লিখনিত মানবত্ববোধৰ জ্বলন্ত প্ৰমাণ পাইছিল। টলষ্টয়ৰ মৃত্যুৰ পাছত এই মহান লেখকজনৰ গ্ৰন্থবোৰে ভাৰতবাসীক বৰকৈ আকৃষ্ট কৰিছিল আৰু ভাৰতৰ বিভিন্ন ভাষাৰ তেওঁৰ গ্ৰন্থবোৰ অনূদিত আকাৰত প্ৰকাশ হবলৈ ধৰে। ভাৰতীয় লেখক-সকলৰ বহুতে টলষ্টয়ৰ সাধুকথা, উপন্যাস আৰু আন লেখনিবোৰ প্ৰাদেশিক ভাষাত অনুবাদ কৰি কেতিয়াবা নিজৰ নামত, কেতিয়াবা ছদ্মনামত, প্ৰকাশ কৰি ভাৰতৰ পঢ়ুৱৈ শ্ৰেণীক টলষ্টয়ৰ ভাবধাৰাৰ লগত পৰিচয় কৰি দিছিল। টলষ্টয়ৰ গল্প আৰু প্ৰবন্ধই পঢ়ুৱৈ সমাজৰ মনত নৈতিক মূল্যবোধ আৰু মানৱীয়তা জগাই তুলিছিল।

বিখ্যাত হিন্দী সাহিত্যিক প্ৰেমচাঁদে টলষ্টয়ৰ চুটি গল্পবোৰৰ একৈশটা হিন্দী ভাষাত অনুবাদ কৰি টলষ্টয়ৰ নামত ১৯৪২ চনত প্ৰকাশ কৰিছিল। তেওঁ কিন্তু ৰুছ সাহিত্যিকজনৰ গল্পবোৰৰ হুবহু অনুবাদ কৰা নাছিল, গল্পবোৰৰ মূল কথা ৰাখি ভাৰতীয় পঢ়ুৱৈৰ মনত লগাকৈ গল্পবোৰৰ বৰ্ণনা দিছিল। টলষ্টয়ৰ গল্প-বোৰত থকা মানুহ আৰু স্থানৰ ৰুছ নামৰ সলনি ভাৰতীয় নাম দিছিল—যেনে

টলষ্টয়ে দিয়া ঘোঁৰা নামৰ পৰিৱৰ্তে প্ৰেমচাঁদে হালোৱা গৰু, খৃষ্টান পুৰোহিতৰ ঠাইত ব্ৰাহ্মণ—এনে ধৰণৰ ভাৰতৰ মনোগ্ৰাহী শব্দ ব্যৱহাৰ কৰিছিল। প্ৰেমচাঁদে টলষ্টয়ৰ যিবোৰ গল্প হিন্দীলৈ অনুবাদ কৰিছিল তাৰ ভিতৰত আছিল 'গড্ ছিজ ডি গড বাট ৱেট', 'দি কেপটিভ্ ইন দি ককেছাচ', 'দি কেছ ইজ ব্ৰাৰ্চ দেন কনফাইনমেণ্ট', 'হোৱাট মেন লিভ্ বাই', 'ইফ্ ইউ নেগ্লেকট্ দি ফায়াৰ, ইউ ডোনট ষ্টপ ইট' 'টু ওল্ড মেন', 'হোৱেৰ লাভ ইজ গড ইজ', 'দি টেল এবাউট জ'ন দি ফুল এণ্ড হিজ টু ব্ৰাদাৰ্ছ', 'দি গুড মাষ্টৰ', 'লিট্‌ল গাৰ্লছ আৰু ক্লেভাৰাৰ দেন ওল্ডমেন', 'ইলিয়াছ হাও দি ডেভিল ৰিডিম্‌ড দি পিচ অব ৱেভ', 'হাও মাটছ্ এ মেন নিদচ্', 'দি গ্ৰেইন ইজ্ এজ্ বিগ এজ্ হেনচ্ এগ', 'গড্চান', 'ৰিপেন্‌টেণ্ট চিনাৰ্', 'দি কফি হাউছ অব সুৰট', 'ইট কষ্ট্চ মাটচ্', 'ডি এচিৰিয়ান কিং ইচাৰ হাডান', 'টাইল', 'ডেথ্ এণ্ড দিজিজ্ আৰু 'থিং কুৰেচোনস্'। এই গল্পবোৰৰ শিৰোনামা প্ৰেমচাঁদে সলনি কৰিছিল আৰু ভাৰতীয় নাম দিছিল যেনে 'দি কেপটিভ্ ইন দি ককেছাচ'ৰ ঠাইত 'ৰাজপুত বন্দী' 'জ'ন দি ফুলৰ সলনি 'মুৰ্খ' সুমন্ত ইত্যাদি। প্ৰেমচাঁদে টলষ্টয় আৰু আন বৃহসাহিত্যিকসকলৰ মাজত তুলনামূলক অৰ্থত কৈছিল ঃ 'ছেক'ভ গল্পৰ বাদছাহ, টুৰ্গেনেভ'ৰ লেখাত জনসাধাৰণৰ প্ৰতি মৰম আৰু দয়া পৰিলক্ষিত হৈছিল, আনহাতে, গৰ্কি শ্ৰমিক আৰু খেতিয়কৰ লেখক। কিন্তু টলষ্টয় আছিল এইসকল বৃহ সাহিত্যিকৰ ওপৰত—সকলো সাহিত্যৰ টলষ্টয় আছিল চাহান শ্বাহ।'

টলষ্টয়ৰ ওপৰত যি আলোচনা সাহিত্যৰ সৃষ্টি হৈছিল সেইয়া গান্ধীজী আৰু গান্ধীজীৰ ধৰ্মীয় নৈতিক দৰ্শন তথা টলষ্টয়ৰ নিষ্ক্ৰিয় প্ৰতিৰোধ বিষয়ৰ লিখা হৈছিল। চাহিদ চুৰাৱাৰ্ডিৰ নামৰ এজন বঙালী লেখকে টলষ্টয়ৰ সাহিত্যৰ বিষয়ে ১৯২৫-২৬ চনৰ 'উৰ্দু' নামৰ আলোচনীত সুন্দৰ প্ৰবন্ধ লিখিছিল আৰু বিশ্ব-সাহিত্যলৈ টলষ্টয়ৰ প্ৰশংসা কৰিছিল। চুৰাৱাৰ্ডিৰ বিচাৰত পুস্কিন, টুৰ্গেনিভ, টলষ্টয় আৰু ডষ্টয়ভাস্কি পৃথিৱীৰ মহান লেখক শ্ৰেণীৰ আছিল যি সকলে আধুনিক সাহিত্যক অতি শক্তিশালী আৰু পবিত্ৰ স্তৰলৈ তুলিছিল। কিন্তু তেওঁলোকে টলষ্টয়ৰ লেখা, ৰমা ৰোঁলা আৰু জেইগ অনূদিত পি-আই বিৰুওউক'ভ আৰু এম-ম'ডেৰ প্ৰণীত টলষ্টয়-জীৱনী আৰু এ-এম গৰ্কিৰ স্মৃতি-কথা আদি বিশেষকৈ টলষ্টয়ৰ সাহিত্য সম্পৰ্কে ভাৰতবৰ্ষত সমালোচনামূলক প্ৰবন্ধ প্ৰকাশ হোৱা নাছিল।

ভাৰতে স্বাধীনতা লাভ কৰাৰ পাছত আৰু ক্ৰমান্বয়ে ভাৰত-ছোভিয়েত য়ুনিয়নৰ মাজত বন্ধুত্ব দৃঢ় হোৱাৰ পৰিপ্ৰেক্ষিতত যোৱা তিনি শতকত বৃহ সাহিত্যৰ কেবাখনো কিতাপ ভাৰতীয় ভাষাত অনূদিত কিতাপৰ মাজত এটা সম্মানীয় আসন লাভ কৰিছে।

তেওঁৰ বিশ্ব-বিখ্যাত 'ৱাৰ এণ্ড পীছ' উপন্যাসখন হিন্দী ভাষাত তিনিটা সংস্কৰণ ওলাইছে ; তেওঁৰ 'আন্না কাৰেনীনা' উপন্যাসখনৰ চাৰিটা সংস্কৰণ প্ৰকাশ হৈছে। হিন্দী ভাষাত টলষ্টয়ে লিখা গল্পবোৰ দহবাৰ প্ৰকাশ হৈছে। গুজৰাটী ভাষাত টলষ্টয়ৰ 'ৱাৰ এণ্ড পীছ', 'আন্না কাৰেনীনা', 'ৰিজাৰেকচন', 'দি পাৱাৰ অৱ দাৰ্কনেছ', 'দি ক্ৰেইজাৰ সোণাটা', 'দি দেথ অৱ্ ইল'ভ ইলিক', 'মাষ্টাৰ এণ্ড মেন', 'ফেমিলি হেপীনেচ্' পুথি আৰু প্ৰবন্ধ ভাৰতীয় ভাষাত ওলাইছে। সেইদৰে বঙালী ভাষাত টলষ্টয়ৰ বিখ্যাত ৰচনাবোৰ অনূদিত আকাৰত বঙালী পাঠকে পঢ়িছে। 'ৱাৰ এণ্ড পীছ' 'আনা কাৰেনীনা', 'ৰিজাৰেকচন', 'চাইল্ডহুড', 'বয়হুড এণ্ড ইয়ুথ', দি টেল্চ অব চিবাস্তোপল', 'দি ক্ৰেইজাৰ সোণাটা' পুথি আৰু প্ৰবন্ধবোৰ ভাৰতীয় পঢ়ুৱৈৰ মানত অতি উচ্চ খাপৰ আৰু প্ৰত্যেকটোৱে ভাৰতত সমাদৰ লাভ কৰিছে। ৰামানন্দ চট্টোপাধ্যায়ৰ সম্পাদনত প্ৰকাশিত উচ্চমান বিশিষ্ট 'প্ৰবাসী' মাহেকীয়া বঙালী ভাষাৰ আলোচনীত টলষ্টয়ৰ জীৱনী, দৰ্শন, চিন্তাধাৰাৰ ওপৰত প্ৰবন্ধ প্ৰকাশ কৰা হৈছিল। দক্ষিণ ভাৰতৰ মালায়ালাম, তেলেগু আৰু তামিল ভাষাতো টলষ্টয়ৰ বিষয়ে আলোচনা-মূলক প্ৰবন্ধ ওলাইছিল, সেইদৰে প্ৰকাশ হৈছিল উৰ্দু, পাঞ্জাৱী আৰু মাৰাঠী ভাষাত বহু লেখকজনৰ একাধিক পুথি আৰু প্ৰবন্ধ। ভাৰতৰ এনে কোনো প্ৰাদেশিক ভাষা নাই যি ভাষাত টলষ্টয়ৰ 'ৱাৰ এণ্ড পীছ', 'আন্না কাৰেনীনা' বা 'ৰিজাৰেকচন' উপন্যাস আৰু প্ৰবন্ধ ওলোৱা নাই।

'অসমীয়া ভাষাত 'ৱাৰ এণ্ড পীছ' বৃহৎ উপন্যাসখন 'যুদ্ধ আৰু শান্তি' শিতানত ওলাইছে, কিয়নো এই গ্ৰন্থখন পৃথিবীৰ সকলো ভাষা আৰু উপন্যাসৰ মাজত অন্যতম উৎকৃষ্ট উপন্যাস হিচাপে স্বীকৃতি লাভ কৰিছে। উপন্যাসখন অসমীয়া ভাষাত অনুবাদ কৰিছিল শিক্ষাবিদ্ আৰু পদ্য-সাহিত্যিক সুৰেন্দ্ৰ মোহন দাসে। অৱশ্যে অসমীয়া সংস্কৰণটো মূল কিতাপখনৰপৰা অনুবাদ হোৱা নাছিল কিম্বা তাৰ ইংৰাজী ভাষাৰ গাৰনেটৰ ইংৰাজী অনুবাদৰপৰাও অসমীয়া ভাষাত ৰূপান্তৰিত হোৱা নাছিল। এড্মাণ্ড ফুলাৰ নামৰ এজন ইংৰাজে 'ৱাৰ এণ্ড পীছ'ৰ এটা সংক্ষিপ্ত সংস্কৰণ উলিয়াইছিল ; এই অনূদিত পুথিখনৰপৰা দাসে অসমীয়া ভাঙনি কৰিছিল। ভাৰত চৰকাৰৰ সাহিত্য একাডেমীয়ে ১৯৬৩ চনত অসমীয়া সংস্কৰণটো প্ৰকাশ কৰে। অসমীয়া সংস্কৰণটো 'ৱাৰ এণ্ড পীছ'ৰ পূৰ্ণপাঠ নহয় যদিও, মূল উপন্যাসখনৰ সুন্দৰ আভাস পোৱা যায়। 'ৱাৰ এণ্ড পীছ'—'যুদ্ধ আৰু শান্তি' শিতানত প্ৰকাশিত অসমীয়া কিতাপ-খনৰ বাবে লেখক সুৰেন্দ্ৰ মোহন দাসে ১৯৬৫ চনত ছোভিয়েত লেণ্ড নেহৰু বঁটা লাভ কৰে।

অসমীয়া ভাষাত 'টলষ্টয়ৰ সাধু' নামৰ এখন সৰু অথচ ছাত্ৰ-ছাত্ৰীৰ মনোগ্ৰাহী পুথি। পুথিখনৰ ৰচক 'ৱাৰ এণ্ড পীছ'ৰ অসমীয়া অনুবাদক সুৰেন্দ্ৰমোহন দাস। ১৯৩৯ চনত এই পুথিখন প্ৰকাশ কৰা হয় আৰু স্কুলীয়া ল'ৰা-ছোৱালীৰ মাজত প্ৰচাৰ হয় আৰু তাৰ দ্বাৰা লিও টলষ্টয়ৰ লগত চিনাকি হয়। অসমীয়া ভাষাৰ এই পুথিখনত টলষ্টয়ে লিখা অসংখ্য গল্পৰ মাত্ৰ আঠোটা গল্প অসমীয়া উজু শিতানত সন্নিবিষ্ট কৰা হৈছে। গল্প কিটাৰ শিতান এইদৰে আছে ঃ 'য'তে প্ৰেম ত'তে ভগৱান', 'মানুহ কিহেৰে জীয়াই থাকে', 'ক্ৰীচাচ আৰু ছোলন', 'ধৰ্মপুত্ৰ', 'হাঁহকণীৰ নিচিনা শস্য', 'বন্দি', 'জ্ঞানী কোন' আৰু 'তীৰ্থযাত্ৰী'।

'টলষ্টয়ৰ সাধু'ৰ আগকথাত অসমৰ খ্যাতনামা বুৰঞ্জীবিদ্ আৰু শিক্ষাবিদ্ ডঃ সূৰ্যকুমাৰ ভূঞাই লিখা কথাখিনিত টলষ্টয়ৰ দৰ্শন আৰু পাণ্ডিত্যৰ প্ৰতি অসমীয়া সুধীসমাজৰ শ্ৰদ্ধা প্ৰকাশ পাইছে। ডঃ ভূঞাৰ ভাষাত ঃ 'ৰুছিয়াৰ গণতান্ত্ৰিক আৰু সাম্যবাদী দাৰ্শনিক আৰু সাহিত্যিক কাউণ্ট লিও টলষ্টয়ৰ গল্পবোৰত ৰুছিয়া দেশৰ দুখীয়াৰ সৰল জীৱনৰ আভাস পোৱা যায়। তেওঁলোকে কিদৰে অবিৰাম পৰিশ্ৰমত জীৱন কটায়, অশেষ পৰিশ্ৰম কৰিও দুবেলা দুমুঠি অন্ন আৰু বস্ত্ৰৰ সংস্থান কৰিব নোৱাৰে আৰু একেটা পোষাককে স্বামী-স্ত্ৰী দুয়ো পিন্ধিব লগাত পৰে, আলহি ঘৰলৈ আহিলে সোধপোছ কৰিবলৈ হেঁপাহ থাকিলেও দাৰিদ্ৰ্যৰ তাৰণাত তেওঁক বিদায় দিবলগীয়া হয়, চিৰ দুখত প্ৰপীড়িত হৈ যেনো ঈশ্বৰৰ কৰুণা এনেকি অস্তিত্বৰে বিশ্বাসহীন হৈ পৰে। জ্ঞানীলোকৰ বুজনিত তেওঁলোকৰ অন্তৰত আকৌ ঈশ্বৰ-ভক্তি জন্মিবলৈ ধৰে। ধৰ্মত প্ৰবৰ্তিলে, পৰোপকাৰ কৰিলে সদায় ঈশ্বৰৰ মৰম আশা কৰিব পাৰি, ধৰ্মচ্যুত বা নিষ্ঠুৰ হলে ঈশ্বৰে গৰিহণা দিয়ে। ক্ষমা, দয়া, পৰোপকাৰ, ঈশ্বৰভক্তি, পৰিশ্ৰম, আত্মনিৰ্ভৰ—এইবোৰ চিৰন্তন সম্বল লৈয়েই টলষ্টয়ৰ গল্পবোৰ লিখিত হৈছে। ইয়াত আওপাকীয়া জটিল ধৰ্মতত্ত্ব বা ৰাজনীতি নাই আৰু প্ৰেমিক-প্ৰেমিকাৰ হিলদ'ল ভৰা আবেগৰ ধুমুহা নাই। এই গল্পবোৰৰ নায়ক হৈছে মুচিযাৰ আৰু খেতিয়ক শ্ৰেণীৰ মানুহ। টলষ্টয়ৰ উদ্দেশ্য আছিল দুখীয়া দৰিদ্ৰৰ গাত লগ্নি থকা মানৱাত্মাক পোহৰলৈ অনা আৰু তেওঁলোকৰ দুৰৱস্থাৰ প্ৰতি সমাজ সংস্কাৰক, চিন্তাশীল লোক আৰু ৰাজনীতিৰ লোকসকলৰ দৃষ্টি আকৰ্ষণ কৰা। বহু শতাব্দীৰ মূৰত ৰুছিয়াৰ খেতিয়ক আৰু হজুৱা-বনুৱাই মূৰ দাঙি উঠিল। অৱস্থাপন্ন মধ্যম শ্ৰেণীৰ নাগৰিক সকলৰপৰা তেওঁলোকে ৰাজ্যভাৰ কাঢ়ি ললে, দেশত স্বতন্ত্ৰ সম্পত্তি বৰ্জিত হ'ল, সম্পত্তিৰ ওপৰত সকলোৰে সমান অধিকাৰ হ'ল। এই পৰিণতিৰ নাম হৈছে ৰুছিয়াৰ বৰ্তমান বলছেভিক শাসন পদ্ধতি।

'টলষ্টয়ৰ গল্পত পৰিস্ফুটিত হোৱা দুখ-দাৰিদ্ৰ্যৰ ছাঁয়ে অসমীয়া দুখীয়াসকলৰ প্ৰতিও মানুহৰ মন আকৰ্ষণ কৰিব।'

পুথিখনৰ ৰচক দাসে লিখিছে ঃ 'ঊনৈশ শতিকাৰ শ্ৰেষ্ঠ মানৱ ঋষি টলষ্টয় চুটি গল্প লিখাত সিদ্ধহস্ত আছিল। তেওঁৰ সাধুবোৰ জগদ্বিখ্যাত। এই সাধুবোৰ পৃথিবীৰ বহু ভাষালৈ অনুবাদিত হৈছে আৰু ইয়াৰপৰা বহু নৰ-নাৰী উপকৃত হৈছে। তেওঁ সকলো পাৰ্থিৱ ধন-ৰত্ন ত্যাগ কৰি নিজে এজন খেতিয়ক হৈ খেতিয়কসকলৰ মাজত থকা সময়ত এই সাধুবোৰ লিখে। সেই কাৰণে তাহানি ৰুছিয়াৰ গাঁৱলীয়া জীৱনৰ হুবহু চিত্ৰ এই সাধু কথাবোৰত ফুটি ওলাইছে। তেওঁ নিজৰ জীৱনত যি সত্য উপলব্ধি কৰিছিল সাধুকথাবোৰত তাকেই প্ৰকাশ কৰিছে। যীশুৰ নিচিনাকৈ তেওঁ খেতিযকসকলৰ ভবি ধুৱাই দিছিল আৰু যীশুৰ আঁহি লৈ সাধু কথাৰে তেওঁ মানুহক শিক্ষাদান কৰিছিল। সমাজৰ অৱস্থা জনসাধাৰণৰ মাজত দাঙি ধৰা আৰু সামাজিক সমস্যাবোৰ সমাধান কৰা আছিল তেওঁৰ উদ্দেশ্য। তেওঁ নিজে ধৰ্মপ্ৰাণ আছিল আৰু প্ৰত্যেকটো সাধুকথাতে আধ্যাত্মিক ভাব ফুটি ওলাইছে। কিন্তু আধ্যাত্মিকতা ফুটি ওলালেও বাস্তৱতা হে বেছি। এই সাধুকথাবোৰ নিজৰ প্ৰাণৰ কথা।

'অসমীয়া গাঁৱলীয়া জীৱনৰ লগত ৰুছিয়াৰ জীৱনৰ বহুতো সাদৃশ্য দেখা যায়। ৰুছিয়াৰ অৱস্থা আমাৰ দেশতকৈ বেয়া আছিল। ভাৰতবৰ্ষৰ নিচিনা ৰুছিয়া খেতিয়ক দেশ। দেশ নিৰ্ভৰ কৰে খেতিয়কৰ ওপৰত আৰু সৰহ ভাগ মানুহ থাকে গাঁৱত। মাটিৰ গৰাকী আছিল ধনী সম্প্ৰদায়। নানা অবিচাৰ, অত্যাচাৰ সহ্য কৰি, হাড়ভঙা পৰিশ্ৰম কৰিছিল খেতিয়কসকলে আৰু তাৰ ফল ভোগ কৰিছিল জমিদাৰ আৰু তেওঁৰ কৰ্মচাৰীসকলে। ক'ৰবাত কাৰোবাৰ এবিঘা মাটি থাকিলেও মহাজনৰ ওচৰত বন্ধক দিয়া। খেতিয়কবিলাক ধাৰতে পোত গৈ আছিল। আয় নিচেই কম, কোনোমতে ধাৰ মাৰিব নোৱাৰে। মহাজনৰ লগত নথকাকৈ স্বাধীনভাৱে কাম কৰিবলৈ কাৰো উপায় নাছিল।

'মানুহবিলাক আছিল সোবোপা, প্ৰাণহীন, কিন্তু সৰল, মৰমিয়াল আৰু ধৰ্মভীৰু। আলহীক দেৱতা জ্ঞান কৰিছিল, নিজে নাখাইও সোধপোছ কৰিছিল। খাবলৈ আহাৰ নাই, পিন্ধিবলৈ কাপোৰ নাই। একেখন কাপোৰকে গিৰিয়েক ঘৈণীয়েকে লয়। দুয়ো একেলগে বাহিৰ হব নোৱাৰে। সৰহ ভাগৰ নিজৰ ঘৰ নাই, লোকৰ ঘৰত থাকে—য'তে ৰাতি, ত'তে কাতি। খেতিয়কসকলে গোমধান খেতি কৰিছিল, কিন্তু গৰু, ম'হ বেছিকৈ নাৰাখিছিল, ভেড়া, ছাগলী পুহিছিল, আৰু তাৰ নোমেৰে গৰম কাপোৰ তৈয়াৰ কৰি লৈছিল। গান-বাজনা সিহঁতৰ প্ৰিয় আছিল। আজৰি পালেই

গান-বাজনাত মতলীয়া হৈছিল। পেটত আহাৰ নাই, কিন্তু পইচা হাতত পৰিলে খায় ভোদ্‌কা ( ভোদ্‌কা গোমধান বা আলুৰ পৰা বুছ দেশত কৰা ফটিকা ) যেনেকৈ আমি খাওঁ কানি। সময়ৰ মূল্য নুবুজিছিল আৰু ঘৰুৱা জীৱন আছিল বৰ লেতেৰা। স্বাস্থ্য বা শিক্ষাৰ পিনে মনকাণ নাই। ভোদ্‌কা খাই পৰি থাকে, গাত শক্তি নাই, মনত বল নাই। তাতে আছিল দেশখন আকাল মহামাৰীৰ লীলাক্ষেত্ৰ। এনেকুৱা সমাজৰ ওপৰত বলীয়ে সহজে আধিপত্য কৰে। খেতিয়কসকলে মূৰ দাঙিব নোৱাৰে। ভয় স্বাধীনতাৰ শত্ৰু। ধনী সম্প্ৰদায় অগাধ ধন-সম্পত্তিৰ অধিকাৰী হৈ ভোগবিলাসত মতলীয়া, আৰু ইমান অভাব, অভিযোগ, অত্যাচাৰৰ মাজত থাকিও খেতিয়কে বিলা-সিতাৰ উপকৰণ যোগাব লাগে। মানৱ সমাজৰ মূল ভেটি হৈছে খেতিয়কসকল ; কিন্তু তেওঁলোকৰ কাৰণে শিক্ষাৰ ব্যৱস্থা নাই। প্ৰপীড়িত সমাজৰ অৱস্থা সকলো দেশতে সমান।

সমাজত যেতিয়া অন্যায় অবিচাৰ, অত্যাচাৰৰ প্ৰকোপ বেছি হয়, ভগৱানে তেতিয়া বলীৰ হাতৰপৰা দুৰ্বলক ৰক্ষা কৰিবৰ কাৰণে একোজন মহাপুৰুষ পঠিয়ায়। তেওঁ দুৰ্বলৰ ওপৰত প্ৰেৰণা দিয়ে, মানুহৰ চিন্তা আৰু অনুভূতি জগাই তোলে। দীন-দুখীয়াৰ দুৰ্গতি দেখি টলষ্টয়ৰ প্ৰাণ কান্দিছিল। এজনে স্বৰ্গ সুখত থাকিব আৰু আনজনে উৎপীড়ন সহিব, ভগৱানৰ ইচ্ছা নহয়। ভাৰতৰ ঋষিৰ নিচিনাকৈ তেৱোঁ কৈছিল—ভগৱানৰ ইচ্ছাত আমি পৃথিবীলৈ আহিছোঁ। ভগৱানৰ ইচ্ছামতে চলিবলৈ হলে সকলো প্ৰাণীকে ভাল পাব লাগিব। লোকসেৱাত আত্ম-নিয়োগ কৰাটোৱে জীৱনৰ উদ্দেশ্য। সেৱাৰ নিচিনা ধৰ্ম নাই। সকলো সত্তা পৰমাত্মাৰ ফিৰিঙতি মাত্ৰ—যত্ৰ জীৱ, তত্ৰ শিৱ। ভগৱানৰ ওচৰত সকলো সমান আৰু য'তে প্ৰেম ত'তে ভগবান। মুক্তিৰ উপায় ধৰ্ম আৰু সৎ কামেই ধৰ্ম। ধৰ্ম আৰু নীতি এক বস্তু। এই একে ভাবতে অনুপ্ৰাণিত হৈ কুৰি শতিকাৰ মহামানৱ মহাত্মা গান্ধীয়ে দৰিদ্ৰ নাৰায়ণত আত্মনিয়োগ কৰিছে। জনসাধাৰণক জগাই নুতুলিলে দেশ উন্নত হব নোৱাৰে আৰু প্ৰেমৰ ওপৰত প্ৰতিষ্ঠিত নহলে সাম্যবাদ অৰ্থহীন।

'ঋষি টলষ্টয়ে যি সত্য প্ৰচাৰ কৰিছিল তাক তেওঁ নিজ জীৱনত প্ৰকাশ কৰিছিল। খেতিয়কসকলৰ কাৰণে পঢ়াশালি পাতি দিছিল, বাঁৰী মানুহৰ ঘৰ বান্ধি দিছিল, খেতিয়ক হৈ পুৱাতে কাম কৰিছিল, দীন-দুখীয়াৰ কাৰণে সকলো ধন-বস্ত্ৰ দান কৰিছিল আৰু যীশুৰ নিচিনা তেওঁলোকক ধৰ্মৰ বাণী শুনাইছিল। এই সাধুবোৰত তেওঁৰ নিজ জীৱনৰ বহুতো কথা ওতপ্ৰোতভাৱে সুমুৱাই দিছে। ইয়াত থকা সাধুৱা কথা, জ্ঞানগৰ্ভ উপদেশবোৰ তেওঁ খেতিয়কবিলাকক নিজে দিয়া উপদেশ। আকালৰ সময়ত

বুঢ়া এলিচাই দুখীয়াক সহায় কৰাৰ কথা টলষ্টয়ৰ আত্মজীৱনী মাথোন। ১৮৯১ চনৰ আকালৰ সময়ত যথাসৰ্বস্ব ত্যাগ কৰিছিল।

'জনসাধাৰণৰ কাৰণেহে টলষ্টয়ে সাধুবোৰ লিখিছিল। এই কাৰণে সকলোৱে বুজিব পৰাকৈ তেওঁ এই সাধুবোৰ সৰল বুহ ভাষাত লিখে।'

'টলষ্টয়ৰ সাধু' কিতাপৰ প্ৰণেতা সুৰেন্দ্ৰ মোহন দাস আৰু তাৰ আগকথাত ডঃ সূৰ্যকুমাৰ ভূঞাই লিও টলষ্টয়ৰ আদৰ্শ আৰু সাহিত্যৰ বিষয়ে যি আভাস দিছে, সি চমু হলেও, অতি প্ৰাঞ্জল ভাষাত বুহ সাহিত্যিকজনৰ আদৰ্শ আৰু সাধাৰণ মানুহৰ প্ৰতি থকা গভীৰ সহানুভূতিৰ এটা হুবহু বিবৰণ দিছে। তাৰপৰা অসমীয়া পাঠক শ্ৰেণীয়ে এই মহান বুহ ব্যক্তিজনৰ লগত আত্মিক চিনাকি হবলৈ সুবিধা পাইছে।

'যুদ্ধ আৰু শান্তি'—ৱাৰ এণ্ড পীছ—উপন্যাসখনৰ বৃহৎ আকাৰত নহলেও, সংক্ষিপ্ত আকাৰত অসমীয়া ভাষাত ভাঙনি আৰু টলষ্টয়ৰ লেখা বহুত গল্প অসমীয়াত প্ৰকাশ কৰাৰ উপৰিও দাসে ১৯৬৬ চনত ৰুছিয়া ভ্ৰমণ কৰি অহাৰ পাছত 'টলষ্টয়ৰ দেশত' নামেৰে এখন পুথি প্ৰকাশ কৰে। এই পুথিত তেওঁৰ ছোভিয়েত য়ুনিয়ন ভ্ৰমণৰ অভিজ্ঞতা আৰু টলষ্টয়ৰ জন্মস্থান ইয়াছনায়া পোলিয়ানা দৰ্শনৰ বৰ্ণনা কৰিছে। টলষ্টয়ৰ সাহিত্য-সম্ভাৰৰ লগত ভাৰতীয় আন প্ৰাদেশিক ভাষাবোৰৰ দৰে অসমীয়া ভাষাৰ যোগেদি অসমীয়া পঢ়ুৱৈ সমাজক পৰিচয় কৰি দিছে।

উচ্চমানবিশিষ্ট অসমীয়া আলোচনী 'আৱাহন'ত টলষ্টয়ৰ বিভিন্ন দিশ সন্দৰ্ভত এই শতিকাৰ তিনি আৰু চতুৰ্থ দশকত একাধিক প্ৰবন্ধ প্ৰকাশ হৈছিল। তাৰ পূৰ্বেও অসম ছাত্ৰ সন্মিলনৰ মুখপাত্ৰ 'মিলন' নামৰ আলোচনীত টলষ্টয় সম্পৰ্কীয় মনোগ্ৰাহী আৰু তথ্যপূৰ্ণ প্ৰবন্ধ ওলাইছিল।

ভাৰতীয় বিভিন্ন ভাষাত টলষ্টয়ৰ গ্ৰন্থ, প্ৰবন্ধ আৰু গল্প প্ৰকাশ হোৱাৰ উপৰিও ভাৰতৰ কেবাজনো বিশিষ্ট ব্যক্তিয়ে এই বুহ সাহিত্যিকজনক পৰম শ্ৰদ্ধাৰে বিচাৰ কৰিছিল আৰু টলষ্টয়ক এজন মহান মানৱদৰদী লোক বুলি তেওঁলোকৰ মত বাণীবদ্ধ কৰিছিল। এওঁলোকৰ ভিতৰত কবি ৰবীন্দ্ৰনাথ ঠাকুৰ, মহাত্মা গান্ধী, পণ্ডিত জৱাহৰলাল নেহৰু, ডঃ ৰাজেন্দ্ৰপ্ৰসাদ আৰু ডঃ সৰ্বপল্লী ৰাধাকৃষ্ণণৰ নাম বিশেষভাৱে উল্লেখযোগ্য।

কবি ৰবীন্দ্ৰনাথ ঠাকুৰে লিও টলষ্টয়ক 'মানৱজাতিৰ শিক্ষক' বুলি অভিহিত কৰি 'শিক্ষাৰ সংস্কাৰ' শিতানৰ প্ৰবন্ধ এটাত এইদৰে লিখিছিল ঃ 'বৰ্তমান সময়ত যিজন মানৱজাতিৰ শিক্ষক আৰু যাৰ কথাৰ প্ৰতি সকলোৱে মন দিব লাগে সেইজন লোক হৈছে লিও টলষ্টয়।' কিন্তু বুহ মনীষীজনৰ বাণীত বিশ্বই মনোযোগ নিদিয়াত

কৰি ঠাকুৰে আক্ষেপ কৰিছিল। ১৯৩০ চনৰ তেওঁৰ ৰুছ ভ্ৰমণৰ সময়ত কবিগুৰুৱে মস্কোৰ একাডেমীক থিয়েটাৰত টলষ্টয়ৰ 'ৰিজাৰেকচন' উপন্যাসখন মঞ্চস্থ কৰা দেখি তেওঁ বৰ সন্তুষ্ট হৈছিল আৰু সেই বিষয়ে তেওঁৰ 'ৰুছিয়াৰ চিঠি'ত প্ৰশংসাসূচক মন্তব্য প্ৰকাশ কৰিছিল।

পণ্ডিত নেহৰুৰ গ্ৰন্থ 'গ্লিম্পেছ অব্ ৱাৰ্ল্ড হিষ্টৰী' তথা বিশ্ব-ইতিহাসৰ জিলিঙনিত টলষ্টয়ৰ বিষয়ে তেওঁ যি সন্নিবিষ্ট কৰি থৈছে সেইয়া অত্যন্ত অৰ্থপূৰ্ণ আৰু টলষ্টয়ৰ প্ৰতি তেওঁৰ পৰম শ্ৰদ্ধাৰ পৰিচায়ক। পণ্ডিতজীৰ এই প্ৰখ্যাত গ্ৰন্থখন ১৯৩০ চনৰ অক্টোবৰৰপৰা ১৯৩৩ চনৰ আগষ্ট এই তিনি বছৰ কাল তেওঁ বিভিন্ন কাৰাগাৰত থাকোতে তেওঁৰ একমাত্ৰ কন্যা ইন্দিৰা প্ৰিয়দৰ্শিনীলৈ লিখা ১৯৬ খন চিঠিৰ যোগেদি বিশ্বৰ ইতিহাসৰ বৰ্ণনা। ১৯৩৩ চনৰ ১৭ মাৰ্চত নেহেৰুৱে যিখন চিঠি ইন্দিৰালৈ লিখিছিল সেইখন চিঠি আছিল ১৪৪তম চিঠি আৰু শিতান আছিল 'দি ৰাছিয়ান ৰিভলিউচন অব্ ১৯০৫ দেট্ ফেইল্ড' অৰ্থাৎ ১৯০৫ চনৰ ব্যৰ্থ ৰুছ-বিপ্লৱ। চিঠিত নেহৰুৱে টলষ্টয়ৰ কথা উল্লেখ কৰি লিখিছিল ঃ 'এই চিঠিখন শেহ কৰাৰ আগতে ৰুছ কলা আৰু সাহিত্যৰ প্ৰতি তোমাৰ মনোযোগ আকৰ্ষণ কৰিব খুজিছোঁ। সম্ৰাট জাৰৰ দিনত্ ৰুছিয়াৰ বহুত দোষ আছিল যদিও, অতি সুন্দৰ নৃত্য-বিদ্যা ৰীতি আছিল আৰু সেই কথা বহুতে জানে। ঊনৈশ শ শতিকাৰ ৰুছিয়াত কেবাজনো বিখ্যাত সাহিত্যিক ওলাইছিল, তেওঁলোকে সাহিত্যৰ পৰম্পৰা গঢ়ি তুলিছিল। সুদীৰ্ঘ উপন্যাস আৰু চুটি গল্পত তেওঁলোকে আচৰিত ধৰণৰ পাণ্ডিত্য দেখুৱাইছিল। সেই শতিকাৰ আগ ভাগৰ সাহিত্যিক আছিল বাইৰণ, শ্বেলী আৰু কিট্ছৰ সমসাময়িক পুস্কিন যিজনক শ্ৰেষ্ঠ কবি বুলি কোৱা হয। উপন্যাস লেখকসকলৰ ভিতৰত ঊনৈশ শতিকাৰ বিখ্যাত কেইজন আছিল গগ'ল, টুৰ্গেনিভ, ডষ্টয়েভ্স্কি আৰু টুৱেখ'ভ। এওঁলোকৰ পাছত শ্ৰেষ্ঠ ঔপন্যাসিক আছিল লিও টলষ্টয। এওঁ উপন্যাস লেখক হিচাপে কেৱল এজন অসাধাৰণ প্ৰতিভাশালী লোকেই নাছিল, তেওঁ এজন ধাৰ্মিক আৰু আধ্যাত্মিক নেতা হৈ উঠিছিল আৰু তেওঁৰ প্ৰভাৱে দক্ষিণ আফ্ৰিকাত থকা সময়ত গান্ধীজীক স্পৰ্শ কৰিছিল আৰু ইজনে সিজনক শ্ৰদ্ধা কৰিছিল। নিষ্ক্ৰিয় প্ৰতিৰোধ বা অহিংস নীতিৰ ওপৰত থকা দুয়োজনৰ পৰম বিশ্বাসে ঐক্য বান্ধোন দৃঢ় কৰিছিল। টলষ্টয়ৰ মতে ই যীশুখৃষ্টৰ নীতি আছিল, আৰু গান্ধীজীয়ে হিন্দুৰ প্ৰাচীন লেখাবোৰৰপৰা একে সিদ্ধান্তত উপনীত হৈছিল। টলষ্টয় এজন ভবিষ্যত দ্ৰষ্টা আছিল আৰু তেওঁ নিজ বিশ্বাস মতে চলিছিল আৰু সংসাৰৰপৰা বিচ্ছিন্ন হৈ আছিল ; গান্ধীজীয়ে কিন্তু দৃশ্যতঃ এই নিগেটিভ বিষয়টো দক্ষিণ আফ্ৰিকা আৰু ভাৰতবৰ্ষৰ অগণন সমস্যাৰ ক্ষেত্ৰত কাৰ্যতঃ প্ৰয়োগ কৰিছিল।'

নেহৰুয়ে ১৯৬০ চনৰ ২১ নৱেম্বৰত অনুষ্ঠিত টলষ্টয়ৰ পঞ্চাশ বছৰীয়া মৃত্যু-বাৰ্ষিকী দিবস সম্দৰ্ভত নতুন দিল্লীত সপ্তাহ জোৰা উৎসৱৰ এখন সভা উদ্বোধন কৰি কৈছিল ঃ 'এই ব্যক্তিজনে-টলষ্টয়ে-তেওঁৰ অন্তৰত থকা তেওঁৰ মহান উদ্দেশ্য-সন্ধানৰ যাত্ৰী হিচাপে কাৰো ওচৰত মূৰ দোৱা নাছিল আৰু নিৰ্ভীকভাৱে আগবাঢ়ি গৈছিল। তেওঁৰ লিখনিৰ বা ভাবধাৰাৰ লগত মোৰ একমত নহব পাৰে, একমত হওক বা নহওক, সেইটো কোনো কথা নহয়। কথা হৈছে মই যেতিয়া তেওঁক সন্মান কৰোঁ, তেতিয়া মই কিবা এটা মহৎ বিষয়ে অনুভৱ কৰোঁ আৰু তেওঁৰ ওচৰত শিৰ নত কৰোঁ।' সকলো যুগৰ এজন মহান যাত্ৰী বুলি নেহৰুৱে টলষ্টয়ক আখ্যা দি তেওঁৰ প্ৰতি অভিনন্দন আৰু শ্ৰদ্ধা জনাইছিল আৰু কৈছিল ঃ 'আমি তেওঁক সেইভাৱে স্মৰণ কৰি সত্যৰ সন্ধানী বুলি গ্ৰহণ কৰিব লাগে আৰু মই ভাবো যেন তেওঁৰ মহত্ত্বৰ এফেৰি আমাৰ ওপৰত পৰক। . আমি বৰ জটিল সময়ত উপস্থিত হৈছোঁ, আমাক চাৰিও-ফালে বিপদে আগুৰি ধৰিছে আৰু নানা সম্ভাৱনাৰ দ্বাৰা ভৱিষ্যত পৰিপুষ্ট হৈ পৰিছে। বোধকৰো বিপদ আৰু সম্ভাৱনা দুয়োটা ওতঃপ্ৰোত আৰু ভাল কথাৰ বাবে কোনো প্ৰতিশ্ৰুতি থাকিলেও সি নোহোৱা হৈ পৰিব পাৰে।......সি যিয়েই নহওক, বৰ্তমান সময়ত সমস্যাবোৰ হঠাতে নোহোৱা হৈ যোৱাৰ কোনো ইংগিত নাই, কেতবোৰ সমস্যা আমি সমাধান কৰিব পাৰো, কিন্তু আন সমস্যা উদ্ভৱ হয় আৰু এই সমস্যাবোৰৰ লগত যুঁজ কৰিলে আনন্দ লাভ কৰিব পাৰি। সেই কাৰণে আমি এনে এজন ব্যক্তিক -টলষ্টয়ক-পাইছোঁ-যিজনে চৰম দুৰ্যোগৰ যাত্ৰা অতিক্ৰম কৰি উচ্চ শিখৰত উপস্থিত হৈছিল। তেওঁৰ বিষয়ে আমি ভাবিলেও কিছু পৰিমাণে আমাক উন্নত কৰে আৰু আমাৰ যাত্ৰাত শক্তি যোগায।'

মস্কোৰ 'লিটাৰেচোৰনা গেজেট'লৈ টলষ্টয়ৰ পঞ্চাশ বছৰীয়া মৃত্যু বাৰ্ষিকী উপলক্ষে নেহৰুয়ে এটা তাঁৰ-বাৰ্তাৰ বাণীত কৈছিল ঃ 'যিসকল য়ুৰোপীয় লেখকৰ নাম আৰু লেখনি ভাৰতৰ ভিতৰত অতি জনাজাত তাৰ ভিতৰত টলষ্টয় এজন। তাৰ কাৰণ টলষ্টয়ৰ বিৰাট ৰচনাৱলীৰ প্ৰতিভাই নহয়, টলষ্টয় আমাৰ ভাৰতৰ মহাত্মা গান্ধীৰ মাজত থকা আত্মিক ঘনিষ্ঠতাৰ কাৰণেও। গান্ধীজী আছিল টলষ্টয়ৰ এজন পৰম গুণমুগ্ধ লোক আৰু গান্ধীজীৰ ব্যক্তিত্ব বিকাশৰ সময় ছোৱাত তেওঁ টলষ্টয়ৰ দ্বাৰা প্ৰভাৱান্বিত হৈছিল। সেই কাৰণে এই মহান বুঢ় লেখকজনৰ প্ৰতি শ্ৰদ্ধা জনাবলৈ পাই মই আনন্দ পাইছোঁ। যদিও টলষ্টয়ৰ মৃত্যুৰ পাছত অৰ্ধ শতাব্দী বাগৰি গল, তেওঁৰ স্মৃতি আৰু বাণী আমাৰ অন্তৰত এতিয়াও সজীৱ হৈ আছে।'

মহাত্মা গান্ধীয়ে টলষ্টয়ৰ মহত্ত্বৰ বিষয়ে তেওঁ দক্ষিণ আফ্ৰিকাত থকা সময়ৰপৰা

বৃছ মনীষীজনৰ বক্তৃতা আৰু চিঠিবোৰৰ বিষয়ে কেবা ঠাইতো উল্লেখ কৰিছিল। ১৯১৪ চনৰ ডিচেম্বৰ মাহৰ পহিলা তাৰিখৰ 'ইণ্ডিয়ান ওপিনিয়ন'ৰ বিশেষ সংখ্যা এটাত নিষ্ক্রিয় প্রতিৰোধৰ নীতি আৰু কাৰ্যকাৰিতাৰ বিষয়ে বিশ্লেষণ কৰি গান্ধীজীয়ে লিখিছিল ঃ 'মই ভাবো টলষ্টয়ে সত্যাগ্রহক আত্মবল বা প্রেম-শক্তি বুলিছিল।'

টলষ্টয়ৰ জন্ম-বাৰ্ষিকী উৎসৱত অংশ গ্রহণ কৰি গান্ধীজীয়ে এটা দীঘলীয়া ভাষণত টলষ্টয়ৰ মহত্ত্বৰ বিষয়ে এইদৰে কৈছিল, 'তেওঁ (টলষ্টয়) আছিল এনে এজন ব্যক্তি যাৰ কথা আৰু কামৰ মাজত কোনো প্ৰভেদ নাছিল। তেওঁৰ সৰলতা আছিল অদ্বিতীয়, সকলো বিষয়তে তেওঁৰ সৰলতা বিদ্যমান আছিল। তেওঁ ধনী সম্প্রদায়ৰ আছিল...... বিভিন্ন ক্ষেত্রত অভিজ্ঞতা পোৱাৰ পাছত আৰু ধনী সম্প্রদায়ৰ যি ভোগ তাক পাই উঠি তেওঁ উপলব্ধি কৰিছিল যে তেনে জীৱন আমাৰ, তেনে জীৱনৰপৰা আঁতৰি আহিল আৰু নিজৰ আদৰ্শত নিষ্ঠাৰে অটল হৈ থাকিল। টলষ্টয়ে কৈছিল যে বদান্য লোকৰ শ্রেণীয়ে পৰৰ উপকাৰৰ কামত ঢেৰ ধন খৰচ কৰে, কিন্তু তেনে বদান্যতাৰ পৰিবৰ্তে তেওঁলোকে আন মানুহৰ বোজা নিজে বহন কৰিলে যি বোজাৰ জৰিয়তে তেওঁলোকে সুখ ভোগ কৰি আছে, তেতিয়াহে প্রকৃত পৰোপকাৰ হব। পৰোপকাৰ কৰিবলৈ বিলাস জীৱনৰ পৰিবৰ্তন নুবুজায়। আখাভক্তৰ ভাষাত কবলৈ গলে সেইয়া নিহাৰি এটা চুৰি কৰি তাৰ বিনিময়ত এটা বেজি দিয়াৰ দৰেহে। টলষ্টয়ে কোৱা কথাবোৰ যে আনে কোৱা নাছিল, তেনে নহয়, কিন্তু টলষ্টয়ৰ কথাবোৰ ইন্দ্রজালৰ দৰে আছিল, কাৰণ তেওঁ যি প্রচাৰ কৰিছিল সেইভাৱে কাম কৰিছিল।'

ভাৰতৰ মুক্তি-সংগ্ৰামৰ ইতিহাসত ১৯৪২ চনৰ ন আগষ্টৰ দিনটো চিৰস্মৰণীয়, কিয়নো এই দিনটোত গান্ধীজীৰ নেতৃত্বত 'কুইট্ ইণ্ডিয়া' তথা 'ভাৰত-ত্যাগ' আন্দোলন ঘোষণা কৰা হয়। এই ঐতিহাসিক দিনতে গান্ধীজীয়ে আমেৰিকাবাসীলৈ এখন চিঠি লিখি ভাৰতৰ স্বাধীনতা আন্দোলনৰ প্ৰতি আমেৰিকাৰ সহযোগ কামনা কৰিছিল। এই চিঠিখনৰ শেহাংশত আমেৰিকাৰ চিন্তাশীল মনীষী থ'ৰো, বৃটিছ দাৰ্শনিক সাহিত্যিক ৰাস্কিন আৰু ৰুছ মহৰ্ষি লিও টলষ্টয়ৰ বিষয়ে উল্লেখ কৰিছিল। চিঠিখনত গান্ধীজীয়ে লিখিছিল ঃ 'আপোনালোক আমেৰিকাবাসীয়ে মোক এজন গুৰু দিছে। তেওঁ আছিল থ'ৰো। মই দক্ষিণ আফ্রিকাত যি কাম কৰিছিলোঁ থ'ৰোৱে তেওঁৰ 'ডিউটি অৱ্ ডিচ্‌ওবেডিয়েঞ্চ' অৰ্থাৎ অসহযোগ আন্দোলন নামৰ পুথিখনৰ জৰিয়তে মোৰ সেই কামত বিজ্ঞানভিত্তিক সমৰ্থন দিছিল, গ্ৰেট বৃটেইনে মোক ৰাস্কিনক দিছিল আৰু তেওঁৰ 'আন টু দিছ্ লাষ্ট' তথা সমাজৰ শেহৰজনৰ বিষয়ে লিখা কিতাপখনে মোক এজন আইনজীৱীৰ আৰু চহৰবাসীৰপৰা এজন গ্ৰাম্যবাসীলৈ পৰিৱৰ্তন

কৰিছিল যাৰ ফলত ডাৰবান চহৰৰ নিকটবৰ্তী ৰেল ষ্টেচনৰপৰা তিনি মাইল দূৰৈত অবস্থিত এখন পামত বাস কৰিছিলোঁ . বুঝিছিলাম যাৰপৰা মই পাইছিলোঁ টলষ্টয়ক আৰু মই তেওঁক শিক্ষক হিচাপে গ্ৰহণ কৰিছিলোঁ। কিয়নো তেওঁ মোৰ অহিংস নীতিৰ বাবে যুক্তিপূৰ্ণ বুনিয়াদ আগ বঢ়াইছিল। তেওঁ মোক দক্ষিণ আফ্ৰিকাৰ আন্দোলনৰ-ক্ষেত্ৰত আশীৰ্বাদ দিছিল, যদিও সেই সময়ত এই আন্দোলন অতি চালুকীয়া অৱস্থাত আছিল আৰু এই আন্দোলনৰ বিস্ময়কৰ ভবিষ্যত উপলব্ধি কৰিবলৈ মোৰ চেতিয়া বাকী আছিল। তেৰেঁই মোলৈ লিখা এখন চিঠিত ভবিষ্যত বাণী কৰিছিল যে মই এনে এটা আন্দোলনৰ নেতৃত্ব ধৰিছিলোঁ যি আন্দোলনে বিশ্বৰ পদদলিত মানৱ শ্ৰেণীৰ বাবে আশাৰ বাণী আনিবলৈ সুনিশ্চিত হৈছিল। গতিকে আপোনালোকে বুজি পাব যে মই মোৰ বৰ্তমান কাম গ্ৰেট বৃটেইন বা পাশ্চমীয়া জাতিসমূহৰ প্ৰতি কোনো ঘৃণা ভাবত হাতত লোৱা হোৱা নাই। 'আন টু দিছ লাষ্ট'ৰ দ্বাৰা মই উদ্ভাষিত হোৱাৰ পাছত মই ফেচীবাদ বা নাজীবাদ সমৰ্থন কৰিব নোৱাৰো। এই মতবাদে ব্যক্তি-স্বাধীনতাক দমন কৰি ৰাখে।'

মহাত্মাজীৰ ১৯৪২ চনৰ চিঠিখনত টলষ্টয়ৰ সন্দৰ্ভত উল্লেখ কৰা কথাখিনিয়ে বুঢ় মনীষীজনৰ প্ৰতি গভীৰ শ্ৰদ্ধা প্ৰকাশ কৰিছিল। লগতে তেওঁ যে টলষ্টয়ৰ আদৰ্শ আৰু দৰ্শনত পৰম বিশ্বাস কৰিছিল সিও প্ৰমাণ হৈছিল।

ৰবিঠাকুৰ, পণ্ডিত নেহৰু আৰু গান্ধীজীৰ প্ৰমাণৰ পাছতো কেবাজনো বিশিষ্ট ভাৰতীয় ব্যক্তিয়ে টলষ্টয়ৰ গুণ-গৰিমা কীৰ্তন কৰিছে। তাৰ ভিতৰত ভাৰত গণৰাজ্যৰ প্ৰথম ৰাষ্ট্ৰপতি ডঃ ৰাজেন্দ্ৰপ্ৰসাদ অন্যতম। ১৯৬০ চনৰ জুন মাহত মস্কোত ডঃ ৰাজেন্দ্ৰপ্ৰসাদে টলষ্টয় সংগ্ৰহালয় চাই দৰ্শকৰ বহীত লিখিছিল: 'মহাপুৰুষ টলষ্টয়ৰ দেশৰ তীৰ্থস্থানলৈ আহিবলৈ পাই আৰু তেওঁৰ বস্তুবোৰ চাই মই নিজকে পৰম ভাগ্যবান বুলি ভাবিছোঁ। এই বস্তুবোৰ এনে সুন্দৰভাবে সংৰক্ষণ কৰা আছে যে তাৰ মই নশলাগি নোৱাৰো। এই বস্তুবোৰে আন বহু দৰ্শকক উদ্বুদ্ধ কৰিব। মোৰ কাৰণে এই দৰ্শন অত্যন্ত লাভজনক, কাৰণ টলষ্টয়ৰ বিষয়ে বহুত পঢ়িছিলো আৰু মহাত্মা গান্ধীৰপৰা টলষ্টয়ৰ কথা বহুখিনি জানিছিলো। সেই কাৰণে মই ইয়ালৈ আহিবলৈ বিচাৰিছিলো। অৱশেষত মোৰ ইচ্ছা পূৰণ হ'ল। সংগ্ৰহালয়ৰ সঞ্চালকজনৰ অনুগ্ৰহত সকলোখিনি চাব পাৰিলো। তেওঁৰ প্ৰতি মই কৃতজ্ঞ থাকিলো।'

ডঃ ৰাজেন্দ্ৰপ্ৰসাদে তেওঁৰ ৰুছ ভ্ৰমণকালৰ সময়তে ৩০ জুনৰ দিনা ভাৰত-ৰুছ মৈত্ৰী সন্থাৰ দ্বাৰা আহূত সভা এখনতো টলষ্টয় আৰু মহাত্মা গান্ধীৰ কথা উল্লেখ

কৰি কৈছিল ঃ 'গান্ধীজীয়ে তেওঁৰ দৰ্শন আৰু কাৰ্যক্ৰমণিকা যুগুত কৰোতে ৰুছিয়া তথা টলষ্টয়ৰ সৈতে আত্মীয়তাবোধ অনুভৱ কৰিছিল, কিয়নো পৃথিবীৰ বিভিন্ন ঠাইত জাতিগত আৰু ৰাজনৈতিক প্ৰভুত্ব দেখি টলষ্টয় অতিষ্ঠ হৈ পৰিছিল। এই প্ৰভুত্বৰ-পৰা বৈষম্যৰ সৃষ্টি হৈছিল।' ডঃ ৰাজেন্দ্ৰপ্ৰসাদৰ মতে টলষ্টয়-গান্ধীৰ ভাবৰ সমন্বয়েৰে ভাৰত আৰু ৰুছিয়াৰ মাজত সাংস্কৃতিক বন্ধুত্ব এটা অৰ্থপূৰ্ণ ঘটনা।'

ডঃ ৰাজেন্দ্ৰপ্ৰসাদৰ পৰৱৰ্তী ৰাষ্ট্ৰপতি দাৰ্শনিক ডঃ ৰাধাকৃষ্ণণে টলষ্টয়ৰ মৃত্যু-বাৰ্ষিকী উদযাপন সমিতিলৈ দিয়া বাণীত এইদৰে কৈছিল ঃ 'টলষ্টয়ে আধুনিক ভাবধাৰাৰ ওপৰত ডাঙৰ প্ৰভাব পেলাইছিল আৰু গান্ধীজীৰ জৰিয়তে যুদ্ধ আৰু শান্তি সম্পৰ্কে আমাৰ ধ্যান-ধাৰণাৰ ওপৰতো টলষ্টয়ে প্ৰভাব আনিছিল।'

মহাত্মা গান্ধী প্ৰমুখ্যে ভাৰতৰ শীৰ্ষস্থানীয় নেতাসকলৰ উত্তৰকালত কেবাজনো প্ৰগতিবাদী লেখকে ৰুছ সাহিত্য, বিশেষকৈ টলষ্টয়ৰ গ্ৰন্থবোৰৰ ওপৰত, মূল্যবান আৰু গধুৰ বিধৰ প্ৰবন্ধ লিখিছিল আৰু তাৰ ব্যাখ্যাসহ কিতাপ লিখিছিল। এওঁলোকৰ ভিতৰত কিশানচন্দৰ, চৰ্দাৰ জাফ্ৰি, আহমদ্ নাদিম কাজমী, চাজাদ্ জাহিৰ, শিৱদিন সিং চৌহান, মূলক্ৰাজ আনন্দ ভাৰতীয় লেখকসকলৰ নাম বিশেষভাৱে উল্লেখযোগ্য।

লিও টলষ্টয়ৰ ১৫০তম জন্ম-জয়ন্তী উপলক্ষে ১৯৭৮ চনৰ চেপ্তেম্বৰ মাহত নতুন দিল্লীত যি আলোচনা-চক্ৰ পতা হৈছিল তাত ভাৰত চৰকাৰৰ শিক্ষামন্ত্ৰী প্ৰতাপচন্দ্ৰ চন্দ্ৰ প্ৰমুখ্যে কেবাজনো বিশিষ্ট সাহিত্যিক আৰু বুদ্ধিজীৱীয়ে অংশ গ্ৰহণ কৰি টলষ্টয়ৰ জীৱন-বোধ আৰু তেওঁৰ সাহিত্যৰ চিৰন্তন মূল্যায়ন ব্যাখ্যা কৰে। কেন্দ্ৰীয় শিক্ষামন্ত্ৰী চন্দ্ৰৰ মতে ভাৰত আৰু ছোভিয়েত য়ুনিয়নৰ বন্ধুত্বৰ এনাজৰিৰ অন্যতম কাৰণ টলষ্টয় আৰু গান্ধীজীৰ মাজত থকা মৌলিক মানৱত্ববোধ যাৰ যোগেদি উভয় দেশৰ নৱৈ কোটি জনসাধাৰণ, চৰকাৰ আৰু ৰাজহুৱা জীৱনত লিপ্ত থকা নেতাসকল আৰু চিন্তাশীল লেখক শ্ৰেণীৰ মাজত বুজাবুজিৰ ভাব অব্যাহত হৈ আছে। তেওঁৰ মতে ঔপনিবেশিকতাই নতুন ৰূপ লৈছে, বহুদেশীয় ব্যৱসায়ীগোষ্ঠীয়ে অৰ্থনৈতিক শোষণ কৰিছে আৰু বিজ্ঞান আৰু কাৰিকৰী বিদ্যাক শোষণকাৰীৰ স্বাৰ্থপূৰণৰ কাৰণে ব্যৱহাৰ কৰা হৈছে। জঘন্য পাৰমাণৱিক অস্ত্ৰই সত্যক ধ্বংস কৰাৰ উপক্ৰম হৈছে বুলি মন্তব্য দি শিক্ষামন্ত্ৰীয়ে কৈছে ঃ 'এনে বিশ্বত টলষ্টয়ৰ অত্যন্ত সময়োপযোগী বাণী আৰু বেছিকৈ প্ৰচাৰ হ'ব লাগে।' সকলো বিপদৰ সন্মুখীন হ'বলৈ বিশ্বই টলষ্টয়ৰ-পৰা উৎসাহিত হ'ব বুলি কেন্দ্ৰীয় শিক্ষামন্ত্ৰীয়ে দৃঢ়তাৰে মত প্ৰকাশ কৰে। আলোচনা চক্ৰত ভীশাম চাহ্নী নামৰ এজন বিশিষ্ট লেখকে কৈছিল যে দেশৰ লাখ লাখ ভাৰতীয় জনগণক পাশৱিক শোষণকাৰীৰ বিৰুদ্ধে থিয় কৰাইছিল বাহিৰত একমাত্ৰ

টলষ্টয়ে আৰু এওঁ ভাৰতবাসীৰ আশা-আকাংক্ষাৰ প্ৰতি সহানুভূতি আগবঢ়াইছিল। আলোচনা চক্ৰত আন এজন অংশগ্ৰহণকাৰী মূলক্ৰাজ আনন্দে কৈছিল যে ভাৰতবাসীয়ে টলষ্টয়ক এজন বিখ্যাত লেখক আৰু আৰ্টিষ্ট হিচাপেহে যে শ্ৰদ্ধা কৰিছিল তেনে নহয়, ভাৰতৰ এজন প্ৰধান শুভাকাঙ্ক্ষী হিচাপেও এই দেশৰ মানুহে টলষ্টয়ৰ গুণগ্ৰাহী হৈছিল। বুছ সাহিত্যিকজনৰ 'ৱাৰ এণ্ড পীছ' নামৰ উপন্যাসখন পৃথিবীৰ প্ৰাচীন আৰু আধুনিক সাহিত্যত এখন উৎকৃষ্ট উপন্যাস বুলি তেওঁ মূল্যাঙ্কন কৰিছিল। টলষ্টয়ৰ মহত্ত্বৰ বিষয়ে মূলক্ৰাজ আনন্দে কৈছিল ঃ টলষ্টয় এটা বা দুটা বংশৰ আগতে ঢুকাইছে, তথাপি তেওঁক এজন বিৰাট ব্যক্তি যেন লাগে আৰু চেক্সপিয়াৰ, গেটে, হুগ' আৰু হেন'ৰ দৰে মহান হৈ আছে। তাৰ কাৰণ টলষ্টয়ে তেওঁৰ দেশৰ ইতিহাসৰ ডাঙৰ পৰিবৰ্তনৰ সময়ত জীৱন কটাইছিল। দাসত্ব-প্ৰথা বিলোপ সাধনৰ বাটত তেওঁ ডাঙৰ অৰিহণা যোগাইছিল আৰু জীৱনৰ শেহ ছোৱাত বুছিয়াক য়ুৰোপৰ তলতীয়া কৰাৰ দ্ৰুত প্ৰচেষ্টাৰ বিৰুদ্ধে থিয় দিছিল।'

ডঃ বিষ্ণু প্ৰভাকৰে আলোচনা-চক্ৰত কৈছিল ঃ 'কুৰি শতিকাৰ আবৰ্ভাৱৰ পূৰ্বে কেইজন ভাৰতবাসীয়ে বুছ লেখকসকলৰ পুথিৰ লগত পৰিচিত হৈছিল। এজন লেখকৰ বাসকৰা সামাজিক পৰিবেশ যিয়েই নহওক, তেওঁৰ শক্তিৰ উৎস একেই। ৰাষ্ট্ৰবোৰক অন্তৰক একত্ৰিত কৰাৰ ক্ষেত্ৰত লেখক-শ্ৰেণীৰ অৰিহণা আন যি কোনো শ্ৰেণীতকৈ বেছি। সেই কাৰণে ভাৰতবাসীয়ে টলষ্টয়ৰ লিখনিত অন্তৰস্পৰ্শী কথা পাইছিল। সাধাৰণ অৰ্থত গান্ধীজী লেখক নাছিল, তথাপি তেওঁ টলষ্টয়ৰ প্ৰতি আকৰ্ষিত হৈছিল। টলষ্টয়ৰ সময়ত গান্ধীজী ভাৰতত মুক্তি-সংগ্ৰামৰ নেতা আছিল। আচৰিত কথা যে দক্ষিণ আফ্ৰিকাত ভাৰতীয় লোকৰ অধিকাৰ সাব্যস্ত কৰিবলৈ লোৱা আন্দোলনত এই ডেকা বেৰিষ্টাৰজনে আধ্যাত্মিক সংকটত পৰি বুছ চিন্তাশীলজনলৈ উদ্দীপনা আৰু নিৰ্দেশৰ বাবে ধাবিত হৈছিল। টলষ্টয়ৰ নৈতিক আৰু আধ্যাত্মিক মূল্যবোধ ভাৰতীয় দৰ্শনৰ অংশ স্বৰূপ আছিল। গান্ধীজী এই মূল্যবোধৰ লগত পূৰ্বে পৰিচিত আছিল, কিন্তু টলষ্টয়ে সেই মূল্যবোধত নতুন পোহৰ পোৱাত সহায় কৰিছিল। টলষ্টয়-আদৰ্শ যি আদৰ্শক তেওঁ নিজৰ জীৱনত পৰীক্ষা কৰিছিল সেইয়া গান্ধীজীৰ কাৰণে এটা নতুন বাতাবৰণ হৈ পৰিছিল আৰু তেওঁক নতুন দিশ আৰু গূঢ়ভাৱ প্ৰদান কৰিছিল।

কে-এস ডুগল আছিল আন এজন বিশিষ্ট লেখক যিজনেও টলষ্টয়ৰ সন্দৰ্ভত পতা আলোচনাচক্ৰত অংশগ্ৰহণ কৰি তেওঁৰ লিখিত ভাষণত বুছ সাহিত্যিকজনৰ বিষয়ে এইদৰে কৈছিল ঃ 'টলষ্টয় সম্ভ্ৰান্ত বংশত জন্মগ্ৰহণ কৰি অফুৰন্ত স্থাবৰ সম্পত্তিৰ

মালিক হৈছিল ; তেওঁ কিন্তু ৰাজতন্ত্ৰৰ ঘোৰ সমালোচক আছিল আৰু ৰাজনৈতিক পৰিবৰ্তন আমূলভাৱে পৰিবৰ্তন হোৱাৰ ওকালতি কৰিছিল। এজনীয়া শাসন পদ্ধতিৰ পৰিবৰ্তে তেওঁ সাংবিধানিক সংস্কাৰৰ কাৰণে থিয় হৈছিল। তেওঁৰ দিনৰ ন্যায়-পালিকাৰ ওপৰত টলষ্টয়ৰ অলপো বিশ্বাস নাছিল, কাৰণ এই ব্যৱস্থা জনসাধাৰণৰ পৰিপন্থী আছিল। টলষ্টয়ৰ মূল চিন্তা আছিল জীৱনৰ প্ৰভেদ। তেওঁ সামন্ত-প্ৰথাৰ নিন্দা কৰিছিল আৰু এলেহুৱা অথচ ক্ষমতাধাৰী শ্ৰেণীয়ে জনসাধাৰণক কৰা শোষণৰপৰা আঁতৰি যাব লাগে বুলি দাবী কৰিছিল। তেওঁ নিজৰ দাসবোৰক মুক্ত কৰি দিছিল, তেওঁৰ ব্যক্তিগত সা-সম্পত্তি ত্যাগ কৰিছিল। ঈশ্বৰে সংসাৰত জন্মলাভ কৰা প্ৰত্যেকৰ কাৰণে ভূমি সৃজন কৰিছিল বুলি টলষ্টয়ে বিশ্বাস কৰিছিল। মুষ্টিমেয় লোকৰ হাতত ভূমি ন্যস্ত হৈ থকা ভুল বুলি কৈছিল। তেওঁৰ 'দে আৰ নো গিলটি পিপ'ল' নামৰ চুটি গল্পত টলষ্টয়ে সেই কথা স্পষ্টভাৱে আঙুলিয়াই দিছিল। এই গল্পটো সামন্ত-প্ৰথাৰ বিৰোধিতা কৰাৰ নিষ্ঠুৰ কাহিনী। গল্পটো ভাৰতীয় পাঠকৰ বাবে বিশেষভাৱে আকৰ্ষণীয়, কিয়নো ভাৰতৰ অৱস্থাৰ লগত গল্পটোৰ বিবৰণ বাস্তৱ যেন লাগে।'

'সেইদৰে সমাজৰ নিৰক্ষৰতা, কুসংস্কাৰপূৰ্ণ আচাৰ-ব্যৱহাৰ, মাদকতা, মজুতকৰণ, ভেজালকৰণ, চোৰাং ব্যৱসায় দূৰীকৰণত টলষ্টয়ে গুৰুত্ব আৰোপ কৰিছিল। কোনো কোনো ক্ষেত্ৰত বুছ সাজসজ্জাত ভাৰতীয় চৰিত্ৰ উত্থাপন কৰা যেন লাগে।' ডুগলৰ মতে 'টলষ্টয় মূলতঃ এজন ঔপন্যাসিক আৰু আমি জনাত শ্ৰেষ্ঠ ঔপন্যাসিকসকলৰ ভিতৰত এজন। তেওঁৰ চুটি গল্পবোৰ সৰু-সুৰা উপন্যাস আকাৰত লিখা। তেওঁৰ সমসাময়িক এণ্টন চেক'ভৰ দৰে আৰ্ট ফৰ্মত টলষ্টয়ে লিখা নাছিল। তথাপি টলষ্টয়ৰ চুটি গল্পবোৰ বৰ্তমান যুগৰ অতি আধুনিক ৰূপ বুলি কব পাৰি।'

হিন্দী সাহিত্য সমালোচক শিবদাস চৌহানৰ মতে টলষ্টয়ৰ দৰ্শন আৰু ভাবধাৰা ভাৰতত প্ৰযোজ্য। চৌহানে কৈছে: 'আমাৰ দিনত সংস্কৃতিৰ সংকট হৈছে বুলি কোৱাটো এটা অভ্যাস হৈছে। গতিকে টলষ্টয়ৰ গুৰুত্ব বাঢ়িছে। যুব-সম্প্ৰদায়ক টলষ্টয়ে যুদ্ধৰ বিভীষিকা, সাম্ৰাজ্যবাদ আৰু মানুহে মানুহক শোষণ কৰাৰপৰা বিশ্বক মুক্ত কৰিব লাগে বুলি কৈছে। যুৱক-যুৱতীক সত্য, প্ৰেম, সৌন্দৰ্য আৰু শান্তি আৰু মানৱীয়তাৰ পক্ষে থিয় হবলৈ টলষ্টয়ে আহ্বান কৰে।'

ভাৰতবাসীৰ দৃষ্টিত টলষ্টয় সম্পৰ্কে সাধাৰণ সমীক্ষাৰপৰা দেখা যায় যে এই মহান ব্যক্তিজনৰ চিন্তাধাৰা, জীৱন-আদৰ্শ আৰু গ্ৰন্থসমূহে ভাৰতৰ মুক্তি-যুদ্ধৰ প্ৰধান সাৰথি গান্ধীজী প্ৰমুখ্যে নেতাসকলক, প্ৰগতিবাদী ভাৰতীয় লেখকসকলক আৰু তেওঁ-

লোকৰ জৰিয়তে ভাৰতীয় জনতাক নানাভাৱে প্ৰভাবান্বিত কৰিছিল আৰু সেই প্ৰভাব আজিও মাৰ যোৱা নাই, ভবিষ্যতেও মাৰ নাযাব , বৰঞ্চ, টলষ্টয় আৰু গান্ধীজীৰ যুগল আদৰ্শই ভবিষ্যত বংশধৰসকলক সদায় উদ্বুদ্ধ কৰি থাকিব। এই দুজন মহামানৱক কোনো এখন দেশ বা কালৰ পুৰুষ বুলি কব নোৱাৰি , উভয়ে মানৱজাতিক সকলো যুগতে আৰু সকলো দেশতে সামাজিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক যি কোনো অন্যায়, অসত্য আৰু উৎপীড়নৰ বিৰুদ্ধে যুঁজ দিবলৈ শক্তি আৰু সাহস যোগাব। কোনো কোনোৱে টলষ্টয আৰু গান্ধীজীৰ দাৰ্শনিক আৰু ধৰ্মীয় শিক্ষা যেনে দয়া, বদান্যতা, নিষ্ক্ৰিয় প্ৰতিৰোধ আদিৰ প্ৰতিভূ বুলি কবলৈ বিচাৰে। কিন্তু এই সমালোচক-সকলৰ এই ধাৰণা ভুল, কিযনো টলষ্টয আৰু গান্ধীজী উভয়ে যি সত্য, যি চিৰন্তন আৰু যি অহিংসতাৰ যোগেদি মানৱজাতিৰ সেৱা কৰি বিশ্ব-শান্তি প্ৰতিষ্ঠা কৰাৰ বাট দেখুৱাই গৈছে। সেই কাৰণেই টলষ্টয় আৰু গান্ধীজী বিশ্বৰ বৰণীয় মহান ব্যক্তি।

# পঞ্চম অধ্যায়

## কছু লেখকৰ দৃষ্টিত গান্ধী

ভাৰতৰ স্বাধীনতা আন্দোলৰ প্ৰধান নেতা আৰু সত্য আৰু অহিংস নীতিৰ প্ৰতীক মোহনদাস কৰমচাঁদ গান্ধীৰ নাম বিশ্ব-বিশ্ৰুত। ভাৰতৰ অগণন জনতাৰ মাজত তেওঁ 'মহাত্মা' বুলি জনাজাত। ভাৰতবৰ্ষৰ স্বাধীনতাৰ উত্তৰকালত তেওঁক দেশবাসীয়ে 'জাতিৰ জনক' বুলি গ্ৰহণ কৰিছে। সম্প্ৰতি বিশ্বৰ দৰবাৰত গান্ধীজী কুৰি শতিকাৰ মহান বিপ্লবী বুলিও জনাজাত। কিন্তু সাম্ৰাজ্যবাদী বৃটিছৰ বিৰুদ্ধে তেওঁ যি স্বাধীনতাৰ যুদ্ধ পৰিচালনা কৰিছিল সেই যুদ্ধৰ ৰূপ আছিল অভিনৱ। সত্য আৰু অহিংস মন্ত্ৰত ভাৰতীয় জনগণক উদ্বুদ্ধ কৰি বিশ্ব-ইতিহাসৰ পাতত তেওঁ এটা নতুন অভিলেখ স্থাপন কৰি গৈছে। তেওঁৰ নীতি আৰু আদৰ্শৰ বৰ্তমান যুগত সংহতি আছে আৰু ভৱিষ্যতে থাকিব বুলি পৃথিবীৰ মহান ব্যক্তিসকলে স্বীকাৰ কৰিছে।

এনে এজন ব্যক্তিৰ নাম বুছিযাৰ লেখক, বুদ্ধিজীৱী আৰু সাম্ৰাজ্যবাদী শ্ৰেণীৰ অবিদিত নাছিল। গান্ধীজীয়ে দক্ষিণ আফ্ৰিকাত শ্বেতাংগসকলৰ বিৰুদ্ধে সত্যাগ্ৰহ আন্দোলন আৰম্ভ কৰি, তাৰ গুৰি ধৰি আৰু তাক নিষ্ঠাৰে পৰিচালনা কৰি তাত বনবাস কৰা ভাৰতীয় লোকসকলৰ মানৱিক অধিকাৰ সাব্যস্ত কৰাৰ সময়ত গান্ধীজীয়ে বৃটেইন, ফ্ৰান্স আদি একাধিক দেশ ভ্ৰমণ কৰিছিল, কিন্তু সেই সময়ত তেওঁৰ ৰুছিয়া ভ্ৰমণ কৰাৰ সুবিধা হোৱা নাছিল, প্ৰকৃতাৰ্থত, তেওঁ বিশ্বৰ দুখন মহান ৰাষ্ট্ৰ ছোভিয়েত য়ুনিযন আৰু মাৰ্কিন যুক্তৰাষ্ট্ৰ ভ্ৰমণ কৰা নাই. বিশেষকৈ জাৰৰ আমোলত পৰাধীন দেশৰ নেতাসকলে ৰুছিযালৈ যোৱাত বহুত অন্তৰায আছিল। কিন্তু জাৰতান্ত্ৰিক শাসন অন্ত পৰাৰ পাছত তেনে অন্তৰায বহুখিনি নোহোৱা হৈছিল। ১৯১৭ চনৰ অক্টোবৰ মহা-বিপ্লৱৰ ফলস্বৰূপে ছোভিযেত শাসন প্ৰতিষ্ঠা হোৱাত প্ৰাক্-বিপ্লৱৰ বাধা-নিষেধ নোহোৱা হ'ল, বিশেষকৈ যিবোৰ দেশত সাম্ৰাজ্যবাদৰ বিৰুদ্ধে আন্দোলন চলিছিল তেনে দেশৰ মুক্তি-সংগ্ৰামী নেতা আৰু প্ৰগতিবাদী লেখক শ্ৰেণীৰ বহুতে ছোভিয়েত য়ুনিয়ন ভ্ৰমণ কৰিবলৈ আগ্ৰহী হৈছিল আৰু তেনে লোক তালৈ গৈছিল। পণ্ডিত জৱাহৰলাল নেহৰু তেনে আগশাৰীৰ এজন নেতা। তেওঁ ১৯২৭ চনৰ অক্টোবৰ মাহত অক্টোবৰ বিপ্লৱৰ দশম বাৰ্ষিকী উৎসৱত যোগ দিছিল আৰু তাৰ

ফলস্বৰূপে ভাৰত আৰু ছোভিয়েত ৰুছিয়াৰ মাজত পাৰস্পৰিক বুজাবুজিৰ ভাব স্থাপন কৰিছিল। নেহৰুৰ ১৯২৭ চনৰৰ ৰুছ-ভ্ৰমণ ৰুছিয়া আৰু ভাৰতবৰ্ষৰ বন্ধুত্বৰ সাঁকোৰ দৰে হৈছিল, যদিও দুয়ো দেশৰ মাজত সেইসময়ত পৰিস্থিতি পৃথক আছিল। সেই সময়ত ৰুছিয়াই পৃথিৱীত এটা নতুন আদৰ্শত প্ৰতিষ্ঠিত শাসনৰ গুৰি ধৰিছিল আৰু ভাৰতবৰ্ষ মহা-পৰাক্ৰমী বৃটিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে মুক্তি-যুদ্ধত ওতঃপ্ৰোতভাৱে জড়িত আছিল। কিন্তু গান্ধীজী ছোভিয়েত য়ুনিয়নলৈ যোৱা নাছিল যদিও, ৰুছবাসী গান্ধীৰ বিষয়ে অজ্ঞাত নাছিল। ১৯০৯ চনৰ পহিলা অক্টোবৰত গান্ধীজীয়ে লিও টলষ্টয়লৈ লিখা প্ৰথম চিঠিখনে ৰুছিয়াৰ সৈতে মহাত্মাৰ মানসিক সম্বন্ধ স্থাপন কৰিছিল। সেই চিঠি আছিল দুজন মহান ব্যক্তিৰ মাজৰ সম্বন্ধ। এই শতিকাৰ দুই শতকৰপৰা গান্ধীৰ বিষয়ে ৰুছিয়াত কিতাপ-পত্ৰ প্ৰকাশ হবলৈ ধৰে।

মস্কোৰপৰা প্ৰকাশিত 'ক্ৰাচনাযা নিভা' নামৰ আলোচনীখনৰ প্ৰথম সংখ্যাত (১৯২৩) এজন লব্ধপ্ৰতিষ্ঠ ৰুছলেখক এনাটোলি লুনাচাৰ্কিচিয়ে 'ভাৰতীয় টলষ্টয়' শিতানত মোহনদাস কৰমচাঁদ গান্ধীৰ বিষয়ে প্ৰবন্ধ প্ৰকাশ কৰিছিল। লেখক ৰুছ চৰকাৰৰ শিক্ষা বিভাগৰ কমিচাৰ তথা বিষয়া আছিল। এওঁৰ প্ৰবন্ধটোৰ শিতান তাৎপৰ্যপূৰ্ণ। প্ৰবন্ধটো প্ৰকাশ হৈছিল টলষ্টয়ৰ মৃত্যুৰ তেৰ বছৰৰ পাছত। কিন্তু তাৰ আগেয়ে যে গান্ধীজীৰ বিষয়ে কিছু কথা নাজানিছিল তেনে নহয়। লুনাচাৰ্কিচিয়ে গান্ধীজীৰ সামাজিক, ধৰ্মীয় আৰু আধ্যাত্মিক মত ব্যাখ্যা কৰি গান্ধীজীৰ কামকাজৰ প্ৰশংসা কৰিছিল আৰু তাৰ দ্বাৰা টলষ্টয়ৰ আদৰ্শৰ লগত তেওঁৰ আদৰ্শৰ মিল আছিল বুলি ৰুছ পাঠকৰ লগত চিনাকি কৰি দিছিল। প্ৰবন্ধটোৰ অংশ বিশেষত এইদৰে উল্লেখ কৰা আছিলঃ 'গান্ধী আৰু টলষ্টয়ৰ মাজত মিল থকাৰ কাৰণ কি?' দুয়োজন গ্ৰাম্য আৰু নিম্ন বুৰ্জোৱা পদ্ধতিৰ মাজেৰে অহা লোক আৰু উভয়ে ধনতান্ত্ৰিক সভ্যতাৰ প্ৰতিৰোধ কৰিছিল। ধনতান্ত্ৰিক সভ্যতা গঢ়ি উঠাত তাৰ ঠাল আৰু ফুলবোৰে সামাজিক পাৰিপাৰ্শ্বিকতা সৃষ্টি কৰিছিল, এই পাৰিপাৰ্শ্বিকতাই মধ্যযুগৰ আদৰ্শ আৰু অভিশপ্ত পুঁজিবাদৰ লগত সংঘৰ্ষত আহিছিল। পশ্চিম য়ুৰোপত তেনে সংঘাত হৈছিল। ৰুছিয়াত পুৰণি অভ্যাস আৰু চহা মানুহৰ দস্তুৰবোৰ যিবোৰক টলষ্টয়ে পবিত্ৰ বুলি বিবেচনা কৰিছিল। সেইবোৰ ৰাষ্ট্ৰীয়ভিত্তিত পুঁজিবাদৰপৰা বাদ পৰা নাছিল। ভাৰতৰ পুঁজিবাদৰ শতকৰা নিৰানব্বৈ ভাগ বৃটিছ পুঁজিবাদী আছিল। গতিকে আমাৰ দৰে তাৰ তাৎপৰ্য কমিউনিষ্টসকলৰ কাৰণে বহুত বেছি। আমি টলষ্টয়ৰ বিষয়ে যি সমালোচনা কৰো স্বাভাৱিকতেই গান্ধীৰ ওপৰতো তেনে সমালোচনা কৰিব পাৰি, কিন্তু টলষ্টয়ৰ কাৰণে আজিৰ শিক্ষা অনিষ্টকাৰী।

গান্ধীজীৰ শিক্ষা কিন্তু ভাৰতৰ কাৰণে উপকাৰী, কাৰণ এই শিক্ষাই পুঁজিবাদৰ বিৰুদ্ধে ৩০ কোটি ভাৰতবাসীয়ে প্ৰতিবাদ কৰাৰ আহিলা। পুঁজিবাদ ভাৰতবাসী আৰু বিশ্বৰ প্ৰোলেটাৰিয়েতৰ শত্ৰু।' সামৰ্ণিত লুনাচাৰ্কচিয়ে লিখিছিল ঃ 'গান্ধীৰ আন্দোলনে জনসাধাৰণৰ সুপ্ত বিবেকক জাগ্ৰত কৰিছিল আৰু এটা বহুলভিত্তিক আন্দোলনত সেই জাগৰণ ৰূপান্তৰিত হৈছিল। গতিকে তাৰ তাৎপৰ্য অস্বীকাৰ কৰিব নোৱাৰি যিদৰে এই ভাৰতীয় টলষ্টয়জনৰ আধ্যাত্মিক সৌন্দৰ্য অস্বীকাৰ কৰিব নোৱাৰি।'

কুৰি শতিকাৰ দ্বিতীয় আৰু তৃতীয় দশকত গান্ধীজীৰ সন্দৰ্ভত ৰুছিয়াৰ বিভিন্ন আলোচনীত প্ৰবন্ধ প্ৰকাশ হৈছিল। তাৰ ভিতৰত বুলেটিন 'প্ৰেছি স্ৰেড নেভো ভোষ্টকা' ( টাচখণ্ড ), 'প্ৰোজহেক্টৰ', 'ক্ৰাচনিযা নিভা', 'ট্ৰিটদ্ নেই', 'নভয়া ভ্ৰেম্‌যা', 'কমিউন ইণ্টাৰনেচনেল' আদি উল্লেখযোগ্য। যোৱা দহ বছৰত বিশেষকৈ গান্ধী জন্ম শত-বাৰ্ষিকীৰ সময়ছোৱা ৰুছ সাহিত্যিক, সাংবাদিক, প্ৰাচ্যবিদ্যা আৰু ভাৰততত্ত্ববিদসকলে গান্ধীজীৰ জীৱনৰ ওপৰত মনোগ্ৰাহী প্ৰবন্ধ লিখিছে আৰু তাৰ যোগেদি ৰুছিয়া আৰু ভাৰতত গান্ধীজীৰ আদৰ্শ আৰু ব্যক্তিত্বৰ সৈতে পাঠকসমাজক পৰিচয় কৰি দিছে। এই প্ৰবন্ধাৱলীৰ ভিতৰত ভি-ভি বালাবুচেভিকৰ 'গ্ৰেট ছন অব ইণ্ডিয়া' (১৯৬৯), ইন-এন কামাৰভৰ 'এবাউট আইডিয়েলজিকেল চোৰ্চেচ অব গান্ধীজ আউটলুক ইন্ দি ইনিচিয়েল পিৰিয়দ অব হিষ্টৰী (১৯৬৩) আৰু 'গান্ধীজ প্ৰিন্সিপলচ অব নন-ভায়োলেন্স ইন্ দি ফিলোচফিকেল এচপেক্টচ অব দি ইণ্ডিয়ান পিপলচ ষ্ট্ৰাগল' (১৯৬৫), এ-ডি লিটমেনৰ 'গান্ধী ফাদাৰ অব ইণ্ডিয়ান ইনদিপেণ্ডেন্স (১৯৬৯), 'কেৰেক্টাৰিষ্টিক অব চ'চিয়েল আইডিয়েলচ অব গান্ধীজিম্' (১৯৬৫), আৰু 'গান্ধীজিম্ এণ্ড ইণ্ডিয়ান নেচনেল বুৰ্জোৱা' (১৯৬৯) আৰু লেনিনৰ লেখা 'ষ্ট্ৰাগল এগেইনষ্ট চেক্টোৰিয়ান দিচ্‌তৰ্চনচ্ ইন নেচনেল ক'লোনিয়েল কুয়েচনচ (১৯৬৮) মনকৰিবলগীয়া। বাইক'ভে তেওঁৰ প্ৰবন্ধ এটাত ভাৰতৰ স্বাধীনতা আন্দোলনৰ সন্দৰ্ভত বাল গঙ্গাধৰ তিলক আৰু মোহনদাস কৰমচাঁদ গান্ধীৰ দৃষ্টিভংগীৰ ঐতিহাসিক ভূমিকা বিশ্লেষণ কৰি কৈছে যে এই দুজন নেতাৰ মাজত দৃষ্টিভংগীৰ মিল আৰু দুযোটাকে পোৱা গৈছিল। লোকমান্য তিলক মহাত্মা গান্ধীতকৈ (১৮৬৯-১৯৬৯) বয়সত যিদৰে ডাঙৰ আছিল, সেইদৰে কংগ্ৰেছৰ গুৰিধৰোতা হিচাপেও জ্যেষ্ঠ চামৰ নেতা আছিল। কিছুমান পৰ্যবেক্ষকৰ মতে তিলক আৰু গান্ধীজীৰ মাজত নীতিগত পাৰ্থক্য আছিল , কিন্তু আন কিছুমান সমালোচকে এই দুজন ভাৰতীয় নেতাৰ মাজত কোনো মৌলিক পাৰ্থক্য আছিল বুলি নাভাবে। বৰঞ্চ, এওঁলোকে তিলক আৰু গান্ধীজীৰ আদৰ্শ আৰু কৰ্মপন্থাৰ মাজত মিল

আছিল বুলি দৃঢ়ভাৱে কয়। গান্ধীজীৰ দৰে লোকমান্য তিলক হিংসা-নীতিৰ বিৰোধী আছিল আৰু দুয়োজনে অহিংসনীতি সমৰ্থন কৰিছিল। বুহু সমালোচক এ-কে বিক'ভে কিন্তু গান্ধী-তিলকৰ পৰস্পৰ বিৰোধী মত ব্যাখ্যা কৰি কৈছে যে ১৯০৫—৮ চনৰ বিপ্লব-মুখী আন্দোলনৰ সময় ছোৱাৰ বালগঙ্গাধৰ তিলক আৰু ১৯১৪—১৮ চনৰ তিলকৰ মাজত পৰিবৰ্তন দেখা যায়. গান্ধীজীয়ে তেওঁৰ নিজস্ব নীতিৰপৰা কেতিয়াও আঁতৰি যোৱা নাছিল। বেক'ভৰ ভাষাত ঃ 'যিজনে অহিংস প্ৰতিৰোধ বহল ভিত্তিত কাৰ্যকৰী পন্থা হিচাপে প্ৰযোগ কৰিছিল, তেওঁ আছিল এম-কে গান্ধী। মুক্তি-সংগ্ৰামৰ নতুন পৰিস্থিতিত নতুন নেতা গান্ধীয়ে অপ্ৰচলিত নীতিত খামোচ মাৰি ধৰি থকা নাছিল। তেওঁ সাম্ৰাজ্যবিৰোধী আন্দোলনক জনসাধাৰণক জড়িত কৰিবলৈ এটা নতুন উপায় উদ্ভাৱন কৰিছিল।' এই প্ৰসংগত বেক'ভে বালগঙ্গাধৰ তিলক প্ৰমুখ্যে পুৰণি চাম নেতৃবৃন্দ আৰু তুলনামূলকভাৱে নতুন নেতা গান্ধীজীৰ মাজত মৌলিক পাৰ্থক্যৰ কথা উল্লেখ কৰি কৈছে যে যিবিলাক দিশত পাৰ্থক্য বিশেষভাৱে পৰিলক্ষিত হৈছিল তাৰ ভিতৰত আছিল খিলাফত্ আন্দোলন। গান্ধীজীয়ে খিলাফত্ আন্দোলন সমৰ্থন কৰি মুছলমান সম্প্ৰদায়ক স্বাধীনতা আন্দোলনত জড়িত কৰিবলৈ স্থিৰ কৰিছিল, কিন্তু তিলক প্ৰমুখ্যে নেতাসকল গান্ধীজীৰ এই নীতিৰ সমৰ্থক নাছিল। বেক'ভৰ প্ৰবন্ধত গান্ধীজীৰ কৰ্ম-পদ্ধতি সম্পৰ্কে এই দৰে উল্লেখ কৰা আছে ঃ 'জাতীয় কংগ্ৰেছৰ আন নেতৃবৃন্দৰ কৰ্ম পদ্ধতিৰ লগত গান্ধীজীৰ কৰ্মপদ্ধতি বৰ বেলেগ আছিল। এওঁ সৰ্ব-সাধাৰণৰ লগত ঘনিষ্ঠ সম্বন্ধ কৰিবলৈ প্ৰচেষ্টা কৰিছিল, তেওঁলোকক জানিবলৈ আৰু তেওঁলোকৰ আশা-আকাংক্ষা হৃদয়ঙ্গম কৰিবলৈ বিচাৰিছিল। ১৯১৯ চনৰ এপ্ৰিল মাহৰ সত্যাগ্ৰহ আন্দোলনৰ আঁচনি তিলকে সমৰ্থন কিন্তু কৰিছিল। বেক'ভৰ মতে ভাৰতৰ ৰাজনৈতিক জীৱনত গান্ধীজীৰ ভূমিকাৰ বিষয়ে কাৰো দ্বিমত নাছিল আৰু দ্বিতীয় দশকৰ আৰম্ভণিৰপৰা তিলকৰ অনুগামীসকলেও গান্ধীজীৰ নেতৃত্ব মানি লৈছিল।

ইতিমধ্যে ১৯২০ চনৰ ২৮ জুলাইত অনুষ্ঠিত কমিনটাৰ্নৰ দ্বিতীয় কংগ্ৰেছত গান্ধীজীৰ সম্পৰ্কে বুহু গণ-আন্দোলনৰ নেতা লেনিন আৰু ভাৰতৰ বামপন্থী নেতা এম-এন ৰায়ৰ মাজত মতানৈক্য হয়। গান্ধীজীৰ অহিংস নীতিত প্ৰতিষ্ঠিত কাৰ্য-পন্থা ৰায়ে সমৰ্থন কৰা নাছিল. কিন্তু এ-বেজ্নিক'ভৰ 'লেনিন আৰু জাতীয় মুক্তি আন্দোলন' নামৰ কিতাপত প্ৰকাশিত ( ২ চেপ্তেম্বৰ, ১৯৬৭ ) প্ৰবন্ধ মতে লেনিনে গান্ধীক সাম্ৰাজ্য বিৰোধী আন্দোলনৰ নেতা বুলি স্বীকাৰ কৰিছিল, কিয়নো লেনিনৰ মতে তেওঁ কাৰ্যকৰী আৰু বিপ্লৱী ভূমিকা লৈছিল। প্ৰাচ্যৰ আদৰ্শ আৰু সেই বিষয়ে লেনিনৰ চিন্তাধাৰাৰ

থলমূল পৰ্যালোচনা কৰি প্ৰাচ্যবিদ্যাৰ বিশেষজ্ঞ এ-ডি লিট্‌মেনে গান্ধীজী সম্পৰ্কে লিখিছিল যে 'গান্ধীয়ে নিজে কেৱল ধৰ্মীয় মতৰ ওপৰত তেওঁৰ আদৰ্শ ৰচনা কৰা নাছিল, জনসাধাৰণৰ মাজত তেওঁৰ আদৰ্শ জনপ্ৰিয় কৰাৰ অভিপ্ৰায়েহে কেতবোৰ ধৰ্মীয় নীতি প্ৰয়োগ কৰিছিল। সংগ্ৰামৰ বাবে তেওঁৰ অহিংস নীতিৰ ফলপ্ৰসূতা আৰু সংগ্ৰামী সহযোগীসকলে আৱশ্যকীয় নিৰ্যাতন সহিবলৈ ভাৰতৰ প্ৰাচীন নৈতিক নীতি আৰু তপস্যাৰ কথা গান্ধীয়ে উল্লেখ কৰিছিল।

মহাত্মাৰ আদৰ্শ, মুক্তি-সংগ্ৰাম আৰু মানৱ জাতিৰ বিষয়ে বুছ লেখকসকলে কেৱল যে প্ৰবন্ধহে লিখিছিল তেনে নহয়, একাধিক বুছ প্ৰাচ্যতাত্বিক আৰু ৰাজনৈতিক সমীক্ষকে গান্ধীজীৰ ওপৰত পুথিও লিখিছিল। তাৰ ভিতৰত এ-ডি লিট্‌মেনে লিখা 'গান্ধীৰ ৰাজনৈতিক মত' নামৰ এখন উল্লেখযোগ্য পুথি। এই পুথিখন ছোভিয়েত য়ুনিয়ন বিজ্ঞান একাডেমীৰ দ্বাৰা ভাৰতৰ সামাজিক আৰু দাৰ্শনিক চিন্তাধাৰাৰ ওপৰত প্ৰকাশিত গ্ৰন্থমালাৰ অন্যতম। লিট্‌মেনে এই পুথিত গান্ধীজী সম্পৰ্কে এইদৰে লিখিছে ঃ 'দাৰ্শনিক আৰু সামাজিক আৰু ৰাজনৈতিক চিন্তা জগতৰ ইতিহাসত গান্ধীৰ আদৰ্শ এটা উজ্জ্বল পৃষ্ঠা আৰু তেওঁৰ সেই আদৰ্শত বিজ্ঞান-ভিত্তিক আৰু মাৰ্ক্সীয় ব্যাখ্যা প্ৰকাশ পাইছে আৰু সেইয়া থিওৰী আৰু কাৰ্যকাৰিতাৰ ফালৰপৰা অৰ্থপূৰ্ণ। তাৰ যোগেদি আধুনিক ভাৰতবৰ্ষৰ ৰাজনৈতিক আৰু সাংস্কৃতিক জীৱনৰ মূল্যায়ন কৰিব পাৰি।'

মোহনদাস কৰমচাঁদ গান্ধীৰ আদৰ্শৰ ওপৰত ই-এন কোমাৰভ আৰু এ-ডি লিট্‌মেনে যুটীয়াভাৱে ১৯৬৯ চনত গান্ধীজীৰ জন্ম শতবাৰ্ষিকী উপলক্ষে এখন পুথি প্ৰকাশ কৰিছিল আৰু এই পুথিখন সম্পাদনা কৰিছিল বুছ অধ্যাপক আৰ-এ উলিয়ান-ভস্কিয়ে। তাত লেখা আছে যে 'যোৱা ১২-১৫ বছৰৰ ভিতৰত ছোভিয়েত য়ুনিয়ন আৰু ভাৰতৰ মাজৰ বন্ধুত্ব দৃঢ়তৰ আৰু বহুমুখী হৈ উঠিছে। ভাৰতৰ সমসাময়িক ইতিহাস অধ্যয়নৰ বাবে বুছ পণ্ডিতসকলৰ সন্মুখত নতুন দিগন্ত উপস্থিত হৈছে।' গান্ধীজীৰ ৰাজনৈতিক জীৱনৰ এটা লক্ষ্য কৰিবলগীয়া দিশ প্ৰাচীন ভাৰতৰ জনসাধাৰণৰ দাৰ্শনিক পৰম্পৰা আছিল বুলি স্বীকাৰ কৰি বুছ লেখকদ্বয়ে কয় যে গান্ধী এজন অনা-ভাৰতীয় ব্যক্তিৰ দ্বাৰাও প্ৰভাবান্বিত হৈছিল। এই সন্দৰ্ভত টলষ্টয়ৰ প্ৰভাৱ আলোচনা কৰি কোমাৰভ আৰু লিট্‌মেনে কয় যে টলষ্টয়ৰ আদৰ্শত সৰ্বনাশী ধনতন্ত্ৰৰ বিৰুদ্ধে বুছ খেতিয়ক শ্ৰেণীৰ প্ৰতিবাদ পৰিলক্ষিত হৈছিল আৰু সেই সময়ৰ বুছ সমাজৰ পুৰণি, সামন্ত আৰু জহি পৰা অৱস্থা আৰু ঠাইত নতুন, বুৰ্জোৱা সমাজৰ আবিৰ্ভাৱৰ অভিব্যক্তি হৈছিল, কিন্তু ১৯০৫-৭ চনৰ বুছ বিপ্লৱৰ লগে লগে টলষ্টয়ৰ থিওৰীৰ

অন্ত পৰিছিল , আনহাতে, ভাৰতত সেই যুগ অব্যাহত আছিল আৰু তেতিয়া ভাৰতবাসীৰ মনত উপনিবেশৰ বিৰোধী মত জাগি উঠিছিল। লেখকদ্বয়ৰ মতে গান্ধীজীয়ে তেওঁৰ পূৰ্বৰ আৰু সমকালীন নেতা আৰু দাৰ্শনিকসকলৰ পথ অবলম্বন কৰা নাছিল , তেওঁ নিজ দৃষ্টিভংগীৰে ভাৰত আৰু বিদেশৰ স্বাধীনতা সংগ্ৰামৰ তাৎপৰ্য ব্যাখ্যা কৰিছিল। গান্ধীজীয়ে ১৯০৫—৭ চনৰ ৰুছ বিপ্লৱৰ ঘটনাপ্ৰবাহ মনোযোগেৰে লক্ষ্য কৰিছিল আৰু তেওঁৰ দ্বাৰা দক্ষিণ আফ্ৰিকাত পৰিচালিত 'ইণ্ডিয়ান ওপিনিয়ন' কাকতত প্ৰবন্ধ লিখিছিল। লেনিন সম্পৰ্কে, ১৯১৭ চনৰ ৰুছ বিপ্লৱ সম্পৰ্কে আৰু তেনে ঘটনা সম্পৰ্কে গান্ধীজীৰ মত অপৰিবৰ্তিতভাবে থকা নাছিল . ভাৰতৰ স্বৰাজৰ বাবে গণতান্ত্ৰিক শক্তিবোৰ জাগ্ৰত হোৱাৰ লগে লগে ৰুছিয়াৰ প্ৰতি তেওঁৰ মনোভাব সলনি হবলৈ ধৰে আৰু ৰুছ আন্দোলনৰ প্ৰতি সমৰ্থন আগবঢ়ায়। এই প্ৰসংগত কোমাৰ'ভ আৰু লিট্‌মেনে গান্ধীজীৰ 'হিন্দ স্বৰাজ'—'ইণ্ডিয়ান হ'ম ৰুল' ( ১৯১৪ ) কথাও উল্লেখ কৰে। তেওঁলোকৰ মতে গান্ধীজীয়ে জাতীয় মুক্তি আন্দোলনৰ বাবে তেওঁৰ নিজস্ব গণতান্ত্ৰিক কৌশল উদ্ভাৱন কৰিছিল। জনগণৰ মনত জাতীয় চৈতন্য জগাই তুলিবলৈ আৰু সাধাৰণ মানুহৰ আত্ম-সন্মান প্ৰতিষ্ঠা কৰাৰ প্ৰয়াসে গান্ধীজীয়ে যাৱতীয় কাম হাতত লৈছিল আৰু সি তেওঁৰ চেহেৰা, পোছাক-পৰিচ্ছদ আৰু গণতন্ত্ৰবাদত প্ৰকাশ পাইছিল। তেওঁ বিশ্বাস কৰিছিল যে দেশৰ শক্তি আৰু ভৱিষ্যত জনসাধাৰণৰ ওপৰত নিৰ্ভৰ কৰিছিল আৰু জাতিৰ স্বাধীনতা আৰু উন্নয়নৰ বাটত ৰাইজৰ সক্ৰিয় সহযোগ অপৰিহাৰ্য আছিল. ঔপনিবেশিক অৱস্থাৰ তলত নিপীড়ন আৰু শোষণে যি বৰ্বৰ আকাৰ ধাৰণ কৰিছিল তাৰ বিৰুদ্ধে তেওঁ থিয় দিছিল। গান্ধীজী কেৱল প্ৰাৰ্থনাতে আৱদ্ধ নাছিল. তেওঁ এজন কামৰ মানুহ আছিল। গণতন্ত্ৰবাদৰ ওপৰত থকা তেওঁৰ পৰম বিশ্বাস আৰু কৰ্মপদ্ধতিৰ ভিত্তিত তাক মূল্যাঙ্কন কৰিব পাৰি। অৱশেষত কোমাৰ'ভ আৰু লিট্‌মেনে লিখিছিল ঃ 'ছোভিয়েত জনসাধাৰণৰ মানত ভাৰতৰ স্বাধীনতা-সংগ্ৰামৰ ইতিহাসৰ এটা সাহসিক আৰু উত্তেজনাপূৰ্ণ সময়ৰ লগত গান্ধীৰ নাম জড়িত আছে। আৰু সেই সময়ত নেতাজনৰ মহৎ আদৰ্শই লাখ লাখ ভাৰতীয় মানুহক স্বাধীনতা-যুদ্ধ আৰু উজ্জ্বল ভৱিষ্যতৰ পথত উদ্বুদ্ধ কৰিছিল। সাম্ৰাজ্যবাদৰ বিৰুদ্ধে এম-কে গান্ধীৰ যি অপূৰ্ব অবদান তাক ৰুছবাসীয়ে বৰ মূল্যবান বুলি স্বীকাৰ কৰে। ভাৰতৰ এই মহান সন্তানজনৰ গণতান্ত্ৰিক আৰু মানৱীয় আদৰ্শৰ কাৰণে ৰুছসকলে তেওঁক পৰম শ্ৰদ্ধা কৰে।'

এম-কে গান্ধীৰ ৰাজনৈতিক মতবাদ নামৰ আন এখন গ্ৰন্থৰ ৰচক ও-ভি মাৰ্টিছিনে লিখিছে ঃ 'মোহনদাস কৰমচাঁদ গান্ধীৰ কাৰ্য আৰু আদৰ্শ বৃটিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে কৰা সংগ্ৰামৰ সৈতে ওতঃপ্ৰোতভাৱে জড়িত আৰু আন আন উপনিবেশ আৰু

পৰাধীন দেশতো তাৰ প্ৰতিধ্বনি উঠিছিল। কুৰিশতিকাৰ উপনিৱেশবিৰোধী আন্দোলনত গান্ধীৱাদ কিছু পৰিমাণে পৰিলক্ষিত হৈছিল, বিশেষকৈ ভাৰতীয় জীৱনত এটা নিৰ্দিষ্ট আকাৰত সি প্ৰকাশ পাইছিল।' ধৰ্ম আৰু ৰাজনীতিৰ সম্পৰ্ক, স্বৰাজ আৰু সৰ্বোদয়, ৰাষ্ট্ৰ আৰু গণতন্ত্ৰ, য়ুৰোপীয় সভ্যতা, ন্যাসবাদ, উদ্যোগ আৰু কৃষি আদি বিষয়ে গান্ধীজীৰ মত মাৰ্টিছিনৰ পুথিত বিতংভাৱে আলোচনা কৰা হৈছে। তেওঁ পুথিখনত ব্যাখ্যা কৰি দেখুৱাইছে যে সাম্ৰাজ্যবাদৰ হোতাসকলে গান্ধী সম্পৰ্কে নিগেটিভ্ ধাৰণা লৈছিল বা গান্ধীৰ মত আৰু কাৰ্য অপব্যাখ্যা কৰিছিল। উদাহৰণ স্বৰূপে প্ৰাক্তন বৃটিছ প্ৰধান মন্ত্ৰী উইন্‌ষ্টন্ চাৰ্চিলে ১৯৩৫ চনত গান্ধীবাদ আৰু গান্ধীবাদৰ হুকে যিয়ে থিয় হয় তাক ধ্বংস কৰিব লাগে বুলি কোৱা কথাষাৰ মাৰ্টিছিনে আঙুলিয়াই দিছে। সাম্ৰাজ্যবাদীসকলে অনগ্ৰসৰ মানুহৰ বাবে সভ্যতা আনিব পাৰে আৰু কোনো অনগ্ৰসৰ মানুহে সামাজিক আৰু ৰাজনৈতিক সংগঠন কৰিব নোৱাৰে—এনে আভুৱাভৰা কথাবোৰ গান্ধীজীয়ে খণ্ডন কৰিছিল আৰু দেশ পৰাধীনতাৰ তলত থকাৰ বাবে যি দুৰৱস্থা হৈছিল সেই কথাও বিশ্বৰ আগত দাঙি ধৰিছিল। সাম্ৰাজ্যবাদীৰ হাতত ভাৰতৰ অৰ্থনৈতিক জীৱনৰ পঙ্গু অৱস্থা, দেশৰ ৰাজনৈতিক জীৱন পৰিচালনা কাৰ্যত দেশবাসীক অংশ লোৱাৰ পৰা বঞ্চিত কৰা, দুৰ্ভিক্ষৰ কাৰণ, নিবনুৱা সমস্যা আৰু দাৰিদ্ৰ্যতা—এইবোৰৰ কাৰণে যে বৃটিছ চৰকাৰৰ স্বাৰ্থজড়িত আচাৰনিবোৰ দায়ী আছিল তাকো গান্ধীজীয়ে আঙুলিয়াই দিছিল আৰু লগতে গান্ধীজীয়ে কৈছিল যে বৃটিছ চৰকাৰে এই আচাৰনিবোৰ ৰাইজৰ কল্যাণ আৰু ৰাইজক সুসভ্য মানুহ কৰাৰ প্ৰয়াসে প্ৰবৰ্তন কৰি ভাৰতবাসীক ভুৱা দিছিল। এচিয়া আৰু আফ্ৰিকাৰ পৰাধীন জাতিসমূহৰ স্বাধীনতা-যুদ্ধৰ গুৰুত্ব আৰু ভাৰত আৰু ভাৰতৰ বাহিৰে পৃথিবীৰ আন উপনিবেশনৰ মাজত ঐক্য আৰু পাৰস্পৰিক সহযোগিতাৰ আৱশ্যকতা গান্ধীজীয়ে অনুভৱ কৰিছিল।'

মাৰ্টিছিনে তেওঁৰ গ্ৰন্থত গান্ধীজী সম্পৰ্কে যিবোৰ কথা উল্লেখ কৰিছে আৰু তাৰ ওপৰত তেওঁ যি ব্যাখ্যা দিছে তাৰ সাৰাংশ তলত দিয়া হল ঃ

(১) সাম্ৰাজ্যবাদী সম্প্ৰসাৰণ পুঁজিবাদ আৰু ঔপনিবেশিকতাৰ স্বাভাৱিক পৰিণতি। গান্ধীজীয়ে কেৱল বৃটিছ সাম্ৰাজ্যবাদৰ নিন্দা কৰা নাছিল, সকলো সাম্ৰাজ্যবাদী দেশক একে দৰে ভৎসনা কৰিছিল। তেওঁ ১৯৩৫ চনত হিট্‌লাৰৰ অভ্যুত্থানৰ চোকা সমালোচনা কৰিছিল আৰু দ্বিতীয় মহাযুদ্ধৰ বিৰতিৰ পাছত সাম্ৰাজ্যবাদে মানৱ জাতিৰ প্ৰতি বিপদ আনিব পাৰে বুলি তেওঁ সকলোকে সতৰ্ক কৰি দিছিল। গান্ধীজীয়ে যি কোনো ফালৰ পৰা আক্ৰমণাত্মক মনোভাব প্ৰতিহত কৰাৰ আৱশ্যকতা অনুভৱ কৰিছিল।

(২) মহাত্মা গান্ধীয়ে অহিংস নীতিক মাত্র এটা পন্থা হিচাপেই গ্রহণ কৰা নাছিল ; তেওঁৰ মানত ই এটা লক্ষ্যও আছিল আৰু গান্ধীজীৰ সকলো মূল কথা অহিংসা নীতিৰ দ্বাৰা পৰিচালিত হৈছিল। ভাৰতৰ স্বৰাজৰ বাবে কৰা আন্দোলনত সত্যাগ্ৰহ এপাত ৰাজনৈতিক অস্ত্ৰ আছিল আৰু সেই সত্যাগ্ৰহ আছিল এটা শান্তিপূৰ্ণ আৰু বিৰাট সংগ্ৰাম আৰু তাৰ দ্বাৰা তেওঁ ৰাজহুৱা মত গঢ়ি তুলিছিল যিটোয়ে ফলত আক্ৰমণৰ উপযোগী ৰূপ লৈছিল। গতিকে এই আন্দোলনৰ ফল গান্ধীজীৰ কামৰ ধৰ্মীয় ফালৰ কাৰণে পোৱা নহৈছিল, আন বিৰাট আন্দোলনবোৰ যিদৰে কৃতকাৰ্য হয়, সত্যাগ্ৰহ আন্দোলনো সেইদৰে ফলপ্ৰসূ হৈছিল। সত্যাগ্ৰহ আন্দোলন যথাৰ্থতে এটা প্ৰতিৰোধ ব্যৱস্থা আছিল যি ব্যৱস্থাই জনসাধাৰণৰ মনত স্বাধীন আৰু যুজাৰু মনোভাব জগাই তুলিছিল। সত্যাগ্ৰহে ভাৰতবাসীৰ মনলৈ উৎসাহ আৰু সাহসিকতা আনি স্বৰাজ আন্দোলন বলিষ্ঠ কৰিছিল।

(৩) গান্ধীজীয়ে সকলো মানুহৰ মাজত সমভাব স্থাপনৰ পোষকতা কৰিছিল। তেওঁ বৰ্ণ-বৈষম্য, বৰ্ণ-অসমতা আৰু শ্বেত শ্ৰেণীৰ মিছন আদিৰ দৰে সাম্ৰাজ্যবাদী মত আৰু আহিলাবোৰ দৃঢ়তাৰে বিৰোধিতা কৰিছিল। সকলো জাতিৰ মাজত বন্ধুত্ব আৰু পাৰস্পৰিক সাহায্যৰ কথা গান্ধীজীৰ প্ৰবচনবোৰত প্ৰকাশ হৈছিল, অৱশ্যে ভাৰতৰ মুক্তিৰ সমস্যাই তেওঁৰ মনত এটা বিশেষ স্থান অধিকাৰ কৰিছিল। তেওঁ বিশ্বাস কৰিছিল যে ভাৰতৰ জাতীয় সমস্যাটোৰ লগত সকলো দেশৰ মুক্তি আন্দোলন জড়িত আছিল।

(৪) ধৰ্মৰ বিভিন্নতাৰ ভিত্তিত জাতিসমূহৰ মাজত কোনো হেঙাৰ থকা গান্ধীজীয়ে সম্পূৰ্ণ যুক্তিহীন বুলি বিবেচনা কৰিছিল। ভাৰতৰ সাম্প্ৰদায়িক গোট দুটাৰ মাজত—হিন্দু আৰু মুছলমান—থকা বিৰোধ নিৰাময় কৰাৰ বাবে গান্ধীজীয়ে যি বীৰত্ব আৰু বিশ্ৰামহীন প্ৰচেষ্টাৰ পৰিচয় দিছিল সেইয়া অসীম আছিল। তেওঁ জীৱনৰ শেহৰ মাহকেইটাত ভাৰতৰ জনসাধাৰণৰ প্ৰতি নিঃস্বাৰ্থ সেৱা আগবঢ়াইছিল আৰু ইতিহাসৰ পাতত তেওঁৰ অসীম সাহস আৰু মহৎ আদৰ্শ জ্বলন্ত আহি হিচাপে ৰৈ থাকিব।

(৫) ভাৰতৰ ৰাষ্ট্ৰীয় গাঁথনিক গান্ধীজীয়ে ৰাজনৈতিক নেতাৰ দৃষ্টিভংগীৰে বিবেচনা কৰিছিল, জাত-কুল ভিত্তিত তেওঁ কোনো কাম কৰা নাছিল। ভাৰতবৰ্ষক এটা জাতিৰ দেশ বুলি গান্ধীজীৰ বিচাৰ বিবেচনা কৰি স্বাধীনতা আন্দোলনৰ সন্দৰ্ভত জনসাধাৰণৰ ওপৰত তেওঁৰ বিশেষ প্ৰভাৱ পৰিছিল, কিন্তু এই দৃষ্টিভংগীত আনক নিন্দা কৰি স্বদেশৰ গৌৰৱ কৰি ফুৰা কোনো ভাব নাছিল। সেই কাৰণে এই দৃষ্টিভংগীয়ে ভাৰতৰ বিভিন্ন জাতিৰ দেশ হিচাপে গঢ় দিয়াত কোনো বাধাৰ সৃষ্টিও কৰা নাছিল।

(৬) গান্ধী আছিল এজন চিন্তাশীল আৰু মানৱ প্ৰেমী ব্যক্তি আৰু সেই বাবে আন্তৰ্জাতিক বন্ধুত্বৰ বাটত তেওঁ প্ৰতিবন্ধক নহৈছিল। কুৰি শতিকাত উদ্ভৱ হোৱা আন্তৰ্জাতিক উত্তেজনাৰ কাৰণে তেওঁ বৰ চিন্তিত হৈছিল আৰু তেওঁ কৈছিল যে আন্তৰ্জাতিক সংঘৰ্ষৰ মূল কাৰণ আছিল সাম্ৰাজ্যবাদৰ সম্প্ৰসাৰণ আৰু তাৰ বাবে কৰা প্ৰচেষ্টা আৰু শোষণ। সাম্ৰাজ্যবাদী শক্তিসমূহৰ শান্তিৰ ঘোষণাত গান্ধীজীয়ে বিশ্বাস কৰা নাছিল।

(৭) তেওঁ দেশবোৰৰ মাজত পৃথক ভাব পচন্দ নকৰিছিল। তেওঁৰ মতে ভাৰতীয় দেশাত্মবোধে আন দেশৰ লগত বিচ্ছিন্নতা নুবুজাইছিল, বৰং ভাৰতৰ স্বাধীনতাক বিশ্ব-ভ্ৰাতৃত্ব গঢ়াৰ পথত এটা পদক্ষেপ বুলি ভাবিছিল।

(৮) স্থায়ী শান্তিৰ কাৰণে বিদেশী শাসনৰ পৰা পৰাধীন জাতিৰ মুক্তি অত্যন্ত আৱশ্যকীয় বুলি গান্ধীজীৰ বিশ্বাস আছিল। ভাৰতৰ মুক্তি-যুদ্ধৰ নেতা, স্থায়ী শান্তিৰ অন্যতম প্ৰৱক্তা, দাৰ্শনিক আৰু অহিংস নীতিৰ সমৰ্থক হিচাপে পৰাধীনতা আৰু জাতীয় মুক্তিৰ বাবে যুঁজ কৰিবলৈ অস্বীকাৰ কৰাৰ বিনিময়ত শান্তি স্থাপন হব পাৰে বুলি তেওঁৰ সমূলি বিশ্বাস নাছিল।

(৯) গান্ধীজীয়ে সকলো মানুহৰ মাজত সহযোগ স্থাপন কৰাৰ বাবে আবেদন কৰিছিল। আনহাতে, ধৰ্মীয় আৰু ন্যায়িক কাৰণত তেওঁ সামৰিক যুদ্ধৰ ঘোৰ বিৰোধিতা কৰিছিল যদিও, ন্যায় আৰু অন্যায় যুদ্ধৰ মাজত তেওঁ ব্যবধান ৰাখিছিল।

(১০) শান্তিৰ বাবে গান্ধীজীৰ পন্থা আজি ব্যাপকভাৱে ব্যৱহৃত হৈছে। শান্তিৰ উদ্দেশ্যে কৰা আন্দোলনত একাধিক সামাজিক আৰু আদৰ্শগত শক্তি নিহিত আছে যদিও, পৰস্পৰ বিৰোধী মতবাদে নতুন বিশ্ব-যুদ্ধ প্ৰতিহত কৰাত কোনো বাধাৰ সৃষ্টি নকৰে। এই মহৎ আন্দোলনত মাৰ্ক্সিষ্ট-লেনিন আদৰ্শত বিশ্বাসী প্ৰতিনিধি আৰু গান্ধীৰ মানৱীয় আদৰ্শত আস্থা থকা লোকৰ মাজত ঐক্য স্থাপন কৰে।

সৰ্বশেহত মাৰ্টিছিনে এইদৰে মন্তব্য দিছিল ঃ 'যিসকলে ভাৰতীয় মুক্তি সংগ্ৰামী-লোকৰপৰা পৰম্পৰা লাভ কৰিছে তেওঁলোক গান্ধীৰ সাম্ৰাজ্যবিৰোধী আৰু গণতন্ত্ৰৰ মূল কথা চিৰকাল হৃদয়ঙ্গম কৰিব। ব্যক্তিগত শোষণ আৰু সম্পত্তি, সামাজিক সমতাৰ সপোন, একচেতীয়া ব্যৱসায়ীৰ হাতত অৰ্থনৈতিক ক্ষমতা কেন্দ্ৰীভূত হোৱাৰ বিৰুদ্ধে ৰাষ্ট্ৰীক ব্যৱহাৰ কৰাৰ নীতি, সাম্ৰাজ্যবাদ আৰু ঔপনিবেশিকতাৰ বিৰুদ্ধে আন্দোলন, সকলো জাতিৰ মাজত সমতাৰ ঘোষণা আৰু প্ৰত্যেক জাতিৰ উন্নয়নৰ স্বত্ব, গান্ধীৰ দ্বাৰা উদ্ভাবিত সমূহীয়া প্ৰতিবাদ আৰু প্ৰতিৰোধ, ৰাষ্ট্ৰীয় উন্নতি আৰু সামাজিক ন্যায়ৰ বাবে ভাৰতৰ প্ৰগতিবাদী শক্তিসমূহে কৰা আন্দোলনৰ গুৰুত্ব কমা নাই।'

বিগত দুটা শতকত ভাৰতৰ স্বাধীনতাৰ সন্দৰ্ভত বুছিয়াত কেবাখনো গ্ৰন্থ প্ৰকাশ কৰা হৈছে। এই গ্ৰন্থবোৰত স্বাভাৱিকতেই গান্ধীজী সম্পৰ্কে বুছ লেখক শ্ৰেণীৰ মত বাণীৱদ্ধ হৈছে যিহেতু ভাৰতৰ স্বৰাজ-আন্দোলন আৰু গান্ধীজীৰ নাম ওতঃপ্ৰোতভাৱে জড়িত। আই-এম ৰেইজ্‌নাৰ নামৰ লোকে তেওঁৰ কিতাপত বৃটিছ আধিপত্যৰ দিনৰ-পৰা ১৯৪৭ চনলৈ ভাৰতীয় জনসাধাৰণে মুক্তি সংগ্ৰামত লোৱা ভূমিকাৰ মৌলিক দিশবোৰৰ বৰ্ণনা আছে। এই কিতাপখন ১৯৫৮ চনত প্ৰকাশিত হৈছিল। পি-এম শস্তিতক'ৰ অন্যতম পুথি য'ত দক্ষিণ আফ্ৰিকাত ভাৰতবাসীৰ দুৰ্দশাৰ বিৱৰণ পোৱা যায়। এই পুথিখন ১৯৬৩ চনত ওলায়। স্বাভাৱিকতেই এই পুথিতো গান্ধীজীৰ নেতৃত্বৰ উল্লেখ আছে। বুছ লেখক এ-আই চীফ্‌মেন ৰচিত 'টলষ্টয় আৰু প্ৰাচ্য' নামৰ পুথিত ভাৰতবৰ্ষ, ইৰাণ, চীন, তুৰস্ক আৰু জাপানত পূৰ্বতে সাম্ৰাজ্যবাদীসকলে কৰা শোষণ আৰু অত্যাচাৰৰ ছবি বৰ্ণনা কৰা আছে ( ১৯৬০ )।

বুছ লেখকসকলে গান্ধী আৰু গান্ধীবাদক কিভাৱে বিশ্লেষণ কৰিছে তেওঁলোকৰ লিখনিৰপৰা উদাহৰণ স্বৰূপে কেটামান অংশৰ উধৃতি তলত দিয়া হল ঃ

অধ্যাপক ৰেইজ্‌নাৰে লিখিছে ঃ ঔপনিবেশবাদীসকলৰ লাভ কৰা ভাৰতবাসীৰ সুদীৰ্ঘ আৰু তীব্ৰ সংগ্ৰামৰ ফল। সংগ্ৰামৰ উৎস আছিল স্বাধীনতাৰ প্ৰতি থকা তেওঁলোকৰ পৰম্পৰা। মোহনদাস কৰমচাঁদ গান্ধী আছিল এজন অদ্বিতীয় স্বদেশপ্ৰেমী ভাৰতীয, তেওঁ ভাৰতীয় জাতীয কংগ্ৰেছৰ গুৰি ধৰিছিল আৰু মুক্তি-যুদ্ধত বিভিন্ন শ্ৰেণীৰ মানুহক একত্ৰিত কৰিছিল। সেই সময়ত অৰ্থাৎ কুৰি শতিকাৰ দ্বিতীয় দশকৰ শেহৰ ফালে এটা জাতীয মৰ্চাই গা কৰি উঠিছিল আৰু এই মৰ্চাত শ্ৰমিক কৃষক আৰু চহৰৰ সাধাৰণ বুৰ্জোৱা শ্ৰেণীৰ মানুহে যোগ দিছিল আৰু তাৰ নেতৃত্ব কৰিছিল ভাৰতৰ বুৰ্জোৱা শ্ৰেণীয়ে। গান্ধীৰ দ্বাৰা এই অসহযোগ আন্দোলনে সামূহিক আকাৰ লৈছিল। যাৰ ফলত ঔপনিবেশিক শাসন ব্যাহত হৈছিল আৰু বৃটিছৰ উপনিবেশ প্ৰভুত্ব থান-বান হৈছিল।'

পি-এম শস্তিতক'ৰ আইনহীনতাৰ এশ বছৰ শিতানত গান্ধীজী সম্পৰ্কে লিখা আছে ঃ 'গান্ধীয়ে তেওঁৰ কাৰ্যক্ৰম ব্যাপক কৰি তুলিছিল আৰু ৰাজনৈতিক জীৱনত তাৰ প্ৰতি ভাৰতৰ ৰাইজক আকৰ্ষিত কৰিছিল। এনে কৰোতে তেওঁ অসাধাৰণ সাংগঠনিক বুদ্ধিমত্তা আৰু সামৰ্থ্যৰ পৰিচয় দিছিল। তেওঁ যি সত্যাগ্ৰহ আন্দোলনৰ পৰিচালনা কৰিছিল তাত তেওঁৰ ব্যক্তিত্ব প্ৰয়োগ কৰি সত্যাগ্ৰহীসকলক একতাৰ বান্ধোনত দীক্ষিত কৰিছিল। যিয়েই তেওঁক লগ ধৰিছিল সিয়েই গান্ধীৰ নিঃস্বাৰ্থভাব, আদৰ্শৰ প্ৰতি থকা একাগ্ৰতা, প্ৰবল উদ্যম আৰু সাধাৰণ জীৱন ধাৰণত মুগ্ধ হৈছিল আৰু তেওঁক শ্ৰদ্ধা

কৰিছিল।' শান্তিতক'ৰ এই কিতাপখন গান্ধীজীৰ জীৱন কালৰ শেহৰ কুৰিটা বছৰৰ এটা মনোগ্ৰাহী আৰু উচ্চমানৰ জীৱন আলেখ্য।

লিও টলষ্টয় আৰু প্ৰাচ্য সম্পৰ্কীয় এ-আই চিফ্‌মেনে লিখা পুথিত ভাৰতৰ লগত টলষ্টয়ৰ সম্বন্ধৰ বিষয়ে আলোচনামূলক বিবৰণ আছে। তেওঁ লিখিছে টলষ্টয়ে যিবোৰ প্ৰাচ্য দেশৰ মন আকৰ্ষণ কৰিছিল তাৰ ভিতৰত ভাৰতবৰ্ষই এটা বিশেষ স্থান অধিকাৰ কৰিছিল। ভাৰতৰ যিসকলৰ লগত টলষ্টয়ৰ চিঠি-পত্ৰৰ বিনিময় হৈছিল, আন কোনো দেশৰ মানুহৰ সৈতে তেনে বিনিময় হোৱা নাছিল।' চিফ্‌মেনে তেওঁৰ পুথিত টলষ্টয়—গান্ধী পত্ৰালাপৰ এটা সুন্দৰ বৰ্ণনা দিছে আৰু উভয় মনীষীৰ মাজত থকা আদৰ্শৰ ঐক্য দাঙি ধৰিছে।

ছোভিয়েত পণ্ডিতসকলে গান্ধীজীৰ কৰ্ম-পদ্ধতি, আদৰ্শ আৰু ৰাজনৈতিক কৌশল আদিৰ বিষয়ে গভীৰ অধ্যয়ন কৰি বিশ্ব-ইতিহাস (মস্কো, ১৯৫৫-৫৬) আৰু 'ৰাজনৈতিক মতবাদৰ ইতিহাস' ( মস্কো, ১৯৬০ ), 'আধুনিক ভাৰত ইতিহাস' ( মস্কো, ১৯৬১ ), 'ভাৰতৰ সমসাময়িক ইতিহাস' ( মস্কো, ১৯৫৯ ) আদি কেবাখনো বৃহৎ গ্ৰন্থত আলোচনা কৰিছে। 'বিশ্ব-ইতিহাস'ত গান্ধীজীৰ বিষয়ে লিখা অধ্যায়ত এনেদৰে লিখা আছে ঃ 'জাতীয় বুৰ্জোৱা শ্ৰেণীয়ে নীতি আৰু আদৰ্শৰ ক্ষেত্ৰত ১৯০৫—০৮ চনৰ সময় ছোৱাত জনসাধাৰণৰ মাজত সাম্ৰাজ্যবিৰোধী চেতনা জগাই তোলাত মোহনদাস কৰমচাঁদ গান্ধীৰ সামাজিক, ৰাজনৈতিক আৰু দাৰ্শনিক মত অভিব্যক্ত হৈছিল। মহাযুদ্ধৰ পাছত ভাৰতৰ মুক্তি সংগ্ৰামত তেওঁ শ্ৰেষ্ঠ নেতা আছিল আৰু তেওঁক 'মহাত্মা' বোলা হৈছিল।'

ৰুছ লেখকসকলৰ দৃষ্টিত গান্ধীজী—এই বিষয়টো আলোচনা কৰোতে মন কৰিবলগীয়া যে তেওঁলোকে তেওঁলোকৰ বিচাৰ-বিবেচনা মতে এই মহামানৱজনৰ মূল্যায়ন কৰোতে কেৱল এওঁৰ ৰাজনৈতিক বিচক্ষণতাৰ দিশ আলোচনা কৰা নাছিল, তেওঁৰ আত্মিক আৰু মানৱীয় আদৰ্শতো প্ৰাধান্য দিছিল। এই সংক্ৰান্তত বিশিষ্ট ৰুছলেখক শ্ৰেণীৰ কেবাজনেও গান্ধী আৰু ভাৰতৰ স্বৰাজ আন্দোলনৰ বিষয়ে ভাৰতীয় ভাষাত লিখা কেবাখনো পুথি ৰুছ ভাষাত অনুবাদ কৰি ৰুছ পাঠকৰ লগত তাক পৰিচয় কৰি দিছে। মহাত্মা গান্ধীৰ 'মোৰ সত্য অন্বেষণৰ কাহিনী' তথা আত্ম-কথাৰ গ্ৰন্থখন ৰুছ ভাষাত তিনিটা সংস্কৰণ ওলাইছে। ইয়াৰপৰা প্ৰমাণ হয় যে এটা বৃহৎ সংখ্যক ৰুছবাসীয়ে মহাত্মাৰ জীৱনী পঢ়িছে। গান্ধীজীৰ 'হিন্দ্ স্বৰাজ' আৰু আন আন পুথিৰ পূৰ্ণপাঠ নহলেও, সেই কিতাপবোৰৰ সাৰাংশ ৰুছ ভাষাত 'ময়া ঝীন' অৰ্থাৎ 'মোৰ জীৱন' নামৰ এখন কিতাপ ১৯৬৯ চনত প্ৰকাশ হৈছে। তাৰ উপৰিও ৰোমা ৰ'লাই গান্ধীজীৰ ওপৰত লিখা কিতাপ ৰুছ ভাষাত অনূদিত কৰি প্ৰচাৰ কৰা হৈছে।

১৯৬৯ চনত মহাত্মা গান্ধীৰ জন্ম-শতবাৰ্ষিকী বিশ্বৰ বিভিন্ন ঠাইত পালন কৰা হয়। ভাৰত আৰু ছোভিয়েত য়ুনিয়নৰ মাজত বন্ধুত্বৰ এনাজৰীৰ দৃঢ় হোৱাৰ পৰিপ্ৰেক্ষিতত গান্ধী জন্ম শতবাৰ্ষিকী ৰুছিয়াত পূৰ্ণ উদ্যমত পালন কৰা হৈছিল আৰু এই উপলক্ষে ৰুছ বুদ্ধিজীৱী, চৰকাৰ আৰু কমিউনিষ্ট দলৰ উদ্যোগত আলোচনা-চক্ৰৰ ব্যৱস্থা কৰা হৈছিল আৰু তাত প্ৰাচ্যবিদ্যাত পাৰদৰ্শী ৰুছ লেখকসকলে গান্ধীজীৰ জীৱন-বোধ, দলিত শ্ৰেণীৰ প্ৰতি আগবঢ়োৱা তেওঁৰ সেৱা, মুক্তি-সংগ্ৰামৰ নেতৃত্ব আৰু ৰুছ মনীষী লিও টলষ্টয়ৰ মতৰ লগত গান্ধীজীৰ মতৰ মিল আদি বিষয়ত ৰসাল, তথ্যপূৰ্ণ আৰু সুদীৰ্ঘ আলোচনা হৈছিল। ছোভিয়েত য়ুনিয়নৰ প্ৰখ্যাত কেবাজনো আৰ্টিষ্টে মহাত্মা গান্ধীৰ প্ৰতিচ্ছবি আঁকিছিল। ৰুছ চৰকাৰৰ যোগাযোগ মন্ত্ৰণালয়ে এওঁৰ সোঁৱৰণত এটা ডাক টিকট উলিয়াইছিল। এইদৰে ছোভিয়েত য়ুনিয়নত গান্ধী শত-বাৰ্ষিকী সন্দৰ্ভত অনুষ্ঠিত সাংস্কৃতিক, শিক্ষামূলক সভা-সমিতিত ভাৰতৰ এই মহামানৱজনৰ প্ৰতি শ্ৰদ্ধা জ্ঞাপন কৰা হৈছিল। কেবাটাও চৰকাৰী অনুষ্ঠানে সভা-সমিতিৰ আয়োজন কৰি গান্ধী দৰ্শন, কাৰ্যপন্থা আৰু ভাৰতৰ মুক্তি আন্দোলনৰ ওপৰত আলোচনা কৰিছিল।

ছোভিয়েত গণতন্ত্ৰ সংযুক্ত ৰাজ্যৰ বিজ্ঞান একাডেমীৰ প্ৰাচ্যবিদ্যা অনুষ্ঠানৰ ভাৰত-বুৰঞ্জী শাখাৰ প্ৰধান ই-এন কমৰভে গান্ধীজীৰ জন্ম জয়ন্তী উপলক্ষে এটা সুদীৰ্ঘ প্ৰবন্ধ লিখিছিল। প্ৰবন্ধটো যেনে মনোগ্ৰাহী তেনে তথ্যপূৰ্ণ আছিল। তলত তাৰ অংশ-বিশেষ উধৃত কৰা হ'ল ঃ

'মহাত্মা গান্ধী আৰু ৰুছ বিপ্লৱৰ বিষয়ে কোনোবাই স্পষ্টভাৱে কোনো কথা কব পাৰে নে ? ৰুছ বিপ্লৱৰ হোতাসকল শ্ৰেণী-সংগ্ৰাম, প্ৰোলেটাৰিয়েটৰ একনায়কত্ববাদ আৰু সমাজৰ সাম্যবাদিক মংগলৰ কাৰণে আধুনিক সভ্যতাৰপৰা পোৱা সকলো লাভ প্ৰয়োগ কৰাৰ বাবে মাৰ্ক্সবাদীয় মতৰ দ্বাৰা পৰিচালিত হৈছে আৰু ভি-আই লেনিনে এই মতবাদ যিদৰে ব্যাখ্যা কৰিছিল তাৰ দ্বাৰাও সেই নেতাচাম প্ৰভাৱান্বিত হৈছিল। আনহাতে, মহাত্মা গান্ধীয়ে নিজৰ মতত অটল বিশ্বাসী হৈ মাৰ্ক্সবাদক প্ৰত্যাখান কৰিছিল। বিপ্লৱী কাৰ্যক্ৰমত বলছেভিকসকলে হিংসাত্মক কাৰ্য লব লগা হৈছিল আৰ্ তেনে কাৰ্য জানি আৰু বুজি লৈছিল। মহাত্মা গান্ধীয়ে বিপ্লৱমুখী হিংসাবাদ গ্ৰহণ কৰা নাছিল। স্বাভাৱিকতে মহান অক্টোবৰ বিপ্লৱ কৃতকাৰ্য হোৱাৰ প্ৰথম ছোৱাত বলছেভিক এটা বেয়া কাম বুলি তেওঁ ঘোষণা কৰিছিল। সেই দৰে ৰুছিয়া আৰু ৰুছিয়াৰ বাহিৰত বহু কমিউনিষ্টে গান্ধীক ৰাজনৈতিক শত্ৰু বুলি ভাবিছিল। এম-এন ৰায়ৰ স্মৃতি-কথা মতে বহুত ৰুছ বিপ্লৱীয়ে গান্ধীক 'বিপ্লৱী' আৰু 'বন্ধু' বুলি জ্ঞান কৰিছিল। এই চামৰ ভিতৰত কিন্তু লেনিন নাছিল। শেহত অৱশ্যে বলছেভিকৰ

আদৰ্শৰ প্ৰতি গান্ধীয়ে ন্যায় বিচাৰ কৰিছিল আৰু লেনিনক 'এজন মহানুভৱ ব্যক্তি' বুলি গণ্য কৰিছিল।

'ৰুছ বিপ্লৱৰ প্ৰতি গান্ধীজীৰ প্ৰকৃত মনোভাৱ বুজিবলৈ আৰু তেওঁৰ পৰস্পৰবিৰোধী কথাবোৰ আৰু মৌলিক আৰু অস্থায়ীৰ মাজৰ ব্যৱধানৰ ইতিহাস আৰু টলষ্টয়ৰ প্ৰতি লক্ষ্য কৰিব লাগিব। গান্ধীয়ে টলষ্টয়ক তেওঁৰ 'নেতা' বুলি ভাবিছিল, লেনিনে কৰা আদৰ্শভিত্তিক স্থানৰ মূল্যাঙ্কনৰ যোগেদি গান্ধীৰ মতৰ ঐতিহাসিক বিচাৰ কৰিব পৰা যায়। ভাৰতৰ মুক্তি-আন্দোলনৰ গুৰি ধৰোতা হিচাপে গান্ধীৰ কাৰ্যাৱলী আৰু ৰুছ বিপ্লৱৰ মাজত যে কাৰ্যভিত্তিক সম্পৰ্কহে আছিল তেনে নহয়, গান্ধীৰ সাম্ৰাজ্যবিৰোধী আদৰ্শ আৰু ভাৰতৰ স্বাধীনতা আন্দোলনৰ ক্ৰমবিকাশৰ ওপৰত ৰুছ বিপ্লৱৰ প্ৰভাৱ পৰিছিল। লেনিন আৰু গান্ধীৰ মাজত মিল আছিল। কাৰণ ৰুছবিপ্লৱ আৰু ভাৰত-আন্দোলন উভয়ে সমভাৱে মানৱ জাতিৰ ভৱিষ্যৎ মংগলৰ কাৰণে প্ৰচেষ্টা চলাইছিল।

'যিসকল ভাৰতবাসীৰ মন ৰুছিয়াই আকৰ্ষণ কৰিছিল তাৰ ভিতৰত মোহনদাস কৰমচাঁদ এজন আছিল। গান্ধী যে লিও টলষ্টয়ৰ দ্বাৰা উল্লেখযোগ্যভাৱে প্ৰভাৱান্বিত হৈছিল সেইটো সকলোৰে বিদিত। কিন্তু টলষ্টয় আৰু গান্ধীৰ মাজত থকা আদৰ্শৰ ঐক্য বহুসময়ত ধৰ্মীয় আৰু নৈতিক দৃষ্টিৰ ফালৰপৰা ব্যাখ্যা কৰা হৈছিল অৰ্থাৎ ৰুছিয়া আৰু ৰাজনৈতিক অৱস্থাৰ বিশেষত্বক সমাজৰপৰা পৃথক কৰি বিচাৰ কৰা হৈছিল। প্ৰকৃততে দুয়ো দেশৰ ঐতিহাসিক অৱস্থাৰ মিল থকাৰ কাৰণে টলষ্টয় আৰু গান্ধীৰ আদৰ্শ এক আছিল। ৰুছিয়াৰ ঘটনাৱলীৰ ক্ষেত্ৰত গান্ধীয়ে সক্ৰিয় মনোযোগ দিছিল আৰু তাৰ দ্বাৰা ভাৰতবাসী স্বৰাজ লাভৰ বাবে উদ্বুদ্ধ হৈছিল। ভাৰতৰ মুক্তি-সংগ্ৰামৰ ওপৰত ৰুছবিপ্লৱে অসাধাৰণভাৱে প্ৰভাৱ বিস্তাৰ কৰিছিল। লেনিনে টলষ্টয়ক 'ৰুছ বিপ্লৱৰ দাপোণ' বুলি এনেয়ে কোৱা নাছিল।'

ই-এন কমৰভে প্ৰবন্ধটোত কৈছে ঃ 'লেনিনে আঙুলিয়াই দিছিল যে শোষণ আৰু সামাজিক উৎপীড়নত সেই সময়ত প্ৰায় সকলো কৃষক অশান্ত হৈ উঠিছিল আৰু তাকে দেখি টলষ্টয়ে কৈছিল—কৃষকশ্ৰেণীয়ে কান্দিছিল, প্ৰাৰ্থনা কৰিছিল, নীতিৰ কথা আওৰাইছিল –আৰু কৃষকৰ শোষণকাৰীহঁতক কঠোৰ অন্তৰৰ নহবলৈ আবেদন কৰিছিল আৰু কৃষকশ্ৰেণী মুক্ত হোৱাৰ সপোন দেখিছিল। টলষ্টয়ৰ বাণীত উৎপীড়ন আৰু শাসনৰ বিৰুদ্ধে প্ৰতিবাদ আৰু আকাশত চাং পতাৰ সপোন প্ৰকাশিত হৈছিল। গান্ধীৰ বাণীত মূলতঃ আমি একে কথাকে নাপাওঁ জানো ? অৱশ্যে উল্লেখ কৰিব লাগিব যে গোটেই সমস্যাটো অন্যায আৰু ইচ্ছাৰ অতিক্ৰম কৰা গান্ধী আৰু টলষ্টয়ৰ প্ৰয়াস নাছিল। ৰাজনৈতিক নিৰ্যাতন আৰু অৰ্থনৈতিক শোষণৰ বিৰুদ্ধে দুয়োজনে

সংগ্ৰাম কৰিবলৈ বিচাৰিছিল। 'লেটাৰ টু এ হিন্দু'—এই শিতানত (১৯০৮) লিখা চিঠিত টলষ্টয়ে ভাৰতৰ দেশ প্ৰেমিকসকলক উপদেশ দিছিল—অন্যায়ৰ প্ৰতিৰোধ নকৰিবা, কিন্তু নিজে অন্যায়, আদালতৰ কৰ আৰু প্ৰশাসনীয় হিংসাৰ অংশীদাৰ নহবা আৰু তাতোকৈ বেছি উল্লেখযোগ্য যে সৈন্য বাহিনীত অংশ নলবা, তেতিয়া পৃথিবীৰ কোনেও তোমাক পৰাধীন কৰিব নোৱাৰিব। কিন্তু টলষ্টয়ৰ এই উপদেশ বৃটিছ কৰ্তৃত্ব সাৰ্বজনীনভাৱে বৰ্জন তথা হৰতাল কৰিবলৈ কৰা আবেদনৰ বাহিৰে আন একো নাছিল।' 'লেটাৰ টু এ হিন্দু'ত বিখ্যাত দেশপ্ৰেমিক তাৰক নাথ দাসে ভাৰতৰ জনসাধাৰণৰ প্ৰতি সমৰ্থন আগবঢাবলৈ টলষ্টয়লৈ লিখা চিঠিখনৰ উত্তৰ আছিল। এই চিঠিখনেই প্ৰথম বাৰৰ কাৰণে মহাত্মা গান্ধীৰ মহান ৰুছ লেখকজনৰ প্ৰতি আকৰ্ষণ আনিছিল। ১৯১০ চনৰ দহ চেপ্তেম্বৰৰ চিঠিত গান্ধীয়ে লিখিছিল যে দক্ষিণ আফ্ৰিকাত ভাৰতবাসীৰ হৈ তেওঁ যি আন্দোলনৰ গুৰি ধৰিছিল তাৰ দ্বাৰা ভাৰত আৰু পৃথিবীৰ বহু ঠাইত দলিত শ্ৰেণীৰ কাৰণে এটা আদৰ্শ হোৱাৰ খুব সম্ভাৱনা আছিল।

টলষ্টয় আৰু গান্ধীৰ আদৰ্শগত ঐক্য মুক্তি-সংগ্ৰামৰ যোগেদি গঢ়ি উঠিছিল, তাৰ আন কোনো দিশ নাছিল। এই সংগ্ৰামে ৰুছিয়া আৰু ভাৰতৰ জনসাধাৰণক ক্ৰমাগতভাৱে আকৰ্ষণ কৰিছিল। এই দৰে দুয়ো দেশৰ মাজত এটা পৰস্পৰ সম্বন্ধ আৰম্ভ হৈছিল। ভাৰতত বৃটিছ কৰ্তৃত্বক সাৰ্বজনীনভাৱে বৰ্জন কৰাৰ কথা ১৯০৫-৭ চনৰ ৰুছ বিপ্লৱত জাৰতান্ত্ৰিকতাৰ বিৰুদ্ধে হোৱা সংগ্ৰামী পৰিবেশৰ দ্বাৰা উৎসাহিত হৈছিল আৰু ১৯০৫ চনৰ সদৌ ৰুছ ৰাজনৈতিক ধৰ্মঘট এই ৰুছ বিপ্লৱৰ অন্যতম ডাঙৰ ঘটনা আছিল। টলষ্টয়ৰ শক্তিশালী বাণীয়ে ভাৰতবৰ্ষক স্পৰ্শ কৰিছিল আৰু সেয়ে আনিছিল উৎপীড়নৰ বিৰুদ্ধে কৰা আন্দোলনৰ ৰুছ অভিজ্ঞতা। এইটো নকলেও হয় যে এই অভিজ্ঞতা আছিল টলষ্টয়ে তাক যিদৰে বুজিছিল। সেই সময়ৰ ভাৰতৰ ঐতিহাসিক অৱস্থাৰ পৰিপ্ৰেক্ষিতত বিপ্লৱ সম্পৰ্কে টলষ্টয়ৰ ধাৰণা ভাৰতত সহজে প্ৰযোজ্য আছিল আৰু উপযোগী হৈ উঠিছিল। অৱশ্যে দেশব্যাপী হোৱা উৎপীড়নৰ বিৰুদ্ধে তেতিয়া জাগৰণৰ পাতনি হে হৈছিল, শ্ৰেণীভিত্তিক কোনো আন্দোলন তেতিয়া ভাৰতত হোৱা নাছিল। বৃটিছ শাসনৰ বিৰুদ্ধে সংগ্ৰাম কৰাৰ সন্দৰ্ভত গান্ধীয়ে 'এ লেটাৰ টু এ হিন্দু' শিতানৰ চিঠিখনত টলষ্টয়ৰ ধ্যান-ধাৰণা হৃদয়ঙ্গম কৰিছিল। তথাপি টলষ্টয়ে চিঠি লিখাৰ পূৰ্বে গান্ধীয়ে নিজে ৰুছ জনতাৰ বিপ্লৱী আন্দোলনৰ অভিজ্ঞতা লক্ষ্য কৰিছিল। এইটো কোৱা উচিত হব যে তেওঁ ৰুছ অভিজ্ঞতা স্বকীয় বিবেচনাৰে বুজি পাইছিল আৰু নিজৰ ভাবধাৰাৰ লগত খাপখোৱাখিনি গ্ৰহণ কৰিছিল। 'ইণ্ডিয়ান ওপিনিয়ন' নামৰ বাৰ্তাৰিকাকতখনত ১৯০৫ চনৰ ৰুছবিপ্লৱৰ ঘটনাপ্ৰবাহৰ বিষয়ে গান্ধীয়ে যিবোৰ

প্ৰবন্ধ লিখিছিল তাতে সেই কথা প্ৰকাশ পাইছিল। মুঠৰ ওপৰত জাৰতন্ত্ৰী শাসন আৰু ভাৰতৰ বৃটিছ শাসনৰ মাজত গান্ধীয়ে এক সমপৰ্যায়ৰ দৃষ্টান্ত দেখিছিল। লেনিনেও একে কথাকে আঙুলিয়াই দিছিল। তাৰ উপৰিও, ভাৰতৰ জাতীয় আন্দোলনৰ সময়ৰ উদাৰপন্থী নেতাসকলৰ প্ৰতিবাদ আবেদন আৰু নিবেদন' নীতিৰ বিকল্প 'পন্থা হিচাপে গান্ধীয়ে প্ৰশংসাৰ সুৰত কৈছিল যে ৰুছসকলে আবেদন-নিবেদনত সীমিত হৈ থকা নাছিল, তেওঁলোক সাহসী আৰু দেশপ্ৰেমী আছিল আৰু তেওঁলোকে নিজ দেশক নিস্বাৰ্থভাৱে সেৱা কৰিছিল। ৰুছিয়াই অত্যাচাৰী শাসন ওফৰাই স্বাধীন হলে তেওঁ আচৰিত নহব বুলি কৈছিল। ৰাজনৈতিক সংগ্ৰামত হিংসাত্মক কাৰ্য সমৰ্থন কৰা নাছিল যদিও, গান্ধীয়ে তেওঁৰ দেশবাসীক ৰুছ সকলৰদৰে নিঃস্বাৰ্থ কাম আৰু দেশপ্ৰেম দেখুৱাবলৈ আহ্বান কৰিছিল।

'মেক্সিম গৰ্কিৰ বিষয়ে গান্ধীয়ে যি লিখিছিল সেইযা তাৰ প্ৰমাণ। গৰ্কিৰ বিষয়ে ১৯০৫ চনৰ পহিলা জুলাইত দক্ষিণ আফ্ৰিকাৰপৰা প্ৰকাশিত তেওঁৰ 'ইণ্ডিয়ান ওপিনিয়ন' কাকতত গান্ধীয়ে এটা প্ৰবন্ধ লিখিছিল। গৰ্কিৰ লিখনিত ভাৰতৰ তেতিয়াৰ অৱস্থাৰ বৰ্ণনা নাছিল বা পোৱা নাছিল, গৰ্কিয়ে শ্ৰমিকৰ আন্দোলন আৰু সমাজবাদৰ কথাহে লিখিছিল কিন্তু গান্ধীয়ে গৰ্কিক তেওঁৰ নিঃস্বাৰ্থতা আৰু অভয়ৰ বাবে শ্ৰদ্ধা কৰিছিল। গৰ্কিৰ গ্ৰন্থবোৰে জনসাধাৰণক অত্যাচাৰৰ বিৰুদ্ধে জাগ্ৰত কৰিছিল, জনসাধাৰণৰ সেৱাত গৰ্কিয়ে কাৰাদণ্ড ভুগিছিল আৰু এনে কাৰাদণ্ডক গৰ্কিয়ে সন্মান বুলি গণ্য কৰিছিল বুলি গান্ধীয়ে মত প্ৰকাশ কৰিছিল। গান্ধীৰ মতে য়ুৰোপত গৰ্কিৰ লেখীয়া দ্বিতীয়জন মহান লেখক নাছিল যি জনে জনসাধাৰণৰ স্বত্বৰ কাৰণে থিয় দিছিল।

'কোৱা বাহুল্য যে ৰুছিয়াৰ বিপ্লৱী ঘটনাবোৰত গান্ধীয়ে ৰুছ বিপ্লৱীসকলৰ উচ্চ নৈতিক গুণ দেখিছিল আৰু তাৰপৰা তেওঁ অতি গুৰুত্বপূৰ্ণ শিক্ষা আহৰণ কৰিছিল আৰু সেই শিক্ষা আছিল জনতাই সংগঠিতভাৱে ৰাজনৈতিক ঘটনা কৰাৰ। তেওঁ ১৯০৫ চনত লিখিছিল যে সেই সময়ৰ ৰুছ আন্দোলন ভাৰতবাসীৰ কাৰণে এটা মহান শিক্ষা। তেওঁ তাত উল্লেখ কৰিছিল যে ৰুছ শ্ৰমিক শ্ৰেণী আৰু আন শ্ৰমিকসকলে ধৰ্মঘট কৰিছিল, কিয়নো জাৰৰ শাসনে তেওঁলোকৰ বাবে একো কৰিব নোৱাৰিছিল আৰু সঙ্গীনৰ সহায়েৰে কোনো মানুহক কাম কৰিবলৈ বাধ্য কৰিব নোৱাৰি বুলি তেওঁলোকে বিশ্বাস কৰিছিল। আমিও উৎপীড়নৰ বিৰুদ্ধে ৰুছিয়াৰ পদ্ধতিকে প্ৰয়োগ কৰিব পাৰো। শেহত গান্ধীয়ে কৈছিল 'আমিও ৰুছসকলৰ দৰে শক্তি আহৰণ কৰিব পাৰো।'

গান্ধীৰ এই উক্তিবোৰ আৰু টলষ্টয়ৰ সৈতে কৰা পত্ৰ-বিনিময়ে প্ৰমাণ কৰে কিভাৱে ৰুছিয়াৰ বৈপ্লবিক ঘটনা প্ৰবাহে বৃটিছ সাম্ৰাজ্যৰ বিৰুদ্ধে জনতা আন্দোলনৰ ৰাজনৈতিক ভাৱধাৰাৰ ওপৰত প্ৰতিক্ৰিয়া কৰিছিল।

শেহত, ৰুছিয়াৰ পৰিপক্ক বিপ্লবৰ ঐতিহাসিক অৰ্থ যে মহাত্মা গান্ধীয়ে ১৯০৫ চনতে তেওঁৰ অসাধাৰণ তীক্ষ্ণ বুদ্ধিৰে নিজ দৃষ্টিভংগীৰ পূৰ্বাভাস পাইছিল তাক জানিবৰ ভাল লাগে। তেওঁ লিখিছিল যে ৰুছ সাধাৰণ জয়ী হলে ৰুছিয়াৰ বিপ্লব শতিকাৰ আটাইতকৈ শ্ৰেষ্ঠ ঘটনা আৰু জয় হিচাপে পৰিগণিত হব। মহাত্মা গান্ধীয়ে ৰুছিয়াৰ বিপ্লবী আন্দোলনৰ শ্ৰেণীমুখী অৱস্থিতি বুজি পোৱা নাছিল বুলি কলে ভুল নহব, জাৰতান্ত্ৰিক শাসনৰ বিৰুদ্ধে সংঘটিত আন্দোলন সমাজবাদী বিপ্লব যে পূৰ্ণতাপ্ৰাপ্ত হৈছিল, তাৰো তেওঁ বুজ পোৱা নাছিল। ৰুছিয়াৰ ঘটনাপ্ৰবাহত ধনী আৰু দুখীয়া শ্ৰেণীৰ মাজৰ এটা সাধাৰণ সংগ্ৰাম বুলি গান্ধীয়ে অনুমানহে কৰিছিল আৰু এই সংগ্ৰামক ভাৰতত বৃটিছ স্বেচ্ছাচাৰিতাৰ লগত তুলনা কৰিছিল। প্ৰকৃততে জাতীয় নেতৃত্ব গ্ৰহণ কৰি শ্ৰেণীনিৰ্বিশেষে সকলো ভাৰতীয় মানুহক বিদেশী উৎপীড়নৰপৰা মুক্ত কৰাৰ প্ৰয়াসে ঐক্য কৰাৰ সপোন গান্ধীয়ে দেখিছিল। লেনিনে আঙুলিয়াই দিয়া মতে টলষ্টয়ৰ বাণীসমূহত ৰুছিয়াত ১৯০৫-৭ চনত বিপ্লবৰ সূচনা হৈছিল আৰু এটা যুগৰ আৰম্ভ হৈছিল আৰু এই যুগটো আছিল সংগঠিত আৰু আত্মিক বিপ্লবী যুগৰ লগত মাৰ্ক্সিষ্ট-লেনিন দলৰ নেতৃত্ব আৰু শ্ৰমিক শ্ৰেণীৰ লগত সক্ৰিয় অংশ গ্ৰহণ। গান্ধীৰ দৰে টলষ্টয়ে তাক বুজি পোৱা নাছিল। সি যি কি নহওক, ভাৰতত জাতীয় আৰু সামাজিক উৎপীডনতো অতীতৰ বিশ্বাস আৰু পৰম্পৰা বহু দিনলৈ চলি আছিল। ৰুছিয়াতো তেনে ধৰণৰ বিশ্বাস আৰু পৰম্পৰাৰ কথা টলষ্টয়ৰ উক্তি আৰু লিখনিত সংলগ্ন আছিল, বিশেষকৈ 'অন্যায়ক প্ৰতিৰোধ নকৰিবা' বোলা ভাৱধাৰাত। ভাৰতবৰ্ষত নিবদ্ধ আৰু তেতিয়ালৈকে সংগঠিত নোহোৱা জনসাধাৰণে সেই সময়ৰ এটা প্ৰতাপী সাম্ৰাজ্যবাদী শক্তি কেন্দ্ৰীভূত, ৰাজনৈতিক আৰু সামৰিক যন্ত্ৰৰ সৈতে ভেটাভেটি হৈছিল। এই পৰিস্থিতিয়ে এটা উল্লেখযোগ্য ভূমিকা লৈছিল। তেতিয়া বিশ্বত ধনতন্ত্ৰৰ পয়োভৰ আছিল। ১৯১৭ চনত আৱিৰ্ভাৱ হোৱা প্ৰথম সমাজবাদী দেশ ৰুছিয়াই জাতীয় আন্দোলনৰ সহায় কৰিব পাৰিছিল কিছু সময়ৰ কাৰণে একমাত্ৰ নৈতিক সমৰ্থন হিচাপে। এনে অৱস্থাত ভাৰতত বৃটিছ শাসনৰ বিৰুদ্ধে জনতাৰ আন্দোলনে ফলপ্ৰসূ 'হিংসাত্মক' অৰ্থাৎ সশস্ত্ৰ আন্দোলনৰ ৰূপ লব নোৱাৰিছিল। সেই কাৰণে মহাত্মা গান্ধীৰ নিৰ্দেশমতে সাম্ৰাজ্য-বিৰোধী সংগ্ৰাম অহিংস পদ্ধতিত আগতে নিৰ্ণিত হৈছিল।

'মহান অক্টোবৰ বিপ্লব'ৰ সময়ত গান্ধীয়ে তেওঁৰ স্বকীয় সামাজিক আৰু ৰাজনৈতিক

চিন্তাধাৰা মতে চলিছিল। তথাপি এইটো ঠিক যে ৰুছিয়াত সমাজবাদী বিপ্লবৰ সাফল্য আৰু ছোভিয়েতৰ কামবোৰ সমাজবাদৰ বিজ্ঞানভিত্তিক থিওৰিত হোৱাত তাৰ প্ৰতি তেওঁৰ মন আকৰ্ষিত হৈছিল আৰু সেই কাৰণে বিশ্বৰ ভবিষ্যত সম্পৰ্কে তেওঁৰ মনত বুৰ্জোৱাবিৰোধী ভাব উদয় হৈছিল। এইদৰে 'ভাৰতবৰ্ষ আৰু সমগ্ৰ বিশ্বত সমাজবাদী সমাজ' প্ৰতিষ্ঠা কৰাৰ সপোন তেওঁৰ মনলৈ আহিছিল।

জাতিৰ নেতা আৰু সকলো ভাৰতীয় লোকে বিদেশী শাসনৰ বিৰুদ্ধে ঐক্যবদ্ধভাবে থিয় দি মহাত্মা গান্ধীৰ শ্ৰমিক আৰু দলিত শ্ৰেণীৰ প্ৰতি অন্তৰেৰে সহানুভূতিশীল আছিল। এওঁ এই শ্ৰেণী মানুহৰ মুক্তিৰ সপোন দেখিছিল। তেওঁ বুৰ্জোৱা সমাজক শোষণকাৰী বুলি নিন্দা কৰিছিল। গান্ধীৰ এই সমালোচনা টলষ্টয়ৰ 'মুক্তি আৰু সমান কৃষকৰ পৃথিবী'ৰ ধাৰণাৰ লগত মিল আছিল। কিন্তু গান্ধীৰ ক্ষেত্ৰত তেওঁৰ সমালোচনা আৰু সপোন ভাৰতৰ ঔপনিবেশিক দাসত্বৰ বিৰুদ্ধে মূলতঃ প্ৰতিবাদ আছিল, কিয়নো এই দাসত্বই জনতাৰ সৰ্বনাশ কৰিছিল আৰু পুঁজিবাদে বিশ্বলৈ বিপদ আনিছিল। যেতিয়া অক্টোবৰ বিপ্লবে বিশ্ব-পুঁজিবাদক এটা সেকা দিলে, সেই সেকা এচিয়াত ঔপনিবেশিকতাৰ প্ৰভুত্ব আৰু ভাৰতত উপনিবেশনৰ ওপৰতো শিকনি হৈ উঠিছিল। তেওঁ বিপ্লৱৰ হিংসাত্মক কাৰ্য নামঞ্জুৰ কৰিছিল যদিও আৰু ১৯১৭ চনৰ বিপ্লৱৰ প্ৰতি তেওঁৰ প্ৰতিক্ৰিয়া প্ৰথমতে নিগেটিভ আছিল যদিও, পিছত তেওঁ বিনাদ্বিধাই সেই বিপ্লৱৰ আদৰ্শৰ সপক্ষে মত দিছিল, বিপ্লৱৰ যোদ্ধাসকলৰ কামৰ প্ৰশংসা কৰিছিল আৰু লেনিনৰ অসাধাৰণ প্ৰতিভাৰ প্ৰতি ওলগ জনাইছিল।

গান্ধীয়ে ১৯২৮ চনত লিখিছিল—'হিংসাত্মক উপায়েৰে কোনো স্থায়ী কাম কৰিব নোৱাৰি বুলি মোৰ দৃঢ় বিশ্বাস। সি যি কি নহওক, বলছেভিক আদৰ্শ যে লাখ লাখ নৰ-নাৰীৰ পবিত্ৰ আত্ম-ত্যাগৰ ওপৰত প্ৰতিষ্ঠিত তাক কোনেও নুই কৰিব নোৱাৰে। এই উদ্দেশ্য সাধনৰ বাবে তেওঁলোকে সৰ্বস্ব ত্যাগ কৰিছিল। যি আদৰ্শত লেনিনৰ দৰে মহাপুৰুষসকলৰ আত্মত্যাগৰ পবিত্ৰতা জড়িত আছে তেনে আদৰ্শ অথলে যাব নোৱাৰে।'

'তেওঁৰ জীৱনৰ শেহ মুহূৰ্তলৈকে গান্ধীযে তেওঁৰ মতত অটল আছিল। ১৯৪২ চনত বৃটিছ কৰ্তৃপক্ষই গান্ধীক আটক অৱস্থাত ৰখাত হেনো তেওঁক জনোৱা হৈছিল যে যুদ্ধত ( দ্বিতীয় মহাযুদ্ধ, ১৯৩৯-৪৫ ) লাল ফৌজ পিচুৱাই গৈছে আৰু ৰুছিয়া পৰাস্ত হব।' ইয়াৰ উত্তৰত গান্ধীযে কৈছিল—'ৰুছিয়া যদি যুদ্ধত পৰাজিত হয় তেন্তে গৰীব শ্ৰেণীয়ে কাৰ ওপৰত নিৰ্ভৰ কৰিব ?' গান্ধীজীৰ এই উক্তি অত্যন্ত অৰ্থপূৰ্ণ আছিল আৰু যুদ্ধত ৰুছিয়াই জয়লাভ কৰাটো তেওঁৰ কাম্য আছিল।

১৯৪২ চনত এখন ৰাজহুৱা সভাত গান্ধীয়ে ঘোষণা কৰিছিল যে ভাৰতৰ জনসাধাৰণ দ্বিতীয় যুদ্ধত ৰুছিয়াৰ পক্ষে আছিল আৰু তেওঁ নিজে ৰুছিয়াৰ জয় কামনা কৰিছিল, কিয়নো ৰুছসকলে শ্ৰমিক শ্ৰেণীৰ কাৰণে বহুখিনি কৰিছিল। গান্ধীৰ এই ঘোষণাৰ নিৰ্ভৰযোগ্য বিবৰণ আছে।

'এই সহানুভূতিসূচক বিবৃতিবোৰ মূলকথা নহয়, মূলকথা হৈছে যে মহান অক্টোবৰ সমাজবাদী বিপ্লৱে জাতীয় মুক্তি আন্দোলন আৰু প্ৰগতিবাদী অৰ্থনৈতিক আৰু ৰাজনৈতিক চিন্তা জগতত প্ৰবল প্ৰভাৱ পেলাইছিল। সেয়ে গান্ধীৰ মতবাদ সম্পৰ্কতো একে কথাকে কব পাৰি যে পৰোক্ষভাৱে হলেও তেওঁৰ মতবাদে বিশ্বক প্ৰভাৱান্বিত কৰিছিল। তেওঁৰ জীৱনৰ শেহৰফালে বিশেষভাৱে সমাজ সংস্কাৰৰ ওপৰত গুৰুত্ব দিছিল আৰু সেইয়া আছিল আমূল পৰিৱৰ্তনমুখী ভাব।'

ই-এন কমাৰভ'ৰ দীঘলীয়া প্ৰবন্ধৰ শেহছোৱাত এইদৰে লিখা আছে, 'মহাত্মা গান্ধীৰ জন্ম শতবাৰ্ষিকী পালন উপলক্ষে ৰুছবাসীয়ে তেওঁৰ প্ৰতি গভীৰ শ্ৰদ্ধাজ্ঞাপন কৰিছে। আমাৰ দেশত তেওঁক ঐতিহাসিক ভূমিকা লেনিনৰ দৃষ্টিভংগীত স্বীকৃত হৈছে। তেওঁক আমি এজন মহান মানৱপ্ৰেমী হিচাপে সন্মান কৰো, কিয়নো তেওঁ জনসাধাৰণৰ জীৱন উন্নত কৰাৰ বাবে প্ৰচেষ্টা কৰিছিল, এজন চিন্তাশীল ব্যক্তি হিচাপে জাতীয় সমতা আৰু অৰ্থনৈতিক ন্যায়ৰ বাবে তেওঁ উঠি পৰি লাগিছিল। আমাৰ বন্ধুদেশ ভাৰত মহাজাতিৰ কৃতকাৰ্য হোৱা মুক্তি-যুদ্ধৰ নেতা হিচাপে আমি গান্ধীক সন্মান কৰো।'

ৰুছ লেখক আৰু সমালোচকসকলৰ উক্তিৰ সাধাৰণ সমীক্ষাৰপৰা অনুমান কৰিব পাৰি যে ৰুছ বুদ্ধিজীৱী আৰু আন শ্ৰেণীৰ মানত মহাত্মা গান্ধীৰ নাম, তেওঁৰ আদৰ্শ আৰু কৰ্মপন্থাই স্থায়ীভাৱে এটা সন্মানজনক স্থান অধিকাৰ কৰি থাকিব আৰু ভাৰতবৰ্ষ আৰু ছোভিয়েত য়ুনিয়নৰ মাজত মধুৰ সম্বন্ধ অব্যাহতভাৱে ৰক্ষা কৰিব।

## পঞ্চম অধ্যায়

### টলষ্টয়-গান্ধী পত্ৰালাপ

মানৱজাতিৰ ইতিহাসত বিখ্যাত ৰুছ লেখক আৰু দাৰ্শনিক কাউন্ট লিও নিক'লায়ভিক্ টলষ্টয় আৰু ভাৰতৰ স্বাধীনতা আন্দোলনৰ প্ৰধান সেনাপতি মোহনদাস কৰমচাঁদ গান্ধীৰ নাম চিৰস্মৰণীয়। ঊনেশ-কুৰি শতিকাৰ এই মনীষী দুগৰাকীৰ মানৱ-প্ৰেম, সমাজ আৰু ৰাজনৈতিক চিন্তাধাৰাত যি বেখাপাত কৰিছে তাক নিঃসন্দেহে যুগান্তকাৰী বুলি গণ্য কৰিব পাৰি। টলষ্টয় আৰু গান্ধীৰ মাজত ব্যক্তিগত কোনো পৰিচয় ঘটা নাছিল, তথাপি তেওঁলোকৰ মাজত বিনিময় হোৱা পত্ৰালাপে দুয়োৰো চিন্তাধাৰাৰ মিল প্ৰকাশ কৰিছিল। তেওঁলোকৰ উক্তি আৰু লেখনিসমূহে শান্তিকামী আৰু সত্যসন্ধানী যি কোনো লোকৰ ওপৰত অভূতপূৰ্ব প্ৰভাৱ বিস্তাৰ কৰিছিল। আজিও তেনে প্ৰভাৱ জীৱন্ত হৈ আছে।

টলষ্টয় আৰু গান্ধীজীৰ জীৱন আলেখ্যবপৰা দেখা যায় যে দুয়োজন ব্যক্তিৰ মানত দেশ, ভাষা, বয়স, প্ৰাচ্য, পাশ্চাত্য, কৃষ্ণাংগ, শ্বেতাংগভিত্তিক কোনো বিভিন্নতা নাছিল। বয়সৰ হিচাপত টলষ্টয় গান্ধীতকৈ একচল্লিশ বছৰৰ ডাঙৰ আছিল—টলষ্টয় জন্মিছিল ১৮২৮ চনত, গান্ধী জন্মিছিল ১৮৬৯ চনত। চকুৰ পচাৰতে দুয়োজন নাতি-ককাকৰ দৰে আছিল। লিও টলষ্টয়ৰ দেশ ৰুছিয়া আৰু গান্ধীৰ দেশ ভাৰতবৰ্ষৰ মাজত, ভৌগোলিক দূৰত্বও বৰ বেছি। সেইদৰে দুয়ো দেশৰ ভাষা আৰু যাতায়তী ব্যৱস্থা বৰ্তমান যুগৰ দৰে উন্নত নাছিল। ৰুছিয়া আৰু ভাৰতৰ মাজত নানা ৰকমৰ বিসদৃশ অৱস্থা থকা সত্ত্বেও আৰু ৰুছ সাহিত্যিকজন আৰু ভাৰতৰ জাতিৰ জনকজনৰ মাজত বয়স আৰু ভাষাৰ পাৰ্থক্য আছিল যদিও, দুয়োৰো মাজত যে চিঠিৰ যোগেদি ভাৱৰ আদান-প্ৰদান হৈছিল আপাততঃ দৃষ্টিত সি আচৰিত যেন লাগে। কিন্তু যিহেতু টলষ্টয় আৰু গান্ধীৰ মাজত মৌলিক চিন্তাধাৰাৰ ঐক্য আছিল, সেই কাৰণে ইজনৰ লগত আনজনৰ ব্যক্তিগত পৰিচয় নোহোৱা সত্ত্বেও টলষ্টয়ে গান্ধীক আৰু গান্ধীয়ে টলষ্টয়ক জানিবলৈ চিঠিৰ যোগেদি চেষ্টা কৰিছিল আৰু কম দিনৰ ভিতৰতে দুয়োৰো মাজত যোগসূত্ৰ স্থাপন হৈছিল, যোগসূত্ৰ কিন্তু দীঘলীয়া নাছিল। গান্ধীজীয়ে পোন প্ৰথমবাৰৰ কাৰণে ১৯০৯ চনৰ পহিলা অক্টোবৰ তাৰিখে লিও টলষ্টয়লৈ এখন

পত্ৰ লিখিছিল আৰু সেই সময়ৰপৰা টলষ্টয়ৰ মৃত্যু সময়লৈকে ( ১৯১০, ২০ নবেম্বৰ ) দুয়োজনৰ মাজত ভাবৰ আদান-প্ৰদান হৈছিল। দুয়োজনৰ মাজত পত্ৰ-বিনিময়ৰ সময় মাত্ৰ কেইমাহহে আছিল, তথাপি এই পত্ৰাৱলীয়ে টলষ্টয় আৰু গান্ধীৰ মাজত গভীৰ বন্ধুত্বৰ সাঁচ বহুৱাইছিল।

✓ গান্ধীজীয়ে দক্ষিণ আফ্ৰিকাৰ ভাৰতীয় বাসিন্দাসকলৰ হৈ বৰ্ণ-বৈষম্য আৰু অবিচাৰৰ বিৰুদ্ধে যি সময়ত আন্দোলন চলাইছিল, সেই সময়ত তেওঁ পৃথিবীৰ মনীষীসকলৰ জীৱনী আৰু তেওঁলোকৰ ৰচিত গ্ৰন্থবোৰ অধ্যয়ন কৰিছিল। এই মনীষীসকলৰ ভিতৰত অন্যতম আছিল ৰুছ সাহিত্যিক লিও টলষ্টয়। তেওঁৰ জীৱনী 'মোৰ সত্য অন্বেষণৰ কাহিনী'ত গান্ধীজীয়ে তাক উল্লেখ কৰিছে আৰু টলষ্টয়ৰ কিতাপৰপৰা বহুখিনি প্ৰভাৱান্বিত হৈছিল বুলি স্বীকাৰ কৰিছে। টলষ্টয়ৰ 'দি কিংদম অব্ গড্ ইজ উইদিন ইউ'—ঈশ্বৰৰ ৰাজ্য তোমাৰ হৃদয়ত—নামৰ গ্ৰন্থখনে গান্ধীজীৰ চিন্তাধাৰাত গভীৰ প্ৰভাব যোগাইছিল। গান্ধীজীয়ে মানৱ-প্ৰেম, সত্য আৰু সৰলতাৰ প্ৰতি থকা তেওঁৰ আকৰ্ষণ আৰু অন্বেষণ টলষ্টয়ৰপৰা আহৰণ কৰিছিল যেন অনুমান হয়। দক্ষিণ আফ্ৰিকাত শ্বেতাংগ চৰকাৰৰ বিৰুদ্ধে কৰা গান্ধীজীৰ আন্দোলনৰ মুখপাত্ৰ হিচাপে 'ইণ্ডিয়ান ওপিনিয়ন' নামৰ এখন বাতৰিকাকত ১৯০৪ চনৰ এপ্ৰিলৰপৰা প্ৰকাশ কৰা হৈছিল। এই বাতৰিকাকতখনৰ সম্পাদকৰ দায়িত্ব তেওঁ নিজে লোৱা নাছিল, দায়িত্ব লোৱা নাছিল যদিও, তাৰ প্ৰকাশন, পৰিবেশন আৰু সম্পাদনাৰ দায়িত্ব কাৰ্যতঃ গান্ধীজীয়ে বহন কৰিছিল। 'ইণ্ডিয়ান ওপিনিয়ন'ৰ মাধ্যমত এব্ৰাহাম লিনকন্, কাৰলাইল, ৰাস্কিন, টলষ্টয় প্ৰমুখ্যে সেই যুগৰ চিন্তা-নায়কসকলৰ তেওঁ চমু জীৱনী প্ৰকাশ কৰিছিল। তাৰ দ্বাৰা টলষ্টয়ৰ প্ৰতি তেওঁৰ আকৰ্ষণৰ অভিব্যক্তি হৈছিল। ১৯১০ চনত পোন প্ৰথমবাৰৰ কাৰণে গান্ধীজীয়ে টলষ্টয়ৰ নাম জানে এজন আদৰ্শবাদী মহান লেখক হিচাপে। ১৮৯০ চনত গান্ধীজী এখন বৃহৎ প্ৰদৰ্শনী চাবলৈ পেৰিচলৈ গৈছিল, তাতে তেওঁ টলষ্টয়ৰ নাম সাধাৰণভাৱে শুনিবলৈ পায়। পেৰিচৰ প্ৰদৰ্শনীৰ অন্যতম আকৰ্ষণ আছিল লোৰে নিৰ্মিত ১০০০ ফুট উচ্চৰ 'এফেল্ টাৱাৰ'। এই টাৱাৰটোক সেই যুগৰ এটা অতি আশ্চৰ্যজনক সৃষ্টি বুলি গণ্য কৰা হৈছিল, আজিও এই লোহ-নিৰ্মিত টাৱাৰটো পৃথিবীৰ এটা আকৰ্ষণীয় বস্তু আৰু বহুত পৰ্যটকে তাক চাবলৈ যায়। কিন্তু লিও টলষ্টয়ে এই বিখ্যাত টাৱাৰৰ ওপৰত বিৰূপ মন্তব্য কৰিছিল। তেওঁৰ মতে এফেল টাৱাৰৰ কোনো কলাভিত্তিক গুণ নাই, বৰঞ্চ টলষ্টয়ে টাৱাৰটোক এটা গ্লানিৰ কীৰ্তিস্তম্ভ বুলি আখ্যা দিছিল। গান্ধীজীয়ে এফেল টাৱাৰ চাই কোনো প্ৰশংসনীয় দিশ দেখা নাছিল।

পেৰিচ প্ৰদৰ্শনীৰপৰা দক্ষিণ আফ্ৰিকালৈ উভতি গৈ গান্ধীজীয়ে টলষ্টয়ৰ পুথি সংগ্ৰহ কৰে আৰু পঢ়িবলৈ আৰম্ভ কৰে। ১৯০৯ চনত দক্ষিণ আফ্ৰিকাৰ ভল্‌ৰাষ্ট জেলত থাকোতে টলষ্টয় আৰু বিশ্বৰ বিশিষ্ট লেখকসকলৰ গ্ৰন্থবোৰ পঢ়িবলৈ আহৰি পায়। সেই বছৰৰ ২৫ মাৰ্চৰ দিনা গান্ধীজীয়ে তেওঁৰ পুতেক মণিলাললৈ এখন চিঠি লিখে আৰু সেই চিঠিত তেওঁৰ পৰিয়ালবৰ্গ আৰু মগনলাল ভাই সকলোৱে টলষ্টয়ৰ 'দি কিংডম অব গড্ উইদিন ইউ' নামৰ কিতাপখন পঢ়া উচিত বুলি উপদেশ দিছিল। তাৰ কাৰণ তেওঁ টলষ্টয়ৰ এই কিতাপখনত প্ৰকৃত মৰ্ম থকা বুলি হৃদয়ঙ্গম কৰিছিল। তাকে উল্লেখ কৰি গান্ধীজীয়ে কৈছিল ঃ 'এই কিতাপখনে মোৰ ওপৰত মোহাবি পৃচাব নোৱাৰা সাঁচ বহুৱাইছে। স্বাধীন চিন্তা, গভীৰ নৈতিকতা, সত্যবাদিতাৰ কাৰণে মিঃ কোট্‌ছে মোক যিবোৰ কিতাপ পঢ়িবলৈ কৈছিল সেই কিতাপবোৰ টলষ্টয়ৰ এই কিতাপখনৰ আগত নিষ্প্ৰভ হৈ পৰিল।'

টলষ্টয়ৰ ৰচিত কিতাপবোৰ গান্ধীজীয়ে পঢ়িছিল আৰু তাৰ দ্বাৰা তেওঁৰ ওপৰত প্ৰভাব পৰিছিল যদিও, ১৯০৯ চনৰ অক্টোবৰ মাহলৈ বৃদ্ধ সাহিত্যিকজনৰ লগত চিঠি-পত্ৰৰ কোনো আদান-প্ৰদান হোৱা নাছিল। ১৯০৯ চনৰ আগষ্ট মাহত দক্ষিণ আফ্ৰিকাবাসী ভাৰতীয় লোকৰ সমস্যাটোৰ সমাধান বিচাৰি গান্ধীজী দুজনীয়া প্ৰতিনিধি দলৰ নেতা হিচাপে লণ্ডনলৈ গৈছিল আৰু বৃটিছ চৰকাৰৰ মুখপাত্ৰসকলৰ সৈতে আলোচনা কৰিছিল যদিও, গান্ধীজীয়ে চৰকাৰৰ কোনো সহানুভূতি বা মনৰ পৰিৱৰ্তন নেদেখিলে। সেই কাৰণে তেওঁ হতাশ হৈছিল। কিন্তু তেওঁৰ মন ভাঙি পৰা নাছিল। তাৰ পটভূমিত তেওঁ লণ্ডনৰপৰা পহিলা অক্টোবৰ তাৰিখে লিও টলষ্টয়লৈ তেওঁৰ প্ৰথম চিঠিখন লিখে আৰু এই চিঠিখনত দক্ষিণ আফ্ৰিকাৰ আন্দোলনৰ প্ৰতি বৃদ্ধ লেখকজনৰ শুভেচ্ছা আৰু সহানুভূতি বিচাৰিছিল। সেই চিঠিতে দক্ষিণ আফ্ৰিকাত ট্ৰান্সভালত শ্বেতাংগ চৰকাৰে ভাৰতীয় লোকসকলৰ ওপৰত কৰা নিৰ্যাতনৰ এটি চমু বিৱৰণ পঠাইছিল। এই চিঠিখনে গান্ধীজী আৰু টলষ্টয়ৰ মাজত প্ৰথম যোগসূত্ৰ স্থাপন কৰে।

চিঠিখনৰ অসমীয়া ভাঙনি তলত দিয়া হ'ল ঃ

অক্টোবৰ ১, ১৯০৯

মহাশয়,

প্ৰায় তিনি বছৰ ধৰি ট্ৰান্সভালত ( দক্ষিণ আফ্ৰিকা ) যিবোৰ ঘটনা হৈ আছে তাৰ প্ৰতি আপোনাৰ মনোযোগ আকৰ্ষণ কৰাৰ উদ্দেশ্যে মই স্বাধীনতা বিচাৰিলো।

এই বৃটিছ উপনিবেশত প্ৰায় ১৩,০০০ বৃটিছ ভাৰতীয় লোক আছে। বহু বছৰ

এই ভাৰতীয় লোকসকলে নানা ৰকমৰ বৈষম্যৰ মাজেদি শ্ৰম কৰি আহিছে। ইয়াত বৰ্ণ আৰু কোনো কোনো বিষয়ত এচিয়াবাসীৰ বিৰুদ্ধে বিক্ষোভ তীব্ৰ। এচিয়াবাসীৰ বিৰুদ্ধে এই বিদ্বেষ প্ৰধানকৈ ব্যৱসায়ভিত্তিক। এই বিদ্বেষ তিনি বছৰৰ আগত শীৰ্ষস্থান পায় যেতিয়া তাত তেনে এখন আইন পাছ কৰা হয়। মোৰ আৰু আন বহুতৰ মতে এই আইনখন যিসকলৰ বাবে প্ৰয়োগযোগ্য তেওঁলোকৰ কাৰণে আইনখন অপমানজনক। এনে আইনৰ আগত নতি স্বীকাৰ কৰাটো ধৰ্মৰ প্ৰকৃত মৰ্মৰ লগত খাপ নোখোৱা কথা বুলি মই বিবেচনা কৰো। মই আৰু মোৰ বন্ধু জনচেৰেক আপোনাৰ লিখনিৰ ওপৰত পৰম বিশ্বাসী আছিলো আৰু আজিও সেই বিশ্বাস ৰাখিছো। সেই লিখনিবোৰে মোৰ মনত দৃঢ় ছাপ ৰাখিছে। বৃটিছ ভাৰতীয়সকলৰ আগত দক্ষিণ আফ্ৰিকাৰ পৰিস্থিতি বুজাই দিয়া হৈছে আৰু উক্ত আইনখন আমি মানি লব নালাগে বুলি দিয়া উপদেশ তেওঁলোকে গ্ৰহণ কৰিছে আৰু তাৰ বাবে তেওঁলোকে কাৰাবৰণ বা আন যি কোনো শাস্তি ভোগ কৰিবলৈ সাজু আছে। ইতিমধ্যে ট্ৰান্সভালৰ ভাৰতীয় লোকসকলৰ প্ৰায় অৰ্ধেক ভাগে সংগ্ৰামৰ তীব্ৰতা সহ্য কৰিব নোৱাৰি বা কাৰাবৰণৰ নিৰ্যাতন ভুগিবলৈ অপাৰগ হোৱাত, উক্ত আইন মানি লোৱাৰ পৰিবৰ্তে, তাৰপৰা ওলাই আহিছে, কাৰণ এই আইনখন তেওঁলোকে অপমানজনক বুলি ভাবে। যি অৰ্ধেক ভাগ আছে তাৰ ২৫00 জনে বিবেক বোধৰ কাৰণে কাৰাবৰণ কৰিছে আৰু তেওঁলোকৰ কিছুমানে পাঁচবাৰমান জেললৈ গৈছে। চাৰি দিনৰপৰা ছমাহ পৰ্যন্ত বেলেগ বেলেগ ম্যাদৰ কাৰাদণ্ড হৈছে, বেছি ভাগৰ ক্ষেত্ৰত সশ্ৰম কাৰাদণ্ড দিয়া হৈছে। আৰ্থিকভাৱে বহুত লোক ধ্বংস হৈছে। সম্প্ৰতি ট্ৰান্সভাল জেলত প্ৰায় ১00 জন নিষ্ক্ৰিয় প্ৰতিৰোধী আছে। তেওঁলোকৰ কিছুমান অত্যন্ত গৰীব আৰু দিন মজুৰীত জীৱন-নিৰ্বাহ কৰা মানুহ। ফলত তেওঁলোকৰ ল'ৰা-ছোৱালী আৰু ঘৈণীয়েকহঁতক ৰাইজৰপৰা বৰঙণি তুলি ভৰণ-পোষণ কৰিব লগা হৈছে আৰু এই বৰঙণি নিষ্ক্ৰিয় প্ৰতিৰোধ আন্দোলনকাৰীসকলৰপৰা সংগ্ৰহ কৰা হৈছে। স্বাভাৱিকতে এই বৰঙণি বৃটিছ ভাৰতীয় লোকৰ ওপৰত গধুৰ বোজা হৈছে, কিন্তু মোৰ মতে তেওঁলোকে এই বোজা সহ্য কৰিছে। সংগ্ৰাম এতিয়াও অব্যাহত আছে, এই সংগ্ৰাম কেতিয়া শেষ হব তাক কোনেও কব নোৱাৰে। আমি কিছুমানে অৱশ্যে স্পষ্টকৈ জানিছো যে নিষ্ক্ৰিয় প্ৰতিৰোধ আন্দোলন কৃতকাৰ্য হবই আৰু কৃতকাৰ্য হব লাগিব আৰু পাশৱিক শক্তিয়ে হাৰ মানিব। আমি লক্ষ্য কৰিছো যে আমাৰ সংগ্ৰাম দীঘলীয়া হোৱাৰ কাৰণ আমাৰ দুৰ্বলতা। চৰকাৰৰ মনত এনে এটা ধাৰণা সোমাই দিয়া হৈছে যে আমি সুদীৰ্ঘ নিৰ্যাতনত তিষ্ঠিব নোৱাৰিম।

মোৰ সতীৰ্থ এজনৰ লগত ইয়ালৈ অৰ্থাৎ লণ্ডনলৈ আহি সাম্ৰাজ্যবাদী কৰ্তৃপক্ষক সাক্ষাৎ কৰি তেওঁলোকক পৰিস্থিতি অবগত কৰিবলৈ বিচাৰিছো যাতে তাৰ উপশম কৰিব পৰা যায়। নিষ্ক্ৰিয় প্ৰতিৰোধকাৰীসকল কিন্তু চৰকাৰৰ লগত মোকাবিলা কৰাৰ সপক্ষে নহয়। আমাৰ প্ৰতিনিধিদলটো ভাৰতীয় সম্প্ৰদায়ৰ দুৰ্বল শ্ৰেণীৰ পৰামৰ্শক্ৰমে ইয়ালৈ আহিছে।

কিন্তু ইয়াত মই যি দেখিছো তাৰপৰা মই অনুভৱ কৰিছো যে নিষ্ক্ৰিয় প্ৰতিৰোধৰ নীতি আৰু কৰ্মকুশলতাৰ ওপৰত যদি এখন ৰচনা-প্ৰতিযোগিতা পতা হয় তেন্তে তাৰ দ্বাৰা আন্দোলনটো জনপ্ৰিয় কৰিব পৰা যাব আৰু সেই বিষয়ে চিন্তা কৰিবলৈ জনসাধাৰণক সুবিধা দিব। এই প্ৰতিযোগিতাৰ নৈতিকতাৰ বিষয়ে এজন বন্ধুয়ে প্ৰশ্ন তুলিছে। তেওঁৰ মতে এনে ধৰণৰ প্ৰতিযোগিতা নিষ্ক্ৰিয় প্ৰতিৰোধৰ পৰিপন্থী কাম হব আৰু তাৰ যোগেদি মত সংগ্ৰহ কৰা বুজাব। নৈতিকতাৰ সন্দৰ্ভত আপোনাৰ কি মত তাক জনাবলৈ মই আপোনাক অনুৰোধ কৰিব পাৰো নে? আপুনি যদি ভাবে যে প্ৰতিযোগিতাৰ বাবে ৰচনা আহ্বান কৰাত কোনো দোষ নাই, তেন্তে তেনে ৰচনা কাৰ পৰা বিচাৰিব লাগিব তাক জনাবলৈ মই অনুৰোধ কৰিলো।

আন এটা বিষয়ে আপোনাৰ সময়ত অনধিকাৰ প্ৰবেশ কৰিবলৈ বিচাৰিছো। ভাৰতৰ সাম্প্ৰতিক অশান্ত অৱস্থাৰ সন্দৰ্ভত আপুনি 'এজন হিন্দু'লৈ লিখা চিঠিখনৰ এটা কপি মোৰ হাতত পৰিছে। চিঠিখনে আপোনাৰ মত প্ৰকাশ কৰা যেন লাগে। মোৰ বন্ধুজনে তেওঁৰ খৰচত আপোনাৰ চিঠিখনৰ ২০,০০০ কপি ছপা কৰি বিতৰণ কৰিবলৈ ইচ্ছা কৰিছে আৰু চিঠিখন অনুবাদ কৰাৰ কথাও ভাবিছে। কিন্তু চিঠিখনৰ পূৰ্ণপাঠ আমি পোৱা নাই। চিঠিখনৰ নকলৰ শুদ্ধতা বা এই চিঠিখন যে আপোনাৰ তাক সঠিকভাৱে নজনাকৈ ছপা কৰা ঠিক হব বুলি নাভাবো। চিঠিখন যে আপুনি লিখা আৰু কপিটো যে নিখুঁত আৰু আমাৰ প্ৰস্তাৱ মতে প্ৰকাশ কৰাত আপোনাৰ আপত্তি নাই তাক অনুগ্ৰহকৈ জনালে পৰম কৃতাৰ্থ হম। ইয়াৰ সৈতে চিঠিখনৰ নকল পঠালো। চিঠিখনত যদি কিবা যোগ দিবলৈ ইচ্ছা কৰে, অনুগ্ৰহ কৰি যোগ দিব। মই আন এটা পৰামৰ্শ আগবঢ়াবলৈ সাহ কৰিলো। চিঠিখনৰ শেহৰ দফাত আপুনি পঢ়ুৱৈ জনক অৱতাৰ তথা আবিৰ্ভাৱত বিশ্বাস কৰাৰপৰা বিৰত কৰিবলৈ প্ৰয়াস কৰিছে। এইটো আঙুলিয়াই দিয়া যদি মোৰ পক্ষে অসংগত বা দুঃসাহসিক নহয়, তেন্তে এই বিষয়টো আপুনি অধ্যয়ন কৰিছে নে নাই মই নাজানো। আবিৰ্ভাৱ বা পুনৰ জন্মত ভাৰতৰ লাখ লাখ মানুহে বিশ্বাস কৰে, চীন দেশতো তেনে বিশ্বাস আছে। বহুতে কব পাৰে যে এইটো এটা অভিজ্ঞতাৰ বিষয়, একাডেমিক

আলোচনাৰ বিষয়-বস্তু নহয়। জীৱনৰ বহু গূঢ়ৰহস্য ব্যাখ্যা কৰিব পৰা যায়। যি সকল নিষ্ক্রিয় প্রতিৰোধকাৰীয়ে ট্রান্সভালৰ কাৰা-জীৱনৰ অভিজ্ঞতা পাইছে তেওঁলোকে তাত শান্তি পাইছে। এই তত্ত্ব বিষয়ব সত্যতাত আপোনাৰ বিশ্বাস জানিবলৈ মই এই কথা-খিনি লিখা নাই; আপোনাৰ পঢ়ুৱৈৰ মনৰপৰা অতীতৰ প্রসংগটো আন আন প্রসংগৰপৰা গুচাৰ পাৰে নেকি সেইটো জানিবলৈহে লিখিলো। সংশ্লিষ্ট চিঠিখনত আপুনি 'কৃষ্ণ' নামৰ পুথিখনৰপৰা বহুখিনি উধৃতি দিছে আৰু কেবাটাও অংশৰ উল্লেখ কৰিছে। কিতাপখনৰ নামটো জনালে মই সুখী হম।

আপোনাক চিঠিৰ দ্বাৰা বিৰক্ত কৰিলো। যিসকলে আপোনাক সন্মান কৰে আৰু আপোনাৰ অনুগামী হবলৈ চেষ্টা কৰে তেওঁলোকে আপোনাৰ সময়ৰ ওপৰত অনধিকাৰ প্রবেশ কৰাব স্বাধীনতা নাই বুলি মই জানো, কিন্তু আপোনাক কষ্ট নিদিয়াটো যিমান-দূৰ সম্ভৱ সিমান দূৰ কষ্ট নিদিয়াটো তেওঁলোকৰ কৰ্তব্য। আপোনাৰ কাৰণে মই এজন অচিনাকি লোক আৰু সত্যৰ খাতিৰত আপোনালৈ এই চিঠি লিখাৰ অধিকাৰ লৈছো আৰু জীবনৰ যিবোৰ সমস্যা সমাধানৰ কল্পে আপুনি জীৱনৰ কাম বুলি গ্রহণ কৰিছে সেই সমস্যাবোৰৰ বিষয়েও মই আপোনাৰ উপদেশ পাবলৈ ইচ্ছা কৰি এই চিঠিখন লিখিলো। শ্রদ্ধাৰে।

আপোনাৰ

এম-কে গান্ধী

[ গান্ধীজীয়ে তেওঁৰ চিঠিত 'এজন হিন্দুলৈ'—'এ লেটাৰ টু এ হিন্দু' বুলি যি উল্লেখ কৰিছে টলষ্টয়ৰ সেই চিঠিখন তাৰকনাথ দাস নামৰ এজন ভাৰতীয় লোকৰ চিঠিৰ উত্তৰত লিখিছিল। ভাৰতৰ মুক্তি-সংগ্রামৰ সংক্রান্তত তাৰকনাথ দাসে কানাডাৰ ভাঙ্কোবাৰৰপৰা 'ফ্রি হিন্দুস্থান' নামৰ বাতৰিকাকত এখন প্রকাশ কৰিছিল। এওঁ উগ্রপন্থী বঙালী আছিল। মাত্র বাইশ বছৰ বয়সত বংগদেশৰপৰা গৈ কানাডাত ভাৰতীয় যুব আৰু ছাত্রসকলৰ এটা বিপ্লবী দল গঠন কৰে। তাৰক দাসে 'ফ্রি হিন্দুস্থান'ৰ কপি টলষ্টয়লৈ পঠাইছিল। কপিবোৰ আজিও টলষ্টয়ৰ জন্মস্থান ইয়াছনায়া পোলিয়ানা গ্রন্থাগাৰত পোৱা যায়। ১৯০৮ চনৰ মে মাহত তাৰক দাসে চিঠি লিখি এই মহান লেখকজনৰপৰা ভাৰতৰ স্বাধীনতা আন্দোলনৰ বিষয়ে উপদেশ আৰু মত বিচাৰিছিল। তাৰ উত্তৰত টলষ্টয়ে সেই বছৰৰ ৭-৯ জুনত তাৰকনাথ দাসলৈ 'এ লেটাৰ টু এ হিন্দু' শিতানত এখন দীঘলীয়া চিঠি লিখে। টলষ্টয়ে 'হিন্দু' শব্দৰ দ্বাৰা 'ভাৰতীয়' বুজাইছিল আৰু ভাৰতীয় ভাষাক হিন্দু ভাষা বুলি আখ্যা দিছিল। গান্ধীজীয়ে টলষ্টয়ৰ চিঠিখন তেওঁৰ বাতৰিকাকত 'ইণ্ডিয়ান ওপিনিয়ন'ৰ ১৯০৯ চনৰ

২৫ ডিচেম্বৰ আৰু ১৯১০ চনৰ পহিলা জানুৱাৰীৰ সংখ্যাত দুটা অংশত প্ৰকাশ কৰিছিল , লগতে তাৰ পাৰ্তানও লিখিছিল। পাছত গান্ধীজীয়ে টলষ্টয়ৰ চিঠিখন গুজৰাটী ভাষাত অনুবাদ কৰি পুস্তিকা আকাৰত প্ৰকাশ কৰিছিল।

টলষ্টয়ৰ চিঠিত উল্লেখ কৰা 'কৃষ্ণ' নামৰ পুথিখন বাবা প্ৰেমানন্দ ভাৰতীয়ে লিখিছিল ঃ 'এও স্বামী বিবেকানন্দৰ শিষ্য আছিল। তাৰ অংশবিশেষ ভাৰতীৰ দ্বাৰা প্ৰণীত 'দি লাইট অব্ এচিয়া' ( ১৯০২, লচ্ এঞ্জেলচ্, আমেৰিকা ) আলোচনীত প্ৰকাশ হৈছিল। টলষ্টয়ে স্বামী প্ৰেমানন্দ ভাৰতীৰপৰা আলোচনীখন পাইছিল। ]

গান্ধীজীৰ পহিলা অক্টোবৰ চিঠিৰ উত্তৰত টলষ্টয়ে সাত অক্টোবৰত তলত দিয়া চিঠিখন লিখিছিল ঃ

ইয়াছনয়া
পোলিয়ানা

এম-কে গান্ধী
অক্টোবৰ ৭, ১৯০৯
ট্ৰান্সভাল,

আপোনাৰ চিঠিখন এইমাত্ৰ পালো। চিঠিখনে মোক পৰম আনন্দ দিছে। ট্ৰান্সভালৰ আমাৰ ভাইসকলক আৰু সহকৰ্মীসকলক ভগৱানে সহায় কৰক।

নিৰ্দয়ৰ বিৰুদ্ধে দুৰ্বল শ্ৰেণীৰ সাহ, গৰ্ব আৰু হিংসাৰ বিৰুদ্ধে নম্ৰতা আৰু প্ৰেমৰ যে একে সংগ্ৰাম সি আমাৰ মাজতো প্ৰতি বছৰে স্বীকৃত হৈছে, বিশেষকৈ ধৰ্মীয় আইন আৰু পাৰ্থিৱ আইনৰ মাজত অৰ্থাৎ সামৰিক সেবা দিবলৈ অস্বীকাৰ কৰাৰ ক্ষেত্ৰত সেই সংঘাত তীব্ৰ হৈ উঠিছে। এনে অস্বীকাৰ সঘনে দেখা গৈছে। 'লেটাৰ টু এ হিন্দু' চিঠিখন মই লিখিছিলো , ইয়াৰ অনুবাদ ভাল হৈছে। মস্কোৰপৰা 'কৃষ্ণ' বিষয়ে থকা কিতাপখন পঠোৱা হব। 'অৱতাৰ' শব্দটো মই নিজে বাদ দিয়া উচিত নহব, কাৰণ মোৰ মতে 'অৱতাৰ'ত বিশ্বাস কৰাটো আত্মাৰ অমৰত্বত বিশ্বাস, ঈশ্বৰৰ ন্যায় বিচাৰ আৰু ভক্তি কৰাৰ দৰে দৃঢ় নহয়। এইটো বাদ দিয়া সম্পৰ্কে আপুনি যি ভাল দেখে কৰিব পাৰে। চিঠিখনৰ প্ৰকাশত মই সহায় কৰিব পাৰিলে সুখী হম। মোৰ চিঠিখনৰ হিন্দু ভাষাত অনুবাদ আৰু তাৰ বিতৰণত মই আনন্দ পাম।

ধৰ্ম বিষয়ত প্ৰতিযোগিতা অৰ্থাৎ আৰ্থিক প্ৰলোভন দিয়া প্ৰশ্নটো উঠিব নোৱাৰে বুলি মই ভাবো।

মই আপোনাক ভ্ৰাতৃত্ব ভাবেৰে ওলগ জনাইছো আৰু আপোনাৰ লগত লিখা-লিখি কৰিবলৈ পাই সুখী হৈছো।

লিও টলষ্টয়

টলষ্টয়ে গান্ধীজীলৈ চিঠিখন ৰেজিষ্টাৰী কৰি পঠাইছিল। দুয়োজনৰ মাজত থকা কিছুমান মতান্তৰ চিঠি দুখনে প্ৰকাশ কৰিছে , কিন্তু দুয়োৰো মাজত সত্য, প্ৰেম আৰু মানৱতাৰ বিষয়ত মতৰ ঐক্য দেখা যায়। গান্ধী আৰু টলষ্টয়ে তেওঁলোকৰ স্বকীয় মত স্পষ্টভাৱে উত্থাপন কৰিছে। ১৯০৯ চনৰ ১০ জানুৱাৰীত গান্ধীজীয়ে লিও টলষ্টয়লৈ পুনৰ এখন দীঘলীয়া চিঠি লিখিছিল। তলত চিঠিখনৰ অসমীয়া ভাঙনি দিয়া হ'ল।

লণ্ডন

নবেম্বৰ ১০, ১৯০৯

'প্ৰিয় মহাশয়,

'এ লেটাৰ টু এ হিন্দু' চিঠিখন আৰু তাৰ লগত মই দিয়া চিঠিখনত মই যিকিটা বিষয়ৰ অৱতৰণা কৰিছিলো তাৰ উত্তৰ স্বৰূপে দিয়া আপোনাৰ ৰেজিষ্টাৰী চিঠিখন পাইছো। তাৰ বাবে মই আপোনালৈ ধন্যবাদ আগবঢ়াইছো।

আপোনাৰ স্বাস্থ্যৰ অৱনতি হোৱা বুলি শুনি মই আপোনাৰ চিঠিখনৰ প্ৰাপ্তি স্বীকাৰৰপৰা বিৰত আছিলো আৰু আপোনাক কষ্ট দিবলৈ ইচ্ছা কৰা নাছিলো। লিখিতভাৱে ধন্যবাদ দিয়া এটা অনাৱশ্যক দস্তুৰ বুলি জানো। কিন্তু মিঃ আইলমাৰ মড'ক মই লগ পাইছো আৰু আপোনাৰ এতিয়া স্বাস্থ্য সুস্থ বুলি তেওঁৰপৰা জানিলো। আপুনি নিয়মিতভাৱে প্ৰত্যেক ৰাতিপুৱা লিখা-পঢ়া কৰে বুলি শুনিলো। মোৰ কাৰণে এইটো বৰ শুভ সংবাদ। সেয়েহে মই আপোনালৈ আন কেতবোৰ বিষয়ে লিখিবলৈ উৎসাহিত হৈছো। মই জানো এই বিষয়বোৰ আপোনাৰ দৃষ্টিভংগী মতে বৰ গুৰুত্বপূৰ্ণ।

ইয়াৰ লগত এজন ইংৰাজ বন্ধুৱে লিখা পুথি এখনৰ কপি ( এম-কে গান্ধী ; দক্ষিণ আফ্ৰিকাত এজন ভাৰতীয় দেশপ্ৰেমী--লিখক ৰেভাৰেণ্ড জে-জে ডোক ) এটা পঠিয়ালো। ৰেভাৰেণ্ড ডোক সম্প্ৰতি দক্ষিণ আফ্ৰিকাত আছেহি। মই বৰ্তমান যি সংগ্ৰামত লিপ্ত হৈ পৰিছো আৰু যি সংগ্ৰামত মই জীৱন উছৰ্গা কৰিছো পুথিখনত সেই সংক্ৰান্তত মোৰ জীৱনী লিখিছে। যিহেতু আপোনাৰ সক্ৰিয় সমৰ্থন আৰু সহানুভূতি পাবলৈ বৰ ইচ্ছুক, সেই হেতুকে মই পুথিখন পঠোৱাত আপুনি মোৰ কাৰ্যক অপ্ৰাসংগিক বুলি নাভাবিব।

মোৰ মতে ট্ৰান্সভালত ভাৰতীয়সকলে কৰা সংগ্ৰাম বৰ্তমান যুগৰ শ্ৰেষ্ঠ সংগ্ৰাম, কাৰণ ইয়াৰ উদ্দেশ্য আৰু উদ্দেশ্য সাধনৰ বাবে গ্ৰহণ কৰা পন্থা এটা আদৰ্শৰ ওপৰত প্ৰতিষ্ঠিত। মই এনে কোনো সংগ্ৰামৰ কথা গম নাপাও যি সংগ্ৰামত যোগ দিয়া

লোকসকলে সংগ্ৰাম সমাপ্ত হোৱাৰ পাছত একো সুবিধা পাবলৈ আশা নকৰে। এই সংগ্ৰামীসকলৰ শতকৰা ৫০ জনে এটা নীতিৰ বাবে চৰম নিৰ্যাতন আৰু পৰীক্ষা ভোগ কৰিছে। মই এই সংগ্ৰামৰ কথা যিভাৱে প্ৰচাৰ কৰিবলৈ বিচাৰো সেই মতে প্ৰচাৰ কৰিবপৰা নাই। বোধ হয় জনসাধাৰণে আপোনাক অত্যন্ত সমৰ্থন কৰে। মিঃ ডোকৰ পুথিখনত সন্নিলিত ঘটনাৱলীত আপুনি যদি প্ৰত্যয় যায় আৰু মই লোৱা সিদ্ধান্ত যদি আপোনাৰ মনঃপুত হয়, তেন্তে আপুনি আমাৰ সংগ্ৰাম জনপ্ৰিয় কৰাত আপোনাৰ প্ৰভাৱ বিস্তাৰৰ বাবে আপোনাক অনুৰোধ কৰিব পাৰো নে? সংগ্ৰাম যদি কৃতকাৰ্য হয় তাৰ দ্বাৰা যে অধৰ্ম, ঘৃণা আৰু মিথ্যাৰ ওপৰত ধৰ্ম, প্ৰেম আৰু সত্যৰ জয় হে বুজাব তেনে নহয়, তাৰ দ্বাৰা ভাৰতৰ অগণন জনসাধাৰণ আৰু পৃথিবীৰ আন ঠাইৰ লোকৰ কাৰণে এটা দৃষ্টান্ত হোৱাৰ সম্ভাৱনা আছে, যদিও এই জনসাধাৰণ শ্ৰেণী পদদলিত, তথাপি হিংসাবাদী দলক, অন্ততঃ ভাৰতবৰ্ষত, পৰাস্ত কৰাত বহুখিনি অৰিহণা যোগাব। আমি যদি শেহলৈ লাগি থাকিব পাৰো—মই ভাবো লাগি থাকিব পাৰিম—মোৰ অলপো সন্দেহ নাই যে শেহত আমাৰ জয় হ'ব। আপোনাৰ উৎসাহে আমাৰ সংকল্প শক্তিশালী কৰিব।

দক্ষিণ আফ্ৰিকাৰ ভাৰতবাসীৰ সমস্যাটোৰ সন্দৰ্ভত যি আলোচনা হৈ আছে সি কাৰ্যতঃ বিফল হৈছে আৰু এই সপ্তাহত মোৰ সতীৰ্থৰ সৈতে দক্ষিণ আফ্ৰিকালৈ উভতি যাম আৰু তাত কাৰাবৰণ কৰিম। মোৰ ল'ৰাও (হৰিলাল গান্ধী) আমাৰ সংগ্ৰামত আনন্দেৰে যোগ দিছে আৰু ছ'মাহ সশ্ৰম কাৰাদণ্ড ভুগি আছে। সংগ্ৰামৰ সন্দৰ্ভত এয়া চতুৰ্থবাৰ কাৰাদণ্ড।

মোৰ এই চিঠিখনৰ উত্তৰ আপুনি জোহেন্সবাৰ্গ এস এ বক্স ৬৯২২ ঠিকনাত অনুগ্ৰহ কৰি দিয়ে যেন।

আপোনাৰ

এম কে গান্ধী'

গান্ধীজী জোহেন্সবাৰ্গলৈ উভতি তেওঁৰ ১০ নৱেম্বৰ চিঠিৰ উত্তৰ পোৱাৰ আগতে টলষ্টয়লৈ আন এখন চিঠি লিখিছিল। এই চিঠিখনৰ লগত তেওঁৰ ৰচিত 'হিন্দু স্বৰাজ' পুথিৰ কপি এটা পঠায়। এই পুথিখন লণ্ডনত থকা সময়ত গান্ধীজীয়ে প্ৰশ্ন আৰু উত্তৰ আকাৰত লিখিছিল। প্ৰথমতে এই পুথি গুজৰাটী ভাষাত লিখা আছিল। তাৰ ইংৰাজী অনুবাদ কৰি 'ইণ্ডিয়ান হোম ৰুল' শিতানত তাৰ কপি এটা টলষ্টয়লৈ পঠাইছিল। তাৰ লগত টলষ্টয়ৰ 'লেটাৰ টু এ হিন্দু' চিঠিৰ ছপা কপি কিছুমানো পঠাইছিল।

জোহেন্সবার্গ, ট্রান্সভাল

'প্ৰিয় মহাশয়, দক্ষিণ আফ্ৰিকা, এপ্ৰিল ৪, ১৯১০

মই লণ্ডনত অস্থায়ীভাৱে থকাৰ সময়ত আপোনাৰ সৈতে লিখালিখি কৰাৰ কথা আপুনি জানে। আপোনাৰ নিঃকিণ শিষ্য হিচাপে ইয়াৰ লগত এখন পুস্তিকা পঠালো। পুস্তিকাখন মই লিখিছো। গুজৰাটী ভাষাৰপৰা ইংৰাজীলৈ অনুবাদ মই নিজে কৰিছো। আচৰিত কথা যে ভাৰত চৰকাৰে লিখিত মূল পাঠটো বাজেয়াপ্ত কৰিছে। সেই কাৰণে অনুবাদখিনি সোনকালে প্ৰকাশ কৰিবলৈ ওলাইছো। আপোনাক বিৰক্তি দিবলৈ মোৰ অকণো ইচ্ছা নাই, কিন্তু আপোনাৰ স্বাস্থ্যই যদি অনুমতি দিয়ে আৰু আপুনি যদি পুস্তিকাখন পঢ়িবলৈ সময় পায় আপোনাৰ সমালোচনা বৰ মূল্যবান বুলি বিবেচনা কৰিম। 'লেটাৰ টু এ হিন্দু'ৰ কেটামান কপিও পঠালো। আপোনাৰ এই চিঠিখন ছপাবলৈ মোক আপুনি কৰ্তৃত্ব দিছিল। ভাৰতীয় ভাষা এটাত তাৰ অনুবাদ কৰা হৈছে।

আপোনাৰ একান্ত বাধ্য

এম-কে গান্ধী'

টলষ্টয়ে গান্ধীজীলৈ আঠ মে তাৰিখে উত্তৰ দিয়ে। তাৰ অসমীয়া ভাঙনি তলত দিয়া হল ঃ

ইয়াছনায়া পোলিয়ানা

'প্ৰিয় বন্ধু, ৮ মে, ১৯১০

আপোনাৰ চিঠি আৰু 'ইণ্ডিয়ান হোম ৰুল' কিতাপখন এইমাত্ৰ পালো।

আপোনাৰ কিতাপখন অতি মনোযোগেৰে পঢ়িলো, কাৰণ মই ভাবো যে যিটো প্ৰশ্ন আপুনি আলোচনা কৰিছে—নিষ্ক্ৰিয় প্ৰতিৰোধ—সেইটো বৰ গুৰুত্বপূৰ্ণ বিষয়—ভাৰতবৰ্ষৰ কাৰণেই নহয় সমগ্ৰ বিশ্বৰ কাৰণে।

আপোনাৰ আগৰ চিঠি পোৱা নাই, কিন্তু জে-জে ডোকে লিখা আপোনাৰ জীৱনীখন পাইছো। এইখনেও মোক পৰম আনন্দ দিছে আৰু আপোনাক ভালকৈ জানিবলৈ আৰু বুজিবলৈ মোৰ সুবিধা হ'ল।

বৰ্তমান মোৰ গা বৰ ভাল নহয়। সেই কাৰণে আপোনাৰ কিতাপ আৰু কাৰ্যৰ বিষয়ে বিতংকৈ লিখাৰপৰা বিৰত থাকিলো। মই আপোনাৰ কাৰ্যৰ প্ৰশংসা কৰো। গা ভাল পালে আপোনালৈ লিখিম।

আপোনাৰ বন্ধু আৰু ভাই

লিও টলষ্টয়'

টলষ্টয়ৰ আঠ মে'ৰ চিঠি পাই গান্ধীজীয়ে ১৫ আগষ্টত পুনৰ এখন চিঠি দিয়ে। তলত চিঠিখনৰ অসমীয়া অনুবাদ দিয়া হ'ল ঃ

জোহেন্সবার্গ

'প্ৰিয় মহাশয়, ১৫ আগষ্ট, ১৯১০

আপোনাৰ ৮ মে'ৰ উৎসাহজনক আৰু আন্তৰিকতাপূৰ্ণ চিঠিখনৰ বাবে মই অত্যন্ত অনুগৃহীত হলো। 'ইণ্ডিয়ান হোম ৰুল' নামৰ মোৰ পুথিখনৰ বিষয়ে আপোনাৰ সাধাৰণ সমৰ্থন মই বৰ মূল্যবান বুলি ভাবিছো। আপোনাৰ সময়-সাপেক্ষে আপোনাৰ চিঠিত লিখা মতে কিতাপখনৰ ওপৰত এটা বিস্তৃত সমালোচনা লিখিব বুলি অপেক্ষা কৰিলো।

মিঃ কালেনবাছে 'টলষ্টয় পাম'ৰ বিষয়ে আপোনালৈ লিখিছে। মিঃ কালেনবাছ আৰু মই বহু বছৰৰপৰা বন্ধু। আপোনাৰ 'মাই কনফেচন'ত যিবোৰ অভিজ্ঞতাৰ বৰ্ণনা দিছে মিঃ কালেনবাছে তেনে অভিজ্ঞতাৰ বহুখিনি পাইছে। আপোনাৰ লিখাবোৰে তেওঁক যিদৰে প্ৰভাৱান্বিত কৰিছে আন কোনো লিখনিয়ে তেনে দৰে প্ৰভাৱান্বিত কৰা নাই। আপুনি বিশ্বৰ আগত যি আদৰ্শ দাঙি ধৰিছে তাক ত্বৰান্বিত কৰাৰ প্ৰয়াসে তেওঁ মোৰ লগত আলোচনা কৰি তেওঁৰ পামখন আপোনাৰ নামেৰে নামকৰণ কৰিছে।

নিষ্ক্ৰিয় প্ৰতিৰোধকাৰীসকলৰ ব্যৱহাৰৰ কাৰণে যি উদাৰভাৱে তেওঁ পামখন দিছে, ইয়াৰ লগত পঠোৱা 'ইণ্ডিয়ান ওপিনিয়ন'ৰ সংখ্যাই আপোনাক সকলো বাতৰি যোগাব।

দীঘলীয়া চিঠি লিখি আপোনাক বোজা দিয়া মোৰ পক্ষে সমীচীন নহব, কিন্তু আপুনি ট্ৰান্সভালত নিষ্ক্ৰিয় প্ৰতিৰোধ সংগ্ৰামত ব্যক্তিগত মনোযোগ দিয়া কাৰণে লিখিলো।

আপোনাৰ বিশ্বাসী ভৃত্য—

এম-কে গান্ধী'

কাউণ্ট লিও টলষ্টয়,

ইয়াছনায়া পোলিয়ানা।

গান্ধীজীয়ে টলষ্টয়লৈ ১৯০৯ চনৰ ১০ নৱেম্বৰত লিখা চিঠিখনৰ উত্তৰ বহুদিনলৈ পোৱা নাছিল। ইতিমধ্যে ট্ৰান্সভাললৈ উভতি গৈ ৪ এপ্ৰিলত পুনৰ এখন চিঠি লিখে। এই দুয়োখন চিঠিৰ উত্তৰ টলষ্টয়ে ৮ মে'ত দিয়ে। সাত মাহ টলষ্টয় নিমাত থকাৰ কাৰণ জনা নাযায। বোধহয় শাৰীৰিক অসুস্থতাৰ কাৰণে গান্ধীজীলৈ উত্তৰ দিবপৰা নাছিল।

কিন্তু তেওঁ যে গান্ধীজীৰ চিঠি দুখন, 'হিন্দু স্বৰাজ'ৰ ইংৰাজী অনুবাদ আৰু ৰেভাৰেণ্ড ডোকে লিখা গান্ধীজীৰ জীৱনীৰ কপি পাইছিল তাক টলষ্টয়ৰ ডায়েৰীত নিজে টোকা লিখি থৈছিল। সাত মাহৰ পাছত টলষ্টয়ে গান্ধীজীৰ ১৯০৯ চনৰ ১০ নবেম্বৰ আৰু ১৯১০ চনৰ ১০ মে'ৰ চিঠিৰ উত্তৰ ৰুছ ভাষাত লিখি ৬ চেপ্তেম্বৰত তেওঁৰ লণ্ডনস্থ বন্ধু আৰু সাংবাদিক ভি-চাৰ্টক'ভলৈ পঠাইছিল আৰু চাৰ্টক'ভে চিঠিখনৰ ইংৰাজী অনুবাদ কৰি গান্ধীজীলৈ চিঠিখন পঠাইছিল। লগতে চাৰ্টক'ভে নিজৰ হৈ এটা চমু টোকা পঠাইছিল।

টলষ্টয় আৰু গান্ধীৰ মাজত ৬ চেপ্তেম্বৰৰ চিঠিখন আছিল শেষ চিঠি। গান্ধীজীলৈ লিখাৰ প্ৰায় আঢ়ৈ মাহ পাছত ( ২০ নবেম্বৰ, ১৯১০ ) তেওঁ মৃত্যুৰ মুখত পৰে। টলষ্টয়ৰ শেষ চিঠিখনে গান্ধীৰ প্ৰতি তেওঁৰ ব্যক্তিগত প্ৰীতি আৰু গান্ধীৰ আদৰ্শ আৰু দক্ষিণ আফ্ৰিকাৰ বৃটিছ ভাৰতীয় বাসিন্দাসকলৰ প্ৰতি সমৰ্থন আৰু সহানুভূতি প্ৰকাশ কৰিছিল। চিঠিখনত টলষ্টয় আৰু গান্ধীজীৰ চিন্তাধাৰা আৰু আদৰ্শৰ মিল আন এটা লক্ষ্য কৰিবলগীয়া দিশ।

তলত টলষ্টয়ৰ গুৰুত্বপূৰ্ণ চিঠিখনৰ পূৰ্ণ পাঠ অসমীয়াত দিয়া হ'ল।

কোটছেটি

বুছিয়া

৭ চেপ্তেম্বৰ, ১৯১০

আপোনাৰ 'ইণ্ডিয়ান ওপিনিয়ন' আলোচনীখন পাইছো আৰু অহিংস প্ৰতিৰোধৰ বিষয়ে লিখা কথাখিনি জানি সুখী হলো। এই প্ৰবন্ধকিটা পঢ়ি উঠি মই মোৰ মনৰ ভাব আপোনাক জনাব খুজিছো।

সম্প্ৰতি মই মৃত্যুৰ পথত। মই যিমান দিন বাচি থাকিম তেতিয়ালৈকে মোৰ সবলো সত্তা আনৰ আগত প্ৰকাশ কৰিবলৈ মোৰ ইচ্ছা বাঢ়িছে, কাৰণ এই ভাববোৰে মোৰ জীৱন-চিন্তত বৰকৈ প্ৰভাৱ পেলাইছে। মোৰ মানত মোৰ এই ভাববোৰ বৰ মূল্যবান। মোৰ ভাব এনে ধৰণৰ আনে যিটোক অনা-প্ৰতিৰোধ বুলি কয় সেইযা আচলতে প্ৰেমৰ বিধানৰ বাহিৰে আন একো নহয় আৰু তাক ভুল ব্যাখ্যাৰে বিকৃত কৰিব নোৱাৰি। আন প্ৰাণীৰ সৈতে ঐক্য আৰু ভাব বিনিময়ৰ বাবে প্ৰেমে উৎস যোগায। এই ভাবে সৎকাম কৰাত বন্ধন মুক্ত কৰে। তেনে প্ৰেম মানুহৰ জীৱনত শ্ৰেষ্ঠ আৰু অদ্বিতীয় নিয়ম আৰু প্ৰত্যেক লোকে তাক নিজৰ অন্তৰত অনুভৱ কৰে। শিশুৰ অন্তৰত তেনে ভাব আমি পাওঁ। যেতিয়ালৈ সংসাৰত ভুল নীতিত মানুহ অন্ধ হৈ নপৰাকৈ থাকে, তেতিয়ালৈকে মানুহে তাক অনুভৱ কৰে।

ভাৰতীয, চীনা, হীব্ৰু, গ্ৰীক আৰু ৰোমান—সকলো দৰ্শনে প্ৰেম নীতি প্ৰচাৰ

কৰিছে। যীশুখৃষ্টই তাক খুব পৰিষ্কাৰভাৱে প্ৰচাৰ কৰিছিল বুলি মই ভাবো। ভৱিষ্যত দ্ৰষ্টাসকলৰ নীতি প্ৰেমনীতিত পোৱা যায়। খৃষ্টই তাতকৈ বেছি কৰিছে। তেওঁ প্ৰেমৰ নীতি বিকৃত হোৱাৰ সম্ভাৱনা দেখিছিল আৰু যিসকলে কেৱল পাৰ্থিব স্বাৰ্থৰ কাৰণে জীয়াই থাকিবলৈ, জীয়াই থকাৰ বাবে প্ৰয়াস কৰে, তেনে লোকৰপৰা প্ৰেমনীতিৰ বিকৃতৰূপ হব বুলি খৃষ্টই ইংগিত দিছিল। হিংসাৰ যোগেদি নিজ স্বাৰ্থ সংৰক্ষণৰ বাবে চেষ্টা কৰা লোকসকলক প্ৰশ্ৰয় দিলে বিপদ হয় অৰ্থাৎ, যীশুখৃষ্টই কোৱাৰ দৰে এজনে আন এজনক কিল-ভুকু দিলে তাৰ প্ৰতিশোধ কিল-ভুকুৰে বা আমাৰপৰা কোনোবাই বলেৰে বস্তু নিলে তাক বলেৰে পুনৰ উদ্ধাৰ কৰা কামবোৰ বিপদৰ সংকেত। খৃষ্টই জানিছিল—যিদৰে সকলো বিবেচক মানুহে জনা উচিত—যে হিংসা-প্ৰয়োগ প্ৰেমৰ বিপৰীত আৰু প্ৰেম জীৱনৰ মৌলিক নিয়ম। তেওঁ জানিছিল যে এবাৰ হিংসাক প্ৰশ্ৰয় দিলে তাৰপৰা প্ৰেমনীতি অসাৰ হৈ পৰে আৰু প্ৰেমনীতি নোহোৱা হয়। সামগ্ৰিকভাবে খৃষ্টান সভা দেখাত সুন্দৰ যদিও, তাত বুজাবুজিত ভুল জন্মিছে। এই আচৰিত আৰু জাজ্বল্যমান প্ৰভেদ কেতিয়াবাহে কিন্তু প্ৰায় অজ্ঞাত।

প্ৰকৃততে প্ৰেমৰ লগত যেতিয়াই প্ৰতিৰোধ কৰা হয়, তেতিয়াই প্ৰেম নোহোৱা হৈ পৰে আৰু থাকিব নোৱাৰে, আৰু প্ৰেমনীতি যদি নাথাকে তেতিয়া হিংসাৰ বাহিৰে আন নীতি নোহোৱা হৈ পৰে আৰু বলীৰ অধিকাৰ হয়। এইদৰে খৃষ্টান ধৰ্ম ঊনৈশ শ বছৰ চলি আছে। সমাজ গঠনত যে ইমানদিনে হিংসাৰ বাট লোৱা হৈছে ই সঁচা কথা। কিন্তু খৃষ্টান ধৰ্মী জাতি আৰু আন ধৰ্মৰ জাতিৰ মাজৰ প্ৰভেদ যে খৃষ্টান ধৰ্মত প্ৰেমৰ নীতি যিমান স্পষ্ট আৰু নিশ্চিতভাবে প্ৰকাশ কৰা হৈছে আন কোনো ধৰ্মীয় মতত তেনেভাবে প্ৰকাশ হোৱা নাই, খৃষ্টান জগতে সেই নীতি পবিত্ৰ-ভাবে গ্ৰহণ কৰিছিল, যদিও তাৰ লগে লগে হিংসা-প্ৰয়োগৰ অনুমতি দিছিল আৰু তেনে হিংসাৰ ওপৰত তেওঁলোকৰ জীৱন গঢ়ি উঠিছিল। তাৰ ফলত খৃষ্টানধৰ্মী লোকসকলৰ মৌলিক আৰু ব্যক্তকৰণত প্ৰভেদ দেখা যায়। জীৱনৰ নীতি হিচাপে প্ৰেম নীতি স্বীকৃত, অথচ জীৱনৰ বিভিন্ন ক্ষেত্ৰত হিংসাক স্বীকৃতি দিয়া হয় যেনে চৰকাৰ, ট্ৰিবুনেল, সৈনিক বিভাগ ইত্যাদিত। এই বোৰক স্বীকৃত আৰু প্ৰশংসাৰ পাত্ৰ কৰা হয়। খৃষ্টান জগতৰ ভিতৰুৱা গঠনত তেনে বিপৰীতমুখী কথা প্ৰকাশ পাইছে আৰু কম সময়ৰ ভিতৰত সি ভুৱা যুক্তিত পৰিণত হৈছে।

বৰ্তমান প্ৰশ্ন হৈছে ঃ ধৰ্মীয় বা নৈতিক প্ৰণালী হয় আমি স্বীকাৰ নকৰো আৰু জীৱন গঠনৰ ক্ষেত্ৰত হিংসা নীতিৰ দ্বাৰা পৰিচালিত হওঁ নাইবা আমি যি কৰ

বলপূৰ্বকভাৱে আদায় কৰো৷ সেই কৰ আৰু ন্যায়িক আৰু গৃহৰক্ষী বিভাগ উঠাই দিব লাগিব, বিশেষকৈ সামৰিক বিভাগ।

এই বসন্তকালত মস্কোৰ এখন ছোৱালী স্কুলৰ ধৰ্ম-বিষয়ক পৰীক্ষাত জনৈক প্ৰশ্নকৰ্তা অধ্যাপক আৰু বিছপ উভয়ে যুৱতী ছোৱালীহঁতক দহ কমাণ্ডেণ্ট বিশেষকৈ ষষ্ঠ কমাণ্ডেণ্ট—'তুমি বধ নকৰিবা'ৰ ওপৰত প্ৰশ্ন সুধিছিল। পৰীক্ষকজনে ভাল উত্তৰ পোৱাৰ পাছত বিছপজনে অলপ পৰ থমকি এটা প্ৰশ্ন সুধিছিল। প্ৰশ্নটো আছিল ঃ পবিত্ৰ নীতিযে সদায় আৰু সকলো ক্ষেত্ৰতে বধ নিষিদ্ধ কৰিছে নে? বেচেৰী ছাত্ৰীহঁতে তেওঁলোকৰ শিক্ষকসকলৰ দ্বাৰা বিপথগামী হৈ 'সদায় নহয়' বুলি উত্তৰ দিব লগাত পৰিছিল, যুদ্ধৰ সময়ত আৰু দোষীক বধ কৰা আইনসম্মত। অৱশ্যে এজনী দুৰ্ভগীয়া ছোৱালীক (মই যি কথা কৈছো সি কল্পনাপ্ৰসূত নহয়—মই এজন প্ৰত্যক্ষদৰ্শীৰপৰা এই তথ্য জানিব পাৰিছো) সেই একে প্ৰশ্ন সোধাত অৰ্থাৎ বধ কৰা সদায় দোষ নে? ছোৱালীজনীয়ে অত্যন্ত লাজ পাইছিল আৰু 'হয়, দোষ' বুলি উত্তৰ দিছিল। বিছপজনক সকলো আধুনিক প্ৰশ্নৰ উত্তৰত দৃঢ়তাৰে উত্তৰ দিছিল আৰু কৈছিল ঃ বাইবেলৰ ওল্ড টেষ্টামেণ্ট আৰু যীশুখৃষ্টৰ মতে হত্যা সৰ্বদা নিষেধ। যীশুৱে যে হত্যা কাম হে নিষেধ কৰিছিল, এনে নহয়, আমাৰ ওচৰ-চুবুৰীয়াৰ প্ৰতি কোনো ধৰণৰ অন্যায়ও নিষেধ কৰিছিল। বিছপজনৰ বাক্‌শক্তি আৰু চকুতলগা গম্ভীৰতা সত্বেও তেওঁ হাৰ মানিছিল আৰু ছোৱালীজনী জয়ী হৈছিল।

'আমাৰ আলোচনীত আকাশী যানৰ প্ৰগতি আৰু তেনে ধৰণৰ আবিষ্কাৰ সম্পৰ্কে আলোচনা কৰিব পাৰো, ৰাষ্ট্ৰদূত বিষয়ত জটিল সম্পৰ্ক ৰক্ষা, বিভিন্ন ক্লাব আৰু মিত্ৰতা, তথাকথিত কলাকুশলী স্ৰজন ইত্যাদি বিষয়ে আলোচনা কৰিব পাৰো আৰু ছোৱালী-জনীয়ে দৃঢ়তাৰে কোৱা কথাখিনি মনত ৰাখিব পাৰো। এনে বিষয়ত মৌনতা নিষ্ফল, কাৰণ খৃষ্টান জগতৰ প্ৰতিজনে সেই ছোৱালীজনীৰ দৰে অনুভৱ কৰে। সমাজবাদ, কমিউনিজম, অৰাজকতা, চেলভেচন আৰ্মি, বৰ্ধিত দোষ, নিবনুৱা, ধনী-সম্প্ৰদায়ৰ অস্বাভাৱিক লাহ-বিলাস—যি বিষয়ে সীমাহীন তৰ্ক কৰিব পাৰি—আৰু দুখীয়াৰ অসহনীয় দুৰ্গতি, ভয়লগা ভাৱে বাঢি অহা আত্মহত্যা এই সকলোবোৰ আমাৰ অন্তৰৰ বিভিন্নতাৰ চিন। এইবোৰ আছে আৰু তাৰ সমাধান নাই, কিন্তু সকলো ৰকমৰ হিংসা পৰিহাৰ কৰি প্ৰেমৰ নীতি গ্ৰহণ কৰিলে সমস্যাবোৰ সমাধান কৰিব পাৰি। ট্ৰান্সভাল আমাৰ জগতৰপৰা বহুত দূৰ যেন লাগে যদিও, আপুনি যি কাম কৰিছে সি মৌলিক, আমাৰ কাৰণে সি অত্যন্ত দৰকাৰী কিয়নো তাৰপৰা জ্বলন্ত

আৰু বাস্তৱ প্ৰমাণ পোৱা গৈছে। বিশ্বই তাত অংশ গ্ৰহণ কৰিব পাৰে, কেৱল খৃষ্টানসকলেই নহয়, তাত সকলো মানুহে যোগ দিব লাগে।

আপুনি জানি সুখী হব যে আমাৰ বুছিযাত দ্ৰুতগতিৰে একে ধৰণৰ আন্দোলন চলিছে আৰু প্ৰতি বছৰে সামৰিক সেৱাত যোগ দিবলৈ বহুতে অস্বীকাৰ কৰিছে। আপোনাৰ প্ৰতিৰোধ আন্দোলনত যোগদান কৰা লোকৰ সংখ্যা তাকৰ হব পাৰে, সেইদৰে বুছিযাতো সামৰিক সেৱাত যোগদান কৰিবলৈ অস্বীকাৰ কৰা মানুহৰ সংখ্যাও কম হব পাৰে। তথাপি দুযোটাই মৰ সাহেৰে কব পাৰে 'ঈশ্বৰ আমাৰ লগত' আৰু 'ঈশ্বৰ মানুহতকৈ অধিক শক্তিশালী।'

খৃষ্টান ধৰ্মৰ বিবৃপ আকাৰ—যি আকাৰত আমি খৃষ্টান ধৰ্মী সকলৰ আগত থিয হও--আৰু সেনাবাহিনীৰ আৱশ্যকতা আৰু হত্যাকাণ্ডৰ বাবে বাটি অহা প্ৰস্তুতিৰ মাজত এটা বিসদৃশ কথা দেখা যায, সোনকালে হওক বা পলমকৈ হওক, বোধহয় সোনকালে, সেই বিসদৃশ দৃশ্য উলংগভাৱে প্ৰকাশ পাব। তেনে পৰিস্থিতিত আমি খৃষ্টান ধৰ্ম ত্যাগ কৰি চৰকাৰৰ ক্ষমতা ৰক্ষা কৰিব লাগিব বা সৈন্যবাহিনী আৰু চৰকাৰৰ ক্ষমতা ৰক্ষাৰ বাবে যিবোৰ হিংসাৰ কাম লৈছে সেইবোৰ সমৰ্থন কৰিব লাগিব। আমাৰ বুছ চৰকাৰ, আপোনালোকৰ বৃটিছ চৰকাৰ আৰু সকলো চৰকাৰে তেনে পৰস্পৰ বিৰোধী কাৰ্য উপলব্ধি কৰে। চৰকাৰৰ ৰক্ষণশীল প্ৰবৃত্তিয়ে চৰকাৰবিৰোধী লোকক লাঞ্ছনা দিয়ে। এনে ঘটনা আমি বুছিযাত দেখিছো আৰু আপোনাৰ আলোচনীখনত পঢ়িছো। কোন ফালৰপৰা বিপদ আহে তাক চৰকাৰে জানে। সেই বিপদৰপৰা ৰক্ষা পৰিবলৈ তেওঁলোকৰ স্বাৰ্থ আৰু অস্তিত্ব ৰক্ষাৰ বাবে পৰম উৎসাহেৰে চেষ্টা কৰে।

পৰম শ্ৰদ্ধাৰে--

লিও টলষ্টয'

টলষ্টযৰ উক্ত ঐতিহাসিক চিঠিখন তেওঁ বন্ধু ভি-চাৰ্টকভে লণ্ডনৰপৰা গান্ধীলৈ পঠাইছিল। লগতে চাৰ্টকভে তলত দিযা টোকাটো গান্ধীলৈ লিখিছিল ঃ

'মোৰ বন্ধু লিও টলষ্টয়ে আপোনাৰ ১৫ আগষ্টৰ চিঠিৰ প্ৰাপ্তি স্বীকাৰ কৰিবলৈ আৰু তেওঁৰ ৭ চেপ্তেম্বৰৰ বুছ ভাষাত লিখা চিঠিৰ ইংৰাজী ভাঙনি কৰিবলৈ মোক অনুৰোধ কৰিছিল।

'আপুনি মিঃ কালেনবাছ সম্পৰ্কে যি লিখিছে তাক টলষ্টযে ভাল পাইছে আৰু মিঃ কালেনবাছৰ চিঠিৰ উত্তৰো তেওঁৰ হৈ মোক দিব কৈছে।

'টলষ্টয়ে আপোনাক আৰু আপোনাৰ সহকৰ্মীসকলৰ প্ৰতি আন্তৰিক সম্বৰ্ধনা

জনাইছে, আপোনালোকৰ কামৰ কৃতকাৰ্যতাৰ বাবে আন্তৰিক শুভেচ্ছা পঠাইছে। আপোনাৰ কাম যে তেওঁ প্ৰশংসা কৰিছে তাক ইয়াৰ লগত পঠোৱা অনুবাদিত চিঠিৰ-পৰা জানিব পাৰিব। ইংৰাজী অনুবাদ কৰোতে মোৰ ত্ৰুটি হৈছে। তাৰ বাবে ক্ষমা বিচাৰিছো। মই ৰুছিয়াৰ গাঁৱত আছিলো আৰু সেই কাৰণে মোৰ ভুল শুধৰাবলৈ মই কোনো ইংৰাজলোকৰ সহায় লাভ কৰিব নোৱাৰিলো।'

'টলষ্টয়ৰ সম্মতি সাপেক্ষে তেওঁ আপোনালৈ লিখা চিঠিখন লণ্ডনৰ আমাৰ জনচেৰেক বন্ধুৰ আলোচনীত প্ৰকাশ কৰা হব। চিঠিখন আৰু আলোচনীৰ কপি আপোনালৈ যেনে তেনে পঠাম আৰু লগত টলষ্টয় প্ৰণীত কিতাপৰ ইংৰাজী সংস্কৰণ কিছুমানো পঠাম। এই কিতাপবোৰ 'দি ফ্ৰি এজ প্ৰেছে' প্ৰকাশ কৰিছে।

আপোনাৰ আন্দোলনৰ বিষয়ে ইংলণ্ডত বেছি জনাজাত হোৱাটো মই বাঞ্ছনীয় বুলি ভাবো। টলষ্টয় আৰু মোৰ বিশিষ্ট বন্ধু মিচেছ ফাইভী মেয়োক আপোনালৈ চিঠি দিবলৈ অনুৰোধ কৰিছো। এওঁ গ্লাচগোত থাকে। তেওঁ এজনা সাহিত্যিক, মেধা-বিশিষ্টা আৰু গ্ৰন্থকাৰ হিচাপে ইংলণ্ডত জনাজাত। তেওঁলৈ আপুনি আপোনাৰ সকলো পুথি পঠালে ভাল হব। আপোনাৰ আন্দোলনৰ বিষয়ে প্ৰবন্ধ লিখাত তেনে কিতাপে সমল যোগাব। প্ৰবন্ধ প্ৰকাশ হলে আপোনাৰ কাম আৰু আপোনাৰ কৰ্মস্থলৰ প্ৰতি বহুতৰ মনোযোগ আকৰ্ষিত হব। মিচেছ মেয়োৱে বোধহয় আপোনালৈ লিখিব।

মোৰ আন্তৰিক শুভেচ্ছাৰে। অনুগ্ৰহ কৰি মিঃ কালেনবাছক ইয়াৰ লগত পঠোৱা চিঠিখন দিব।

–ভি-চাৰ্টক'ভ

চাৰ্টক'ভৰ ভাষাতে টলষ্টয়ে গান্ধীলৈ পঠোৱা চিঠিখনেই আছিল মহান ৰুছ দাৰ্শনিক আৰু লেখকজনৰ শেষ চিঠি। গান্ধীজীয়ে এই চিঠি পোৱাৰ বেই সপ্তাহমান পাছত টলষ্টয়ৰ বিয়োগ ঘটে। তেওঁৰ বিয়োগৰ বাতৰি পাই গান্ধীজী স্বাভাৱিকতে মৰ্মাহত হৈছিল। টলষ্টয় আৰু গান্ধীৰ মাজৰ যোগাযোগ কম দিনৰ আছিল, তথাপি এই মহান ব্যক্তিদ্বয়ৰ মাজত ৰাষ্ট্ৰ, ধৰ্ম, সমাজ, মানৱতা, সত্য, অহিংসা, যুদ্ধ, সততা আদিৰ বিষয়ত মনৰ মিল আছিল। সেইয়া সীমিত সংখ্যাৰ পত্ৰিকখনত স্পষ্টভাবে প্ৰকাশ হৈছে। ভাৰতৰ মহাত্মা আৰু ৰুছিয়াৰ মহৰ্ষি—এই দুজনৰ চিন্তাধাৰা আৰু আদৰ্শৰ ওপৰত গভীৰ আৰু আন্তৰ্জাতিক আলোচনাৰ অৱকাশ আছে, কিয়নো দুয়োজনে মানবজাতিৰ কল্যাণ আৰু বিশ্ব-শান্তি স্থাপনৰ বাবে বিস্মৰণীয় অৰিহণা দি গৈছে। এই অৰিহণাৰপৰা তেওঁলোকৰ উত্তৰকালৰ চিন্তাশীল লোকে যথেষ্ট উৎস লাভ কৰিব পাৰে।

টলষ্টয়ৰ মৃত্যুৰ সময়ত গান্ধীজী দক্ষিণ আফ্ৰিকাত আছিল। ১৯১০ চনৰ

২৬ নবেম্বৰৰ 'ইণ্ডিয়ান ওপিনিয়ন' কাকতত গুজৰাটী ভাষাত 'চিৰস্মৰণীয় মহান টলষ্টয়' শিতানত এটা শোকাৰ্ঘ্য প্ৰকাশ কৰিছিল। এই শোকাৰ্ঘ্যটো গান্ধীজীৰ নামত প্ৰকাশ হোৱা নাছিল, সম্পাদকীয় হিচাপেহে ছপা হৈছিল, কিন্তু সম্পাদকীয়টো লিখিছিল গান্ধীজী নিজে। তাত এইদৰে লিখা আছিল ঃ 'মহান টলষ্টয়ে ভৰ বয়স ৮৩ বছৰত নশ্বৰ দেহত্যাগ কৰিলে। তেওঁৰ মৃত্যু হল বুলি কোৱাতকৈ তেওঁ নশ্বৰ দেহত্যাগ কৰিলে বুলি কলেহে সমীচীন হব। টলষ্টয়ৰ আত্মাৰ মৃত্যু হব নোৱাৰে। তেওঁৰ নাম চিৰকাল অমৰণ হৈ থাকিব। যি ধূলিত তেওঁৰ দেহ আছিল তেওঁৰ দেহ সেই ধূলিলৈ গ'ল।

টলষ্টয়ক সমগ্ৰ বিশ্বই জানে, কিন্তু এজন সৈনিক হিচাপে নহয়, যদিও তেওঁ এজন নিপুণ সৈনিক হিচাপে খ্যাতি অৰ্জন কৰিছিল, লেখক হিচাপে নহয়, যদিও লেখক হিচাপে সঁচাকৈয়ে তেওঁৰ খ্যাতি আছে, সম্ভ্ৰান্ত বংশৰ বুলিও নহয়, যদিও তেওঁ অগাধ সম্পত্তিৰ মালিক আছিল। তেওঁক বিশ্বই এজন সৎলোক বুলি জানে। ভাৰতত আমি তেওঁক মহৰ্ষি বা ফকিৰ বুলি আখ্যা দিলোহেঁতেন। তেওঁ নিজৰ সা-সম্পত্তি ত্যাগ কৰিছিল। এজন সাধাৰণ খেতিয়কৰ দৰে জীৱন-যাপন কৰাৰ বাবে সুখ-সম্ভোগৰ জীৱনো ত্যাগ কৰিছিল। টলষ্টয়ে যি প্ৰচাৰ কৰিছিল, তাক তেওঁ নিজে কামত খটুৱাইছিল। এইটো তেওঁৰ মহৎ গুণ আছিল। সেই কাৰণে হাজাৰ বিজাৰ লোকে তেওঁৰ বচন বা শিক্ষা একাগ্ৰভাৱে গ্ৰহণ কৰে।

আমি বিশ্বাস কৰো যে যিমানেই সময় বাগৰি যাব সিমানেই টলষ্টয়ৰ বাণীয়ে প্ৰশংসা লাভ কৰিব। তেওঁৰ বাণীৰ বুনিয়াদ আছিল ধৰ্ম। খৃষ্টান হিচাপে তেওঁ খৃষ্টান ধৰ্মক উত্তম ধৰ্ম বুলি বিশ্বাস কৰা নাছিল। কিন্তু আন ধৰ্মক উপেক্ষা কৰা নাছিল। বৰঞ্চ, তেওঁ কৈছিল যে সকলো ধৰ্মত সত্য বিৰাজমান। লগতে ইয়াকো কৈছিল যে স্বাৰ্থপৰ খৃষ্টান পুৰোহিত মোল্লা আৰু ব্ৰাহ্মণসকলে খৃষ্টান আৰু আন ধৰ্ম-বোৰ বিকৃত কৰিছিল আৰু জনগণক ভুলপথে পৰিচালিত কৰিছিল।

'টলষ্টয়ে বিশেষকৈ বিশ্বাস কৰিছিল যে সকলো ধৰ্মমতে আত্মিক শক্তি পাশৱিক শক্তিতকৈ শ্ৰেয় আৰু পাপৰ প্ৰতিশোধ পাপেৰে নহয় সতভাৱে লব লাগে। পাপ হৈছে ধৰ্মৰ বিপৰীত। অধৰ্মক অধৰ্মেৰে নিবাময় কৰিব নোৱাৰি, কেৱল ধৰ্মৰ দ্বাৰাই হে পাৰি। এজন ধৰ্মপ্ৰেমী লোকে আনকি তেওঁৰ শত্ৰুৰো অহিত চিন্তা নকৰে। গতিকে মানুহে যদি ধৰ্মৰ পথ অনুসৰণ কৰিবলৈ ইচ্ছা কৰে তেন্তে তেওঁলোকে কোনো বেয়া কাম কৰিব নালাগে—মাত্ৰ ভাল কামহে কৰিব লাগে।'

'তেওঁৰ জীৱনৰ শেহৰ ফালে টলষ্টয়ে 'ইণ্ডিয়ান ওপিনিয়নৰ' কপিৰ প্ৰাপ্তিস্বীকাৰ

কৰি গান্ধীলৈ এখন চিঠি লিখিছিল, সেই চিঠিত এই ভাববোৰ প্ৰকাশ হৈছিল। চিঠিখন ৰুছ ভাষাত লিখা আছিল। এই সংখ্যাত আমি তাৰ গুজৰাটী ভাঙনি প্ৰকাশ কৰিছো। গুজৰাটী ভাঙনি ইংৰাজীৰপৰা কৰা হৈছে। এইটো অধ্যয়নৰ উপযোগী। সত্যাগ্ৰহ সম্পৰ্কে তেওঁ যি লিখিছে তাক সকলোৱে চিন্তা কৰি চাব লাগে। তেওঁৰ মতে ট্ৰান্সভাল আন্দোলনে বিশ্বত এটা চিন ৰাখিব। টলষ্টয়ে কৈছে যে তাৰপৰা প্ৰত্যেকে শিকিবলগীয়া বহু কথা আছে। সত্যাগ্ৰহীসকলৰ প্ৰতি তেওঁ উৎসাহ আগবঢ়াইছে, শাসকসকলৰপৰা নহলেও, ঈশ্বৰৰপৰা ন্যায়বিচাৰ পাব বুলি সত্যাগ্ৰহীসকলক তেওঁ আশ্বাস দিছে। শাসকসকলে তেওঁলোকে স্বাৰ্থৰ খাতিৰত সত্যাগ্ৰহত নিশ্চয় অসন্তুষ্ট হব। তথাপি সত্যাগ্ৰহীয়ে ধৈৰ্য ধৰিব লাগিব আৰু আন্দোলন চলাই থাকিব লাগিব। ৰুছিয়াৰ আহিঁ দেখুৱাই টলষ্টয়ে কৈছে যে ৰুছিয়াতো সৈনিকসকলে তেওঁলোকৰ কামৰ প্ৰতি পিঠি দিছে। তেওঁ কৈছে যে ৰুছিয়াত বৰ্তমান আন্দোলনে কোন স্থায়ী ফল দেখুৱাব পৰা নাই যদিও, অৱশেষত ই এটা ডাঙৰ আকাৰ লব আৰু ৰুছিয়া মুক্ত হব।

'আমাৰ কৰ্তব্যত আমি টলষ্টয়ৰ যি আশীৰ্বাদ লাভ কৰিছো সেইয়া আমাৰ কাৰণে কম উৎসাহজনক নহয়। আজিৰ সংখ্যাত ইণ্ডিয়ান ওপিনিয়নত টলষ্টয়ৰ ছবি এখন প্ৰকাশ কৰিলো।'

'ইণ্ডিয়ান ওপিনিয়ন'ৰ আন এটা টোকাত লিখা আছিল ঃ

'স্বৰ্গীয় কাউণ্ট লিও টলষ্টয় সম্বন্ধে আমি পৰম শ্ৰদ্ধাৰে লিখিব পাৰো। আমাৰ মানত তেওঁৰ যুগৰ কি কোনো শ্ৰেষ্ঠ পুৰুষতকৈও তেওঁ ডাঙৰ। আমি যিমান দূৰ বুজিছো তেওঁৰ শিক্ষা অনুসৰণ কৰিবলৈ চেষ্টা কৰিছো। তেওঁৰ অনুকৰণীয় নীতিৰে মানৱজাতিৰ কাৰণে তেওঁ জীৱনত যি কাম আৰম্ভ কৰিছিল, তেওঁৰ দৈহিক জীৱন অৱসানৰ পাছত সেই কামে তেওঁৰ শেহ স্পৰ্শ লাভ কৰিলে। টলষ্টয়ৰ মৃত্যু হোৱা নাই, সমগ্ৰ বিশ্বত তেওঁৰ যিমান অনুগামী আছে তেওঁলোকৰ মাজেদি তেওঁ জীয়াই আছে। আমাৰ দৃঢ় বিশ্বাস যে সময় অতিবাহিত কৰাৰ লগে লগে তেওঁৰ শিক্ষা আৰু উপদেশ মানৱজাতিক অধিকভাৱে স্পৰ্শ কৰিব। তেওঁ এজন ভক্ত খৃষ্টান আছিল যদিও, তেওঁ কেৱল খৃষ্টান ধৰ্মৰ প্ৰকৃত ব্যাখ্যা কৰা নাছিল, জগতৰ সকলো ধৰ্মত যে সত্য নিহিত আছে তাৰ এটা বাস্তৱ চিত্ৰ দাঙি ধৰিছিল, তেওঁৰ মতে বৰ্তমান যুগৰ পাশৱিক শক্তিৰ ওপৰত প্ৰতিষ্ঠিত মানৱ অন্তৰ্নিহিত দেৱতাৰ অস্বীকৃতি মাথোন। আন কোনো শিক্ষকৰ বাণীত এনে ভাব পোৱা নাযায়। অন্তৰ্নিহিত মনুষ্যত্ব উপলব্ধি কৰাৰ আগতে মানুহে পশু-বল ত্যাগ কৰি তাৰ ঠাইত সকলো কামৰ মাজেদি প্ৰেম-ভাব প্ৰতিষ্ঠা কৰিব লাগে বুলি টলষ্টয়ে দেখুৱাই গৈছে।'

কানাডাৰ ভাঙ্কোবাৰৰপৰা প্ৰকাশিত 'দি হিন্দুস্থানৰ' সম্পাদক দেশান্তৰী বিপ্লবী তাৰকনাথ দাসলৈ ১৯০৮ চনৰ ৪ ডিচেম্বৰত 'লেটাৰ টু এ হিন্দু'লৈ লিখা চিঠিখনে গান্ধীজীৰ মন বিশেষভাবে আকৰ্ষণ কৰিছিল। সেই কাৰণে এই চিঠিখন গুজৰাটী ভাষাত ছপা কৰি বহুলভাৱে গান্ধীজীয়ে প্ৰচাৰ কৰিছিল। চিঠিখনৰ পূৰ্ণপাঠ 'ইণ্ডিয়ান ওপিনিয়ন'ত প্ৰকাশ হৈছিল। তাৰ লগত গান্ধীজীয়ে টলষ্টয়ৰ চিঠিখনৰ ওপৰত এটা পাতনি লিখিছিল। পাতনিটোত লিখা কথাখিনি তলত দিয়া হ'ল ঃ

এচ-এচ কিলডোনান কেছল

নবেম্বৰ ১৮, ১৯০৮

'কাউণ্ট টলষ্টয় এজন বুহ সম্ভ্ৰান্ত লোক। তেওঁ জীৱনত সম্পূৰ্ণভাৱে লাহ-বিলাস উপভোগ কৰিছে আৰু একালত তেওঁ এজন সাহসী যোদ্ধা আছিল। তেওঁৰ সমকক্ষ কোনো যুৰোপীয় লেখক নাই। বহুত অভিজ্ঞতা আৰু অধ্যয়নৰ পাছত তেওঁ এই সিদ্ধান্তত উপনীত হৈছিল যে বিশ্বত যিবোৰ ৰাজনৈতিক নীতি সাধাৰণতে গ্ৰহণ কৰা হৈছে সেইবোৰ ভুল। তেওঁৰ মতে এই ভুলৰ কাৰণ আমাৰ প্ৰতিশোধৰ প্ৰয়াস—এই স্বভাৱটো আমাৰ কাৰণে ঠিক নহয় আৰু ই সকলো ধৰ্মীয় নীতিৰ পৰিপন্থী। তেওঁৰ বিশ্বাস মতে আঘাতৰ বিনিময়ত আঘাত নকৰিলে আমাক আৰু আমাৰ শত্ৰু উভয়কে কোনো অন্যায় নকৰে। তেওঁৰ মতে যিজনে আঘাত কৰে তেনে আঘাতকাৰীক আঘাত দিব নালাগে, তাৰ পৰিবৰ্তে আঘাতকাৰীজনক প্ৰেমেৰে পুৰস্কৃত কৰিব লাগে। পাপৰ বিনিময়ত প্ৰেম—এই নীতিত তেওঁৰ অকৃত্ৰিম বিশ্বাস আছিল। ইয়াৰপৰা টলষ্টয়ে বুজাইছিল যে যিসকলে কষ্টভোগ কৰে তেওঁলোকে তাৰ প্ৰতিকাৰ বিচাৰিব নালাগে। আমি আমাৰ দোষৰ কাৰণে কষ্ট ভুগিব লাগে বুলি তেওঁ ভাবিছিল। আমি যদি এজন নিৰ্যাতনকাৰীৰ ওচৰত নত নহওঁ, তেন্তে নিৰ্যাতনকাৰীজনৰ চেষ্টা ব্যৰ্থ হ'ব। কোনেও মোক বং চাবৰ মনেৰে লাঠি নামাৰে। তাৰ তেনে কাৰ্যৰ গভীৰ কাৰণ থাকিবই। আমি তেওঁৰ বিৰোধিতা কৰিলে তেওঁৰ ওচৰত নতি মানিবলৈ তেওঁ লাঠি মাৰিব। লাঠিমৰা সত্বেও আমি যদি তেওঁৰ হুকুম মানিবলৈ অস্বীকাৰ কৰো, তেতিয়া মোক লাঠি মাৰিবলৈ এৰিব। তেনে কৰৰ বা নকৰক, সেইয়া মোৰ পক্ষে ডাঙৰ কথা নহয়, তেওঁৰ হুকুম যে অন্যায় সেইটোহে মোৰ পক্ষে ডাঙৰ কথা। অন্যায় হুকুমৰ ওচৰত সেও হোৱাটোকে দাসত্ব বোলা হয়, লাঠি খাই কষ্টভোগ কৰাটোক দাসত্ব নুবুজায়। এইটো টলষ্টয়ৰ শিক্ষাৰ মূলকথা।

চিঠিখন ( 'লেটাৰ টু এ হিন্দু' ) গুৰিতে ইংৰাজীত লিখা আছিল। তাৰ ইংৰাজী অনুবাদ টলষ্টয়ে নিজে কৰিছিল আৰু 'ফ্ৰি হিন্দুস্থান'ৰ সম্পাদকৰ চিঠিৰ উত্তৰত সেই

চিঠিখন পঠোৱা হৈছিল। সম্পাদক জনে টলষ্টয়ৰ বিপৰীত মত পোষণ কৰিছিল। সেই কাৰণে সম্পাদক তাৰক দাসে তেওঁৰ কাকত 'ফ্রি হিন্দুস্থান'ত টলষ্টয়ৰ চিঠিখন প্রকাশ নকৰিলে। চিঠিখন মোৰ হাতত পৰাত মোৰ এজন বন্ধুযে টলষ্টয়ৰ চিঠিখন প্রকাশ কৰা উচিত হব নে নহয় মোক সুধিছিল। চিঠিখন মোৰ ভাল লাগিছিল। অৱশ্যে চিঠিখনৰ নকল এটাহে দেখিছিলো. এই নকলটো টলষ্টয়লৈ পঠিয়াই ইয়াৰ প্রকাশৰ বাবে অনুমতি বিচাৰিছিলো আৰু চিঠিখন তেওঁৰ লিখা হয় নে নহয় তাকো জানিবলৈ বিচাৰিছিলো। তেওঁৰ অনুমতি পোৱাৰ পাছত চিঠিখনৰ ইংৰাজী আৰু গুজৰাটী পাঠ প্রকাশ কৰা হল।

'মোৰ পক্ষে টলষ্টয়ৰ চিঠিখন বৰ মূল্যবান। যি সকলে ট্রান্সভাল আন্দোলনৰ অভিজ্ঞতা পাইছে তেওঁলোকে তৎক্ষণাৎ তাৰ মূল্য হৃদয়ঙ্গম কৰিব। মুষ্টিমেয় ভাৰতীয় সত্যাগ্রহী কেইজনমানে ট্রান্সভাল চৰকাৰৰ বন্দুকৰ শক্তিৰ বিৰুদ্ধে প্রেম বা আত্মিক শক্তি প্রয়োগ কৰিছে। সি টলষ্টয়ৰ শিক্ষা তথা সকলো ধর্মৰ মূল নীতি। খোদা-ঈশ্বৰে আমাৰ আত্মাক এনে বল যোগাইছে যে তাৰ ওচৰত পাশবিক শক্তি নিষ্ফল। ট্রান্সভাল চৰকাৰৰ বিৰুদ্ধে আমি তেনে শক্তি প্রয়োগ কৰিছো, কোনো ঘৃণা বা প্রতিশোধৰ বশৱর্তী হৈ নহয় কেৱল তাৰ অন্যায়ৰ বিৰোধিতা কৰিবলৈ সেই শক্তি প্রয়োগ কৰিছো।

'সত্যাগ্রহ যে কি আনন্দৰ অভিজ্ঞতা তাক যিসকলে নাজানে তেওঁলোকে জুইৰ শিখাত চন্দা পোক পৰাৰ দৰে বর্তমান ভুৱা সভ্যতাৰ মাজত পৰিছে, তথাপি তেওঁলোকে টলষ্টয়ৰ চিঠিখনৰ সোৱাদ পাব আৰু এনেকুৱা ধর্মীক চিন্তা কৰি চাব লাগে।

'যিসকল ভাৰতীয় লোকে শ্বেতাংগ লোকসকলক ভাৰতবৰ্ষৰ পৰা বহিষ্কাৰ কৰিবলৈ ধৈর্য্যচ্যুত হৈছে তেওঁলোকৰ প্রতি টলষ্টয়ে এটা সহজ উত্তৰ দিছে। তেওঁৰ মতে আমি আমাৰ দাস হৈছোহক, বৃটিছৰ নহয়। এই কথাখিনি আমি হৃদয়ত সাচ মাৰি ৰাখিব লাগে। শ্বেতাংগসকল ভাৰতত থাকিব নোৱাৰে, যদি আমি তেওঁলোকক তাত নাৰাখো। যিসকলে খাৰ-বাৰুদৰ দ্বাৰা শ্বেতাংগসকলক বহিষ্কাৰ কৰিবলৈ ইচ্ছা কৰে, তেওঁলোকে এবাৰ ভাবি চাওক চোন য়ুৰোপে তেনে ব্যৱস্থাৰ পৰা কি কণ লাভ কৰিছে।

'ভাৰতৰ স্বাধীনতাত প্রত্যেকজন সুখী হব। সেইটো কেনেকৈ কৰিব পৰা যায় সেই সম্পর্কে প্রত্যেকৰে এবেটা মত আছে। এনে মানুহৰ কাৰণে টলষ্টয়ে এটা সৰল বাট দেখুৱাইছে।

'টলষ্টয়ে উক্ত চিঠিখন এজন ভাৰতীয়ৰ প্রতি লিখিছে। সেই কাৰণে তাত হিন্দু ধর্মপুথিৰ ভাব উল্লেখ কৰিছে। তেনে ভাব দৰাচলতে সকলো ধর্মৰ গ্রন্থত পোৱা যায়। হিন্দু, মুছলমান আৰু পাৰ্চিৰ কাৰণে সেইভাব গ্রহণীয়। ধর্মীয় নিয়ম আৰু গোড়া

মতবাদৰ মাজত মিল থাকিব পাৰে, কিন্তু ধৰ্মীয় নীতিবোৰ একেই। সেই বাবে মই প্ৰত্যেক পাঠকৰ নৈতিক নীতি শাস্ত্ৰৰ বিষয়ে চিন্তা কৰিবলৈ উপদেশ দিওঁ।

'টলষ্টয়ৰ সকলো মত গ্ৰহণ কৰো বুলি কোনেও ভাবিব নালাগে। তেওঁক মই মোৰ এজন শিক্ষক বুলি জ্ঞান কৰো। মই তেওঁৰ সকলো মত মানি নলওঁ। তেওঁৰ শিক্ষাৰ মূল নীতি মোৰ পক্ষে সম্পূৰ্ণ গ্ৰহণীয় আৰু তলৰ চিঠিখন অৰ্থাৎ 'লেটাৰ টু এ হিন্দু'ত তেওঁৰ মূল নীতি বৰ্ণনা কৰা আছে।

'চিঠিখনত তেওঁ কোনো ধৰ্মৰ অন্ধ বিশ্বাস বুজাই এৰা নাই। সেই বুলি হিন্দু বা আন যি কোনো ধৰ্মৰ অহংকাৰী অনুসৰণকাৰীয়ে টলষ্টয়ৰ শিক্ষাৰ বিৰোধিতা কৰিব নালাগে। তেওঁ প্ৰত্যেক ধৰ্মৰ মূলনীতি গ্ৰহণ কৰে। আমাৰ পক্ষে সেইটোৱে যথেষ্ট। অধৰ্মই যেতিয়া ধৰ্মৰ ভূমিকা লয়—আৰু সচৰাচৰ সেইটো হোৱা দেখা যায়—তেতিয়া আনকি প্ৰকৃত ধৰ্মৰো বিঘিনি ঘটে। এই কথা টলষ্টয়ে সঘনে আঙুলিয়াই দিছে। আমি যি ধৰ্মৰে মানুহ নহওঁ, টলষ্টয়ৰ চিন্তাধাৰাৰ প্ৰতি আমি গভীৰ মনোযোগ দিব লাগে···।

মোহনদাস কৰমচাঁদ গান্ধী'

পাণ্ডুলিপিৰ দ্বিতীয় খণ্ড পিছদিনা ( ১৯ নবেম্বৰ ) গান্ধীজীয়ে লিখিছিল, কিন্তু প্ৰথম আৰু দ্বিতীয় খণ্ড 'ইণ্ডিয়ান ওপিনিয়ন'ৰ ২৫ নবেম্বৰৰ সংখ্যাত একেলগে প্ৰকাশ কৰিছিল। দ্বিতীয়খণ্ডত তেওঁ লিখা কথা আছিল ঃ

এচ-এচ কিল্ডোনান

নবেম্বৰ ১৯, ১৯০৯

'তলত প্ৰকাশিত চিঠিখন টলষ্টয়ে বুছভাষাত লিখা চিঠিখনৰ ভাঙনি। ভাঙনি কৰিছিল টলষ্টয়ৰ এজন অনুবাদকে আৰু 'ফ্ৰি হিন্দুস্থান' বাতৰি কাকতৰ সম্পাদকলৈ চিঠিখন তেওঁ সম্বোধন কৰিছিল। ইহাত সিহাত হৈ চিঠিখন এজন বন্ধুৰ যোগেদি অৱশেহত মোৰ হাতত পৰেহি। টলষ্টয়ৰ লিখনিত মন থকা এজন বন্ধুৱে চিঠিখন প্ৰকাশ যোগ্য হয় নে নহয় মোক সুধিছিল। মই প্ৰকাশযোগ্য বুলি তৎক্ষণাৎ উত্তৰ দিছিলো। চিঠিখন মই নিজে গুজৰাটী ভাষালৈ অনুবাদ কৰিম আৰু ভাৰতীয় আন মাতৃ ভাষাতো অনুবাদ কৰিবলৈ উৎসাহ দিম বুলি বন্ধুজনক জনাইছিলো।

'মই পোৱা চিঠিখন টাইপ কৰা আছিল। সেই কাৰণে লেখকজনক অৰ্থাৎ টলষ্টয়ক জনাইছিলো আৰু তেওঁৰ চিঠি বুলি মোক জানিবলৈ দিছিল। লগতে চিঠিখন প্ৰকাশৰ বাবে অনুমতি দিছিল।

'সেই মহান শিক্ষকজনৰ অন্যতম অনুসৰণকাৰী আৰু যিহেতু তেওঁক মই বহুদিনৰ-পৰা পথ-প্ৰদৰ্শক হিচাপে মানি লৈছিলো সেই কাৰণে তেওঁৰ চিঠিখন প্ৰকাশ কৰা

কামত সংশ্লিষ্ট হবলৈ পাই মই সন্মানিত হ'ম বুলি ভাবিছো আৰু চিঠিখন বিশ্বৰ আগত সদৰি কৰিবলৈ ওলাইছো।

'এইটো সঁচা যে প্ৰত্যেক ভাৰতবাসীৰ জাতীয় আকাঙ্ক্ষা আছে, সেইটো তেওঁ স্বীকাৰ কৰক বা নকৰক সেই আকাঙ্ক্ষা পূৰণৰ বাবে ভাৰতীয় জাতীয়তাবাদী যিমান লোক আছে তিমান মতো আছে, বিশেষকৈ সেই উদ্দেশ্য পূৰণ কৰা পদ্ধতিৰ ক্ষেত্ৰত।

'সেই উদ্দেশ্য লাভ কৰাৰ অন্যতম গৃহীত আৰু সময়সাপেক্ষ উপায় হিংসাবাদ। ছাৰ কাৰ্জন ৱালিৰ (এওঁ বৃটিছ চৰকাৰৰ ভাৰত-সচিবৰ ৰাজনৈতিক গা-ৰখীয়া আছিল আৰু ১৯০৯ চনৰ পহিলা জুলাইত মদনলাল ডিংৰা নামৰ যুবক এজনে তেওঁক গুলিয়াই হত্যা কৰিছিল) হত্যা সেই উপায়ৰ এটা জঘন্য উদাহৰণ আছিল। অত্যাচাৰ নিৰ্মূল কৰাৰ বাবে হিংসাত্মক উপায় দূৰীকৰণৰ ক্ষেত্ৰত টলষ্টয়ে তেওঁৰ জীৱন উছৰ্গা কৰিছে। অন্যায়ৰ বিৰোধিতা নকৰাকৈ সংস্কাৰ আহৰণ কৰাতো তেওঁৰ অবদান মহৎ। হিংসাৰ যোগেদি প্ৰকাশিত হিংসাক তেওঁ আত্মশুদ্ধিৰ দ্বাৰা প্ৰকাশিত প্ৰেমেৰে দখল কৰিছিল। প্ৰেমৰ মহৎ আৰু ঐশ্বৰিক গুণক কেতিয়াও তেওঁ ম্লান হবলৈ দিয়া নাছিল। তেওঁ মানৱ জাতিক অতিষ্ঠ কৰা সকলো সমস্যাত এই নীতি প্ৰযোগ কৰিছিল।

'পাশ্চাত্য জগতত যিসকলে অতি পৰিষ্কাৰভাৱে চিন্তা কৰে তেওঁলোকৰ ভিতৰত টলষ্টয় এজন। তেওঁ শ্ৰেষ্ঠ লেখক শ্ৰেণীৰো অন্যতম। হিংসা আৰু বলপ্ৰয়োগ কি আৰু কি কৰিব পাৰে সৈনিক হিচাপে টলষ্টয়ে তাক বুজিছিল। বিজ্ঞানৰ তথাকথিত আধুনিক বিধানক জাপানে অন্ধভাবে অনুসৰণ কৰাৰ বাবে তেওঁ নিন্দা কৰিছিল আৰু সেইয়া সেই দেশৰ 'ডাঙৰ দুৰ্যোগ' বুলি আশংকা কৰিছিল। আমি চিন্তা কৰিব লাগে যাতে আমি ইংৰাজৰ আমোলত অধৈৰ্য হৈ এটা অন্যায়ৰ ঠাইত আনকে ডাঙৰ অন্যায়ক সাৱটি নলও। ভাৰতবৰ্ষ পৃথিৱীৰ মহৎ ধৰ্ম-বিশ্বাসৰ লালন-পালনৰ স্থান। এনে ভাৰতবৰ্ষই যদি প্ৰচলিত সভ্যতাৰ আশ্ৰয় লয়, তেন্তে ভাৰতবৰ্ষৰ আন যি কি নহওক ই জাতীয়বাদী ভাৰতবৰ্ষ হৈ নাথাকিব, কিয়নো তেতিয়া বন্দুক তৈয়াৰ কৰা কাৰখানা আৰু ঘৃণনীয় শিল্প-প্ৰথাই যুৰোপৰ মানুহক যিদৰে দাস কৰিছে, যি শিল্প-প্ৰথাই মানৱ পৰিয়ালৰ উত্তৰাধিকাৰী সৎ গুণবোৰ মানুহৰ মাজত নোহোৱা কৰি পেলাইছে সেই একে অৱস্থা পবিত্ৰ ভাৰতবৰ্ষত প্ৰতিষ্ঠা হব।

'যদি ভাৰতবৰ্ষত ইংৰাজসকলক নালাগে বুলি কও, তেন্তে আমি তাৰ বাবে মূল্য দিব লাগিব। টলষ্টয়ে তাৰ ইংগিত দিছে। 'অন্যায় প্ৰতিৰোধ নকৰিবা, অন্যায়ৰ লগত সহযোগিতা নকৰিবা, আইন-আদালত পৰিচালনাৰ হিংসাত্মক কামতো সহযোগিতা নকৰিবা, কৰ-কাটল আদায়ৰ ক্ষেত্ৰতো সহযোগিতা নকৰিবা, আৰু

আটাইতকৈ ডাঙৰ কথা সৈন্যবাহিনীৰ কাম-কাজত সহযোগী নহবা, তেতিয়া বিশ্বৰ কোনেও তোমাক দাসত্ব বন্ধনত আনিব নোৱাৰে ঃ' ইয়াছনায়া পোলিয়ানাৰ ঋষিজনে— টলষ্টয়ে—এই ঘোষণা দিছে। টলষ্টয়ৰ কোৱা কথা যেনে ২০ কোটি মানুহক এটা বেপাৰী জাতিয়ে দাস কৰিছে—যি কোনো মানুহক কোৱা তেওঁ তাৰ অৰ্থ বুজিব নোৱাৰিব। ভাৰতত থকা বিশ হাজাৰ মানুহে অৰ্থাৎ বৃটিছে—এওঁলোক মাল যুঁজাৰু নহয়, বৰং দুৰ্বল আৰু কুশ্ৰী—বিশ কোটি শক্তিমান, চোকা আৰু মুক্তি-প্ৰয়াসী মানুহক দাসত্বলৈ আনিছে ইয়াৰ অৰ্থ কি ? এই তথ্যই প্ৰমাণ নকৰে যে ইংৰাজে নহয় ভাৰতবাসীয়ে নিজে নিজক দাসত্বলৈ নিছে। ( সেই সময়ত ভাৰতবৰ্ষৰ জনসংখ্যা ২০ কোটি আছিল। )'

'টলষ্টয়ৰ সকলো মত মানি লব নালাগে, কিযনো তেওঁৰ কিছুমান মত শুদ্ধভাৱে বৰ্ণনা কৰা নাই। তথাপি বৰ্তমান সময়ৰ বিষয়ে কোৱা তেওঁৰ কথা মূলতঃ সত্য, আৰু শৰীৰৰ ওপৰত আত্মাৰ শক্তি অদম্য আৰু আত্মাৰ অন্যতম গুণ প্ৰেম-শক্তি। এই প্ৰেম-শক্তি আমাৰ মাজত অন্যান্য আশীৰ্বাদৰ আগ্ৰত কৰা পাশবিক শক্তিৰ ঊৰ্দ্ধত।

'এইটো সঁচা যে টলষ্টয়ে যি শিক্ষা দিছে তাত কোনো নতুনত্ব নাই, কিন্তু পুৰণি সত্যকে যিভাবে দাঙি ধৰিছে সি সুন্দৰ আৰু অকাট্য। তাৰ উপৰিও, তেওঁ যি কয় তাক কামত পৰিণত কৰিবলৈ চেষ্টা কৰে। বিশ্বাস জনাবলৈ তেওঁ শিক্ষা দিয়ে, তেও সৰল আৰু দৃঢ়-প্ৰতিজ্ঞ। তেওঁ সকলোৰে মন আকৰ্ষণ কৰে।

এম-কে গান্ধী'

টলষ্টয়-গান্ধীৰ পত্ৰালাপৰপৰা দেখা যায় যে টলষ্টয়ে 'ফ্ৰি হিন্দুস্থান'ৰ সম্পাদক তাৰক নাথ দাসলৈ লিখা চিঠিখনে গান্ধীজীক বিশেষভাৱে মুগ্ধ কৰিছিল। তাৰ উপৰিও, টলষ্টয়ে লিখা ছখন গ্ৰন্থই তেওঁৰ ওপৰত যথেষ্ট প্ৰভাৱ পেলাইছিল। এই ছখন গ্ৰন্থ আছিল—'দি কিংডম অব গড উইদিন ইউ', 'হোৱাট ইজ আৰ্ট ?', 'শ্লেভাৰী অব আৱাৰ টাইম', 'দি ফাৰ্ষ্ট ষ্টেপ', আৰু 'হাও হেল উই এচ্‌কেপ'। 'লেটাৰ টু এ হিন্দু' চিঠিখন পঢ়াৰ পাছত গান্ধীজীয়ে টলষ্টয়ৰ এই গ্ৰন্থকেইখন পঢ়িছিল আৰু বুছ মনীষীজনৰ লগত পত্ৰালাপ কৰিবলৈ উৎসাহিত হৈছিল। সেই কাৰণে এই চিঠিখন ঐতিহাসিকতা আৰু গুৰুত্ব মনকৰিবলগীয়া। উল্লেখ কৰা প্ৰয়োজন যে ১৯০৮ চনৰ ২৪ মেইত তাৰক দাসে টলষ্টয়লৈ যিখন চিঠি লিখিছিল তাত তলত দিয়া কথাখিনি দিছিলঃ

'মহাশয়, আমাৰ দিনত মানব জাতিৰ কল্যাণৰ বাবে যি সকলে কাম কৰে তেওঁলোকৰ কাৰণে আপোনাৰ জীৱন এখন ঢাল আৰু অস্ত্ৰ স্বৰূপ। আপোনাৰ লিখাবোৰত আপুনি বুছ জনসাধাৰণৰ জীৱন বৰ্ণনা কৰিছে আৰু তাৰদ্বাৰা সভ্য জগতৰ চকু মেল খাইছে আৰু তেওঁলোকৰ প্ৰতি গভীৰ সহানুভূতি প্ৰকাশ পাইছে।

'আপোনাৰ নৈতিক বলে বৃহ স্বেচ্ছাচাৰী শক্তিক দুৰ্বল কৰিছে। এই স্বেচ্ছাচাৰী শক্তিয়ে সকলো প্ৰগতিবাদীক শাস্তি দিছিল, এতিয়া এই শক্তি আপোনাৰ কাম-কাজত ভয় পাইছে আৰু মিটমাট কৰাৰ প্ৰয়াসে নিস্তব্ধ হৈছে।

'এইটো সঁচা যে বৃহ জনসাধাৰণ পদদলিত, কিন্তু ভাৰতৰ জনসাধাৰণৰ লগত বিজালে বৃহৰ মানুহক আটাইতকৈ নিষ্পেষিত বুলি কব নোৱাৰি। বিশ্বৰ জাতি-সমূহৰ ইতিহাসৰ লগত আমি পৰিচিত। আমি যি দাসত্ব অৱস্থাত বাস কৰো আপুনি তাক জানে। ছাৰ উইলিয়ম দিগ্‌বীয়ে তেওঁৰ 'প্ৰসপাৰছ্ বৃটিছ ইণ্ডিয়া' নামৰ পুথিত নিঃসন্দেহে প্ৰমাণ কৰিছে যে ১৮৯১-১৯০০ চনৰ সময় ছোৱাত পৃথিবীৰ সমগ্ৰ যুদ্ধত মাত্ৰ ৫০ লাখ মানুহৰ মৃত্যু হৈছিল, কিন্তু ভাৰতৰ দুৰ্ভিক্ষ যি কোনো যুদ্ধতকৈ বেছি ভয়াবহ। খাদ্যৰ অভাৱৰ কাৰণে ভাৰতত দুৰ্ভিক্ষ নহয়; বৃটিছ জনসাধাৰণ লুণ্ঠন আৰু দেশখন ধ্বংস কৰা বাবেহে ইয়াত দুৰ্ভিক্ষ হয়। ইংৰাজ বেপাৰীসকলে ভাৰতৰপৰা লাখ লাখ টন শস্য আৰু অন্য খাদ্য বস্তু ৰপ্তানি কৰিছে অথচ ভাৰতৰ মানুহ ক্ষুধাৰ্ত। এইটো লজ্জাৰ বিষয় নহয় নে?

'ভাৰতৰ মানুহে বৰ কষ্ট ভোগ কৰে। বৃটিছৰ ভাৰত-নীতি সমগ্ৰ খৃষ্টান সভ্যতাৰ কাৰণে এটা বিপদ।

'আপোনাৰ প্ৰচাৰধৰ্মী লিখনিয়ে ৰুছিয়াৰ পৰম উপকাৰ কৰিছে। আপুনি সময় উলিয়াই ভাৰতৰ দুখলগা অৱস্থাৰ বিষয়ে এটা প্ৰবন্ধ লিখি আপোনাৰ মত প্ৰকাশ কৰাৰ বাবে আপোনাক অনুৰোধ জনালো। ক্ষুধাপীড়িত অগণন ভাৰতবাসীৰ আপোনাৰ খৃষ্টান নীতিৰ ওচৰত আপুনি আমাক সমৰ্থন কৰি দিবলৈ গোহাৰি আগ-বঢ়ালো।

'ফ্ৰি হিন্দুস্থান'ৰ দুটা সংখ্যা বেলেগে পঠালো।'

তাৰক দাসৰ চিঠিখনে টলষ্টয়ৰ মনত চিন্তাৰ জোৱাৰ তুলিছিল আৰু সাত জুন তাৰিখে তাৰ উত্তৰ লিখিবলৈ আৰম্ভ কৰিছিল, কিন্তু অজ্ঞাত কাৰণত উত্তৰটো প্ৰায় ছমাহ ধৰি সম্পূৰ্ণ কৰিব পৰা নাছিল। বোধ হয় তেওঁৰ গা ভাল নথকাৰ কাৰণে চিঠিৰ উত্তৰ দিয়াত পলম হৈছিল। উত্তৰৰ কেবাখনো পাণ্ডুলিপি যুগুত কৰিছিল যদিও তাৰকদাসলৈ যথাসময়ত উত্তৰ যোৱা নাছিল। কিছুদিন পাছত কানাডাত ভাৰতীয় দেশান্তৰী জে-দি কুমাৰ নাথৰপৰা এখন চিঠি পাই তাৰক দাসলৈ উত্তৰ পঠায়। উত্তৰ প্ৰসংগত পদদলিত অৱস্থাই যে তেওঁক চিন্তান্বিত কৰিছিল সেই কথা টলষ্টয়ে স্পষ্ট-ভাৱে তাৰক দাসক জানিবলৈ দিছিল। তেওঁৰ ভাষাত 'সংখ্যাগৰিষ্ঠ শ্ৰেণীক সংখ্যালঘিষ্ঠ শ্ৰেণীয়ে নিষ্পেষণ কৰা আৰু তাৰ ফলত দুৰ্নীতি হোৱা বিষয়টোয়ে

মোৰ মন সদায় আকৰ্ষণ কৰি আহিছে, বিশেষকৈ আজি কিছুদিনৰপৰা এই সমস্যাটোৱে মোৰ মন অধিকাৰ কৰিছে।' চিঠিখনত তেওঁ উল্লেখ কৰে যে শ্ৰমিক সংখ্যাগৰিষ্ঠই এমুঠি সংখ্যা লঘিষ্ঠৰ ওচৰত নতি স্বীকাৰ কৰে—নিষ্পেষিত আৰু নিষ্পেষক একেখন দেশৰেই হওক বা ভাৰতৰ দৰে বিভিন্ন জাতিৰেই হওক। টলষ্টয়ে কৈছিল যে 'এনে দৃশ্য বিশেষকৈ ভাৰতত আচৰিত বিধৰ, কাৰণ ইয়াত আধ্যাত্মিক আৰু শাৰীৰিক শক্তিসমূহ বিশ কোটি মানুহৰ আছে আৰু এওঁলোকে এনে এটা সৰু গোটৰ ওচৰত বশ্যতা স্বীকাৰ কৰিছে যি গোটটো তেওঁলোকতকৈ ধৰ্মীয় নৈতিকতাৰ ক্ষেত্ৰত নীচ।'

আধুনিক সম্পত্তিৰ মালিক বিশিষ্ট জগতত কি দৰে অন্যায়ৰ সৃষ্টি হৈছে তাক উল্লেখ কৰি টলষ্টয়ে চিঠিখনত লিখিছিল যে নিষ্পেষণ সদায় হিংসাৰ ওপৰত প্ৰতিষ্ঠিত আৰু ফলত নিষ্পেষণকাৰীয়ে নিষ্পেষণ কাৰ্যক তেওঁলোকৰ অধিকাৰ বুলি বিশ্বাস কৰি আহিছে। অতীতকালত দলিত শ্ৰেণীয়ে শাসক শ্ৰেণীয়ে তেওঁলোক দলন কৰাটো শাসকৰ আধিভৌতিক অধিকাৰ বুলি মৌনভাবে গ্ৰহণ কৰিছিল যেনে জাৰ, চুলতান, ৰজা, শ্বাহ আৰু অন্যান্যবোৰৰ অধিকাৰ। পাছত ৰজা-মহাৰজাৰ তেনে স্বত্বৰ ওপৰত মানুহৰ বিশ্বাস কমিবলৈ ধৰে আৰু তাৰ ফলত এই ভগৱান প্ৰেৰিত শাসকসকলৰ ক্ষমতা দুৰ্বল হৈ আহে। টলষ্টয়ে লিখিছিল ঃ দুৰ্ভাগ্যবশতঃ ৰজা-মহাৰজাসকলে যে নিজক ভগৱানৰ দ্বাৰা নিযুক্ত বুলি ভাবিছিল আৰু সকলো ঠাইতে শাসনত অধিষ্ঠিত হৈ সুবিধা ভোগ কৰিছিল তেনে নহয়, তেওঁলোকৰ প্ৰভুত্ব কালত আৰু তথাকথিত আধিভৌতিক অস্তিত্বৰ বাবে এনে এচাম লোক ওলাইছিল যি চামে আদালতৰ ওচৰত থিতাপি লৈ আৰু জনসাধাৰণক শাসন কৰাৰ বেশত জনসাধাৰণৰ শ্ৰমৰ ওপৰত বাঁচি আছিল। যেনেকৈ ৰজা-মহাৰজাসকলে ঐশ্বৰিক শাসন ভগৱান-সৃজিত বুলি ভাবিছিল যদিও এই প্ৰবঞ্চনাৰ প্ৰভাব ক্ষয়মুখী, তেনেকৈ শাসকসকলে প্ৰবঞ্চনাৰ বাট লৈছিল আৰু পূৰ্বৰ দৰে তাক অব্যাহত ৰাখিছিল যাতে দাসত্বৰ কবলত জাতিবোৰক সীমিত সংখ্যাৰ মাজত আবদ্ধ ৰাখিব পাৰে।'

তথাকথিত বৈজ্ঞানিক কুসংস্কাৰৰ তীব্ৰ সমালোচনা কৰি টলষ্টয়ে চিঠিখনত কৈছিল যে 'এনে ধৰণৰ বৈজ্ঞানিক দোষখণ্ডন যুক্তি দমননীতি, এনে যুক্তি কেৱল সাৰশূন্যই নহয়, সি দেখোতেই অসম্ভৱ। তথাপি সা-সুবিধাত থকা মানুহে তেনে যুক্তি অন্ধভাৱে বিশ্বাস কৰে আৰু পবিত্ৰ ধ্যান-ধাৰণাৰ নীতিক পূৰ্বে যি বিশ্বাসেৰে প্ৰচাৰ কৰিছিল তেনেভাৱে নতুন যুক্তিক প্ৰচাৰ কৰিছিল। শ্ৰমৰ বোজাত হাৰাশাস্তি হৈ দুৰ্ভগীয়া সংখ্যাগৰিষ্ঠ শ্ৰেণী 'বৈজ্ঞানিক সত্য' প্ৰচাৰকাৰী শ্ৰেণীৰ আড়ম্বৰ দেখি চমকিত

হৈ পৰে আৰু নতুন প্ৰভাৱৰ বশবৰ্তী হৈ সেই বৈজ্ঞানিক দোষবোৰ পবিত্ৰ সত্য বুলি মানি লয় যিদৰে অৰ্ধ' ধৰ্মীয় যুক্তিবোৰ মানি লৈছিল। নতুন ৰাজপুৰুষসকলৰ তলত তেওঁলোকৰ স্বীকাৰ অব্যাহত হৈ থাকে। এই ৰাজপুৰুষসকল নিষ্ঠুৰ, কিন্তু তেওঁলোকৰ সংখ্যা এতিয়া কিছু বৃদ্ধি হৈছে।'

'ফ্ৰি হিন্দুস্থান' আলোচনীত লিখা বিপ্লৱী প্ৰতিৰোধৰ শ্লোগানৰ ওপৰত মন্তব্য দি টলষ্টয়ে তেওঁৰ চিঠিৰ শেহত প্ৰাচ্যৰ বিশেষকৈ ভাৰতবৰ্ষৰ মানুহৰ অৱস্থা ব্যাখ্যা কৰি তেওঁ এই সিদ্ধান্তত আহিছিল যে ভাৰতবাসীৰ দাসত্বৰ গুৰিত আছিল তেওঁলোকৰ আধ্যাত্মিক অতীতক পাহৰি তেওঁলোকে য়ুৰোপৰ বুৰ্জোৱা সভ্যতা গ্ৰহণ কৰা কাৰ্য। তেওঁৰ মতে এইসকল লোকে উচ্চ নৈতিকতাৰ ওপৰত প্ৰতিষ্ঠিত প্ৰাচীন সভ্যতা ত্যাগ নকৰি, য়ুৰোপ আৰু আমেৰিকাত প্ৰচাৰিত ভুল আৰু দোষযুক্ত বৈজ্ঞানিক কুসংস্কাৰ হে প্ৰত্যাখ্যান কৰিব লাগিছিল, কাৰণ য়ুৰোপ আৰু আমেৰিকাত সেইবোৰে নানা দুৰ্যোগ আনিছিল। কিন্তু এই কুসংস্কাৰে যাক টলষ্টয়ে বুৰ্জোৱা প্ৰগতি বুলি আখ্যা দিছিল প্ৰাচ্যত ইতিমধ্যে সি প্ৰৱেশ কৰি কম ক্ষতি সাধন কৰা নাছিল। উদাহৰণ স্বৰূপে জাপানৰ কথা উল্লেখ কৰি টলষ্টয়ে কৈছিল ঃ 'প্ৰাচ্যৰ জাপানত এই বুৰ্জোৱা প্ৰগতিয়ে খোপনি লৈছে তাৰ নেতাসকলৰ ওপৰতেই নহয়, জনসাধাৰণৰ বেছি ভাগৰ ওপৰতো খোপনি লৈছে আৰু সেইয়া চৰম দুৰ্যোগৰ আগ বতৰা। চল্লিশ কোটি লোকৰ চীন-দেশতো সি প্ৰৱেশ কৰিছে আৰু কুৰি কোটি লোকৰ দেশ আপোনাৰ ভাৰতবৰ্ষতো সোমাইছে।' এই পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত ঔপনিবেশিক শক্তিৰ বিৰুদ্ধে কৰা মুক্তি-যুদ্ধত নৈতিকতাৰ দুৰ্বলতা অন্যতম দিশ বুলি টলষ্টয়ে অনুভৱ কৰি চিঠিখনত লিখিছিল ঃ 'এটা ব্যৱসায়ী জাতিয়ে কুৰি কোটি লোকৰ দেশ এখনক দাসত্বলৈ আনিলে। কুসংস্কাৰমুক্ত যি কোনো লোকক কলে তাৰ অৰ্থ বুজিবলৈ টান পাব।' টলষ্টয়ৰ মতে এনে অৱস্থাৰ কাৰণ আছিল যে নিষ্পেষক শ্ৰেণীক ভাৰতবাসীয়ে মানিছিল, যদিও অনিচ্ছাকৃতভাৱে, কাৰণ নিষ্পেষকসকলে হিংসা ধৰ্মৰ বৃত্তি লৈছে। ভাৰতবাসীয়ে যদি তেওঁলোকৰ প্ৰাচীন ঋষি-মুনিসকলৰ বাণী মতে চলিলেহেঁতেন আৰু নিষ্পেষকৰ ওচৰত নতি স্বীকাৰ নকৰিলেহেঁতেন, পৃথিবীৰ কোনো শক্তিয়ে তেওঁ-লোকক দাসত্বলৈ আনিব নোৱাৰিলেহেঁতেন।' টলষ্টয়ে ভাৰতবাসীৰ প্ৰতি কৈছিল ঃ 'অন্যায়ক প্ৰতিৰোধ নকৰিবা, অন্যায়ৰ অংশ নলবা, প্ৰশাসনক হিংসাত্মক কাজ-কামত, আদালতত, কৰ-সংগ্ৰহত আৰু বিশেষকৈ সৈন্যবাহিনীত অংশ নলবা। তেতিয়া বিশ্বৰ কোনেও তোমালোকক দাস কৰিব নোৱাৰে।'

টলষ্টয়ে তাৰক দাসলৈ লিখা চিঠিখনৰ ( 'লেটাৰ টু এ হিন্দু' ) আন এটা অংশত কৈছিল ঃ

'মই বিশ্বাস কৰো মানৱ জাতিৰ এটা সময়ৰপৰা আন এটা সময়ত উপস্থিত হৈছে। ইয়াৰ অৰ্থ এইটো নহয় যে এনে পৰিবৰ্তন ১৯০৮ চনত হে আহিছে ; প্ৰকৃততে মানৱ জাতিৰ পৰম্পৰাবিৰোধীমুখী উত্তেজনাই আমাৰ দিনত শীৰ্ষ বিন্দু পাইছে—একহাতে প্ৰেম-নীতিৰ অৱদান স্বীকৃত হৈছে, আনহাতে শতাব্দীৰ পিছত শতাব্দী জুৰি মানুহৰ আনুকূলীয়া, মিছা আৰু দুখলগা জীৱনক হিংসা নীতিৰ প্ৰবৃত্তিত সোমাই দিছে। বৰ্তমান সময়ত উত্তেজনা ইমান তীব্ৰ হৈ উঠিছে যে তাক হিংসাৰ অনুকূলে নহয়, প্ৰেমৰ অনুকূলে শাম কটাব লাগিব, কিয়নো মানুহৰ অন্তৰত দয়া অতীত কালৰপৰা বাস কৰি আছে। প্ৰেম-নীতি মানুহৰ প্ৰকৃতিৰ লগত খাপখোৱা সত্য কথা।'

মানুহৰ মাজত প্ৰেম-নীতি কেনেকৈ জয়ী হব পাৰে ? টলষ্টয় এই প্ৰশ্নৰ উত্তৰত চিঠিখন দিবপৰা নাই যেন ধাৰণা হয়। তেওঁৰ মতে বুৰ্জোৱা কৃষ্টি আৰু সভ্যতাই মানুহৰ মাজত বিৰূপ প্ৰতিক্ৰিয়া কৰিছিল। শ্ৰীকৃষ্ণ, যীশুখৃষ্ট অৱতাৰী পুৰুষসকলৰ নামত থকা কুসংস্কাৰবোৰৰপৰা জনসাধাৰণক মুক্ত কৰিবলৈ টলষ্টয়ে চিঠিত আহ্বান জনাইছিল। চিঠিৰ উপসংহাৰত তেওঁ লিখিছিল যে পৰাধীন ভাৰতবাসী আৰু আন দেশৰ তেনে লোকৰ বাবে সংবিধান, বিদ্ৰোহ, সভা-সমিতি, নৌ আৰু বিমানবাহিনীৰ অস্ত্ৰ-শস্ত্ৰৰ কোনো আৱশ্যক নাই , ধনী আৰু শাসক শ্ৰেণীৰ সুখ-সম্ভোগৰ বাবে কোনো সামগ্ৰীৰো কোনো আৱশ্যক নাই বা স্কুল আৰু বিশ্ব-বিদ্যালয়ৰো আৱশ্যক নাই ; বাৰ্তাৰ কাকত, কিতাপ, গ্ৰামোফোন আৰু চিনেমাৰো কোনো আৱশ্যক নাই, কিয়নো আৰ্টৰ নামত এইবোৰৰ বেছিভাগেই ল'ৰা-ছোৱালীৰ ধেমালিৰ বস্তু আৰু দুৰ্নীতিৰ লগত জড়িত। এইবোৰৰ পৰিবৰ্তে প্ৰেম-নীতিৰ প্ৰতি মনোযোগ দিব লাগে যিহেতু প্ৰেম-নীতিয়ে মানৱজাতিক প্ৰকৃত সুখ দিব পাৰে।

টলষ্টয়ৰ 'লেটাৰ টু এ হিন্দু' ( কোনো কোনোৱে এই চিঠিখনৰ শিৰোনামা 'লেটাৰ টু এন্ ইণ্ডিয়ান' বুলি কয় , প্ৰকৃততে চিঠিখনৰ শিতান 'লেটাৰ টু এ হিন্দু' আছিল ) চিঠিখনে কেৱল মহাত্মা গান্ধীক যে প্ৰভাৱান্বিত কৰিছিল তেনে নহয়, পৃথিবীৰ সেইকালৰ লেখক আৰু চিন্তাশীল বহুতৰ মন আকৰ্ষিত কৰিছিল। কিন্তু যিজনলৈ এই চিঠি লিখা হৈছিল তেওঁ অৰ্থাৎ তাৰকনাথ দাস প্ৰভাৱান্বিত হোৱা নাছিল। চিঠি পোৱাৰ পাছত দাসে 'এন ওপেন লেটাৰ টু কাউণ্ট লিও টলষ্টয়' নামেৰে এখন পুস্তিকা প্ৰকাশ কৰি টলষ্টয়ক সমালোচনা কৰিছিল আৰু পুস্তিকাখন

ভাৰতত প্ৰচাৰ কৰিছিল। লগতে তাৰক দাসে বিপ্লৱমুখী হিংসাত্মক কাৰ্যৰ দ্বাৰা শোষণৰপৰা জনসাধাৰণক মুক্ত কৰিব লাগিব বুলি বিশ্বাস কৰিছিল। এই পুস্তিকাখন টলষ্টয়ৰ হাতত পৰিছিল নে নাই তাৰ কোনো প্ৰমাণ নাই ; কিন্তু তাৰ কপি এটা মস্কোৰ মাৰ্ক্সিজিম-লেনিননিজম ইনষ্টিটিউটত আছে।

গান্ধী-টলষ্টয়ৰ মাজত যি পত্ৰ-বিনিময় হৈছিল তাৰ ভিত্তিত কুৰি শতিকাৰ কেবাজনো শীৰ্ষস্থানীয় ৰুছ লেখকে লিও টলষ্টয় আৰু মোহনদাস কৰমচাঁদ গান্ধীৰ আদৰ্শ আৰু চিন্তাধাৰাৰ মিল দেখা পাইছিল। ৰুছিয়াৰ শিক্ষাদপ্তৰৰ প্ৰথম পিপলচ্ কমিছাৰ এনাটলী লুনাচাৰ্‌কীয়ে মস্কোৰপৰা প্ৰকাশিত 'ক্ৰাছনায়া নিভা' আলোচনীৰ প্ৰথম সংখ্যাত (১৯২৩) গান্ধী সম্পৰ্কে এটা সুদীৰ্ঘ প্ৰবন্ধ লিখিছিল। প্ৰবন্ধটোৰ শিতান আছিল 'ইণ্ডিয়ান টলষ্টয়'—ভাৰতীয় টলষ্টয়। ইয়াৰপৰা প্ৰমাণ পোৱা যায় যে ৰুছ বুদ্ধিজীৱীৰ মাজত গান্ধীজীৰ স্থান মহান লেখক লিও টলষ্টয়ৰ সমতুল্য আছিল। প্ৰবন্ধটোত এওঁৰ সামাজিক আৰু ধৰ্মীয় মতবোৰ উল্লেখ কৰি এনাটলি লুনাচাৰ্স্কীয়ে টলষ্টয়ৰ মতৰ সৈতে তুলনা কৰি লিখিছিল ঃ 'গান্ধী আৰু টলষ্টয়ৰ বাণীৰ মাজত সাদৃশ্য থকাৰ কাৰণ কি? দুয়োজন একে পৰিস্থিতিৰপৰা উদ্ভৱ হৈছিল অৰ্থাৎ পুঁজিবাদী সভ্যতাৰ প্ৰতি গ্ৰাম্য আৰু সৰু বুৰ্জোৱা গাঁথনিৰ বিৰোধিতা। এইটো আছিল এটা সিঁচ, তাৰপৰা বিৰাট গছ ওপজি তাৰ শাখা-প্ৰশাখা আৰু ফল এনে এটা সামাজিক পৰিৱেশৰ মাজত বিয়পি পৰিছিল য'ত আদৰ্শবাদী মধ্যযুগ আৰু পুঁজিবাদৰ সংঘৰ্ষ ঘটিছিল। অৱশ্যে ৰুছিয়াত পুৰণি অভ্যাস আৰু গ্ৰাম্য নীতি-নিয়মবোৰৰ পবিত্ৰতা টলষ্টয়ে স্বীকাৰ কৰিছিল আৰু এইবোৰ ৰাষ্ট্ৰীয়ভিত্তিত পুঁজিবাদৰপৰা আঁতৰি যোৱা নাছিল। ভাৰতৰ পুঁজিবাদৰ শতকৰা ৯৯ ভাগ বিদেশী অৰ্থাৎ বৃটিছ পুঁজিবাদ। সেই কাৰণে তাত গান্ধীৰ বাণীয়ে কৃতকাৰ্যতা লাভ কৰিছিল। আমাৰ দৰে কমিউনিষ্টসকলৰ বাবে তাৰ তাৎপৰ্য বেছি। সাধাৰণতে টলষ্টয়ক আমি যিভাৱে সমালোচনা কৰো, গান্ধীৰ প্ৰতিও তেনে সমালোচনা কৰিব পাৰি, কিন্তু বৰ্তমান (১৯২৩) ৰুছিয়াৰ কাৰণে টলষ্টয়ৰ বাণী অনিষ্টকৰ······ভাৰতৰ বাবে গান্ধীৰ বাণী দৰকাৰী, কাৰণ তাৰ যোগেদি ভাৰতৰ ৩০ কোটি মানুহে জাতীয় প্ৰতিবাদ কৰিব পাৰিব আৰু পুঁজিবাদ তেওঁলোকৰ কাৰণে যি শত্ৰু, বিশ্বৰ শ্ৰমিক শ্ৰেণীৰ কাৰণেও তেনে শত্ৰু। প্ৰবন্ধটোৰ শেষৰফালে লুনাচাৰ্স্কীয়ে লিখিছিল ঃ 'গান্ধীৰ আন্দোলনে জনতাৰ সুপ্তভাৱক জাগ্ৰত কৰিছে আৰু সেয়ে এই আন্দোলনৰ তাৎপৰ্য। তাক কোনেও অস্বীকাৰ কৰিব নোৱাৰে। সেইটো ভাৰতীয় টলষ্টয়জনৰ আধ্যাত্মিক মহত্ব।'

গান্ধীজী প্ৰমুখ্যে যিসকল ভাৰতীয় লেখক আৰু মুক্তি-সংগ্ৰামীসকলৰ লগত টলষ্টয়ে লিখালিখি কৰিছিল আৰু ভাৰত সন্দৰ্ভত যিবোৰ টোকা তেওঁৰ ডায়েৰীত লিখি থৈছিল সেইবোৰ বুছ চৰকাৰে টলষ্টয়ৰ গ্ৰন্থবোৰ সমন্বিতে ৯০টা খণ্ডত সংকলন কৰিছে যিদৰে ভাৰত চৰকাৰ তথ্য আৰু অনাতাঁৰ মন্ত্ৰী-দপ্তৰৰ প্ৰকাশন শাখাই মহাত্মা গান্ধীৰ ৰচনাৱলী, চিঠি, ৰাজহুৱা সভা-সমিতিত দিয়া বক্তৃতামালা, বাতৰি কাকতলৈ দিয়া তেওঁৰ বিবৃতি থ'পাই ৮০ খণ্ডত 'কালেক্‌টেড ৱাৰ্কচ অব্ মহাত্মা গান্ধী'ৰ শিতানত সম্পাদনা কৰি আছে। টলষ্টয়-গান্ধীৰ পত্ৰালাপক এই প্ৰকাশনত সামৰি লোৱা হৈছে।

---



কাউণ্ট লিও টলষ্টয

( জন্ম ৯ আগষ্ট, ১৮২৮ : মৃত্যু ২০ নবেম্বৰ, ১৯১০ )

# সপ্তম অধ্যায়

## কাউণ্ট লিও টলষ্টয

### ( চমু জীৱন আলেখ্য )

কাউণ্ট লিও নিকোলেভিক টলষ্টয় বিশ্ববৰেণ্য সাহিত্যিক আৰু চিন্তাশীল ব্যক্তি-সকলৰ ভিতৰত অন্যতম। জাতিগতভাৱে তেওঁ ৰুছ আছিল, কিন্তু তেওঁৰ অমৰ গ্ৰন্থসমূহে টলষ্টয়ক এজন মানৱ প্ৰেমী লোক হিচাপে প্ৰতিষ্ঠা কৰিছিল। তেওঁ ঊনৈশ শ শতিকাৰ মানুহ আছিল যদিও, এই ৰুছ প্ৰবন্ধবোৰত ঊনৈশ শতিকাৰ ঘটনাপ্ৰবাহ বিশেষকৈ ৰুছিয়াৰ সেই কালৰ সমাজ, ৰাষ্ট্ৰ আৰু ধৰ্মৰ দোষ-ত্ৰুটিৰ ছবি দাঙি ধৰিছিল, কিন্তু তেওঁৰ মত বিশ্বৰ বৰ্তমান পৰিস্থিতিৰ লগত প্ৰযোজ্য। সেই কাৰণে তেওঁৰ ভাবধাৰা সাৰ্বজনীন আৰু চিৰন্তন। টলষ্টয় কোনো ৰাজনৈতিক গোষ্ঠীৰ লোক নাছিল; তথাপি টলষ্টয়ে যি ভাবিছিল, যি কৰিছিল, যি লিখিছিল সি ৰক্ষণশীল আৰু প্ৰগতিবাদী সকলো মানুহক আজিও আকৰ্ষণ কৰে আৰু ভবিষ্যতেও আকৰ্ষণ কৰিব বুলি কব পাৰি। সেই কাৰণে লিও টলষ্টয়ৰ নাম বিশ্ব-বিশ্ৰুত, পৰম সম্মানিত আৰু অসামান্য।

টলষ্টয়ৰ জন্ম হয় ৰুছিয়াৰ টুলা প্ৰদেশৰ ইয়াছনায়া পোলিয়ানা নামৰ ঠাইত ১৮২৮ চনৰ ৯ আগষ্টত।

দেউতাক আৰু মাক সম্ভ্ৰান্ত বংশৰ আছিল। সেই সময়ৰ ৰুছিয়াৰ সম্ভ্ৰান্ত বংশৰ লাহ-বিলাস, সুখ-সম্ভোগ, আমোদ-প্ৰমোদৰ বাবে যিবোৰ সামগ্ৰী যেনে জমিদাৰী, চাকৰ-বাকৰ, ঘোঁৰা, গা-ৰখীয়া, ঘোঁৰা-বাগী সেই সকলো আছিল টলষ্টয় পৰিয়ালৰ। পৰিয়ালটো ডাঙৰ আছিল—লিও টলষ্টয়ৰ ভাই-ককাই, বাই-ভনী কেবা গৰাকী আছিল। চেহেৰাত কিন্তু লিও তেওঁৰ পৰিয়ালৰ ভিতৰত আটাইতকৈ কুশ্ৰী আছিল। তেওঁৰ পৰিয়াল আৰু ইষ্ট-কুটুম্বই তেওঁৰ চেহেৰাৰ বিষয়ে যেতিয়া আলোচনা কৰিছিল, টলষ্টয়ে মনত বৰ বেজাৰ পাইছিল আৰু মাকে এই কথাৰ গম পাইছিল। টলষ্টয়ৰ ছবছৰ হওতে এদিন সন্ধ্যা-ভোজনৰ সময়ত মাকে তেওঁক কৈছিল: 'বুজিছা, নিকোলায়, তুমি তোমাৰ চেহেৰা সম্পৰ্কে দুখ নকৰিবা। তুমি জ্ঞানী ল'ৰা হবলৈ চেষ্টা কৰা।' সাধাৰণতে নিকোলায় সৰুৰেপৰা বৰ লাজকুৰীয়া আছিল; তেওঁৰ বেয়া চেহেৰাই লাজকুৰীয়া ভাবটো প্ৰবল কৰি তুলিছিল। কিন্তু মাকৰ

কথাশাৰী অৰ্থাৎ গুণী আৰু জ্ঞানী হবলৈ দিয়া মাকৰ উপদেশে নিকোলেভিক সাহ দিছিল। কোনো কোনো সময়ত তেওঁৰ বেয়া চেহেৰাৰ বিষয়টোয়ে মনলৈ দুৰ্বলতা আনিছিল আৰু ঈশ্বৰক প্ৰাৰ্থনা কৰিছিল যেন যি কোনো উপায়ে তেওঁক ধুনীয়া চেহেৰাৰ মানুহ কৰি তোলে। তাৰ বিনিময়ত তেওঁ সকলো দিবলৈ সাজু আছিল। তেওঁৰ এই ভাব তেওঁৰ আত্মজীৱনীমূলক 'চাইল্ডহুড, বয়হুড, ইউথ' কিতাপত লিখি থৈ গৈছে।

শিশু কালৰপৰা টলষ্টয়ৰ হৃদয় বৰ কোমল আছিল। কোনো লগৰীয়া দুষ্ট ল'ৰাই বাহৰপৰা চৰাই উলিয়াই দি বং চাইছিল, কিন্তু তেওঁ এই দৃশ্য দেখি কোমল মনত বৰ দুখ পাইছিল ; সেইদৰে তেওঁৰ লগৰীয়া ল'ৰাই কুকুৰ পোৱালি এটা বেৰৰ ওপৰেদি দলিয়াই দিয়াত তেওঁ সহ্য কৰিব নোৱাৰিছিল , আনকি বান্ধনি ঘৰত ৰান্ধনিয়ে খাদ্যৰ বাবে কুকুৰা কটা দেখিলে মনত আঘাত পাইছিল। মাকৰ মৃত্যুৰ সময়ত ওচৰচুবুৰীয়াই সমবেদনা জনাবলৈ আহি তেওঁ আৰু তেওঁৰ ভাই-ভনীহঁত মাউৰা হোৱা বুলি কওতে টলষ্টয়ে বেয়া পাইছিল। শিশু কালত তেওঁৰ হৃদয় যি কোমল আছিল জীৱনৰ পিছৰ কালতো টলষ্টয়ৰ অন্তৰ কোমল আৰু দুখীয়া, দুৰ্বল আৰু নিঃসহায় শ্ৰেণীৰ প্ৰতি কোমল আৰু সহানুভূতিশীল আছিল।

সম্ভ্ৰান্ত বংশৰ আন ল'ৰা-ছোৱালীৰ দৰে বাল্যকালত নিকোলোভিয়ে গৃহ-শিক্ষকৰ তলত শিক্ষা লাভ কৰিছিল। তাৰ পাছত উচ্চ শিক্ষাৰ কাৰণে কাজান বিশ্ব-বিদ্যালয়ত ভৰ্তি হয় গৈ। ছাত্ৰ হিচাপে টলষ্টয় মেধাবী নাছিল, কিন্তু আচাৰ-ব্যৱহাৰত তেওঁ বৰ শান্ত আছিল আৰু বৰ ভাবুক আছিল। জন্মৰপৰা প্ৰায় পঁচিশ বছৰ কাল টলষ্টয়ে লাহ-বিলাসৰ মাজেদি কটাইছিল। ১৮৫১ চনত বুছ সৈন্য বাহিনীত ভৰ্তি হৈছিল, যিদৰে ভৰ্তি হৈছিল সম্ভ্ৰান্ত বংশৰ প্ৰায় সকলো যুৱকে। টলষ্টয় প্ৰায় দুবছৰ (১৮৫৪-৫৫ ) ক্ৰিমিযাৰ যুদ্ধত লিপ্ত থাকে। সৈন্য বাহিনীত থকাৰ সময়ত তেওঁৰ মনত নানা ৰকমৰ অনুভূতিৰ সৃষ্টি হৈছিল, বিশেষকৈ যুদ্ধৰ সময়ত সৈন্য বাহিনীৰ ওপৰত থকা নীতি-নিয়মবোৰ তেওঁ সমূলি ভাল পোৱা নাছিল। কিন্তু দৈনিক জীৱনৰ অভিজ্ঞতাই টলষ্টয়ৰ সাহিত্যিক জীৱনত উল্লেখযোগ্যভাৱে বেখাপাত কৰিছিল আৰু তেওঁৰ বিখ্যাত উপন্যাস 'ৱাৰ এণ্ড পীছ' আৰু 'বিজাবেকচন'ত তেওঁৰ সৈনিক জীৱনৰ অভিজ্ঞতাৰ বহু কথা প্ৰকাশ হৈছিল।

টলষ্টয়ে ১৮৬২ চনৰ ২৩ চেপ্তেম্বৰত ছোফিয়া এণ্ড্ৰেইভানা নামৰ ছোৱালী এজনীক বিয়া কৰায়। প্ৰায় পোন্ধৰ বছৰ তেওঁৰ বিবাহিত জীৱন সুখৰ আছিল, কিন্তু পাছৰ ছোৱাত টলষ্টয় আৰু ঘৈণীয়েকৰ মাজত মনোমালিন্য ঘটিছিল। তেওঁ-লোকৰপৰা ছোৱালী এজাক আছিল।

লিও টলষ্টয়ে আত্ম-জীৱনী লিখা নাছিল। কিন্তু তেওঁ যিবোৰ গ্ৰন্থ লিখি থৈ গৈছে সেইবোৰত তেওঁৰ আত্মজীৱনীমূলক ঘটনাৰ যথেষ্ট উল্লেখ আছে। গ্ৰন্থবোৰৰ উপৰিও টলষ্টয়ৰ ডায়েৰীবোৰত তেওঁৰ জীৱনৰ সম্পৰ্কে বহুত কথা পোৱা যায়।

তেইশ বছৰ বয়সত টলষ্টয়ে উপন্যাস, প্ৰবন্ধ আদি লিখিবলৈ ধৰে। সেই সময়ত তেওঁৰ এটা মাৰাত্মক বিধৰ বেমাৰ হৈছিল আৰু চিকিৎসাৰ কাৰণে টিফ্‌লিচ নগৰৰ হাস্পতালত ভৰ্তি হৈছিল। বেমাৰ নিৰাময় হোৱাৰ পাছতো তেওঁ চিকিৎসালয়ত কিছুদিন কটাব লগা হৈছিল। সেই সময়ত 'চাইল্ডহুড' নামৰ পুথিখন লিখিছিল। তাৰ পাছত 'বয়হুড' আৰু 'ইউথ' নামৰ দুখন পুথি লিখে। 'চাইল্ডহুড', 'বয়হুড', 'ইউথ' নামৰ পুথি তিনিখনত টলষ্টয়ৰ শিশুকাল, ল'ৰাকাল আৰু যৌৱনকালৰ বৰ্ণনা আছে ; কিন্তু এই পুথি কিখন তেওঁ আত্মজীৱনী হিচাপে লিখা নাছিল, লিখিছিল উপন্যাসৰ আহিত। টলষ্টয়ে এই পুথি তিনিখনক আত্মজীৱনীৰ ৰূপ দিয়া নাছিল যদিও তাত তেওঁৰ শিশুকালৰপৰা যৌৱনকালৰ ঘটনাৱলীৰ যথেষ্ট পৰিচয় পোৱা যায়। লগতে তেওঁৰ মাক-দেউতা, ভাই-ভনী, বন্ধু-বান্ধৱৰ স্বভাব-চৰিত্ৰ, চলন-ফুৰণ, ছাত্ৰজীৱন সম্পৰ্কে দীঘলীয়া বৰ্ণনা আছে।

'চাইল্ডহুড' তথা শিশুকালৰ নামৰ পুথিখন লিখি টলষ্টয়ে উপন্যাস আকাৰত তাৰ প্ৰথম খণ্ড পিটাচ্‌বাৰ্গৰ আলোচনী এখনত প্ৰকাশৰ বাবে তাৰ সম্পাদকলৈ পঠাইছিল। সম্পাদকে টলষ্টয়ে দিয়া 'চাইল্ডহুড' শিতান পৰিবৰ্তন কৰি 'হিষ্টৰী অব্ মাই চাইল্ডহুড' শিতানত প্ৰকাশ কৰে ( চেপ্তেম্বৰ ১৮৫২ )। ডেকা লেখক টলষ্টয়ে সম্পাদকজনৰ এই কাৰ্য সন্মুলি ভাল পোৱা নাছিল আৰু তাৰ প্ৰতিবাদ কৰি সম্পাদকলৈ এখন চিঠি দিছিল। চিঠিখনত টলষ্টয়ে লিখিছিল ঃ '( শিতানৰ ) পৰিবৰ্তনটো বৰ আপত্তিজনক, কাৰণ মই আপোনালৈ লিখামতে প্ৰবন্ধটো 'চাইল্ডহুড' নামৰ উপন্যাস এখনৰ এছোৱা আছিল।' সম্পাদকজনে প্ৰবন্ধটো পাঢ়ি টলষ্টয়ৰ আত্ম-জীৱনীৰ প্ৰথম ভাগ যেন ভাবি শিতান পৰিবৰ্তন কৰিছিল। উল্লেখযোগ্য যে টলষ্টয়ে 'ফোৰ ইপক্‌চ অব্ গ্ৰোথ' নামেৰে এখন বৃহৎ উপন্যাস লিখিবলৈ মনস্থ কৰিছিল , দৰাচলতে এই প্ৰস্তাবিত উপন্যাসখন তেওঁৰ আত্ম-জীৱনী হ'লহেঁতেন আৰু ইয়াত তেওঁৰ শিশুকাল, ল'ৰাকাল, যুৱকাল আৰু ভাটিকালৰ বৰ্ণনা দি তেওঁৰ নিজৰ জীৱন-আলেখ্য লিখাৰ কথা ভাবিছিল , কিন্তু তাৰ তিনি খণ্ডহে সমাপ্ত কৰিব পাৰিছিল, বাকী ছোৱা পুথিৰ আকাৰত লিখা নহ'ল। উনৈশ বছৰ বয়সৰপৰা টলষ্টয়ে ডায়েৰী লিখিছিল আৰু তাত কোনো কথা লুকঢাক নকৰাকৈ তেওঁৰ কাজ-কামৰ কথা বাণীবদ্ধ কৰিছিল। ল'ৰাকালত তেওঁ এনে কেতবোৰ কাম কৰিছিল

যাৰ কাৰণে পিছত তেওঁ লজ্জাবোধ কৰিছিল আৰু জীৱনৰ পাছৰ ছোৱাত কোনো লজ্জাকৰ কাম নকৰিবলৈ চেষ্টা কৰিছিল। 'ইউথ' শিতানত লিখা প্ৰবন্ধৰ এছোৱাত টলষ্টয়ে লিখিছে ঃ 'আজি মই সকলো দোষ স্বীকাৰ কৰিম আৰু ভৱিষ্যতে তেনে দোষ নকৰিম। প্ৰতি দেওবাৰে মই নিয়মিতভাৱে গীৰ্জালৈ যাম আৰু তাৰ পাছত এঘণ্টা সময় খৃষ্টৰ বাণী পঢ়িম ; বিশ্ব-বিদ্যালয়ত ভৰ্তি হোৱাৰ পাছত মাহে পঁচিশ ৰুবেল পাম ; তাৰপৰা কোনেও গম নোপোৱাকৈ আঢ়ৈ ৰুবেল দুখীয়া মানুহক দিম, কিন্তু ভিখাৰীক নিদিও , মই অজ্ঞাত দুখীয়া, মাউৰা বা বুঢ়ী তিৰোতা বিচাৰি উলিয়াম —তেনে লোকক দিম। মোৰ কাৰণে এটা সৰু কোঠালী লম ( সম্ভবতঃ চেণ্ট্ জেকমচত ) আৰু এই কোঠালীটোৰ তত্ত্বাবধান মই নিজে লম, অতি পৰিষ্কাৰকৈ ৰাখিম। মোৰ কামৰ বাবে কোনো চাকৰ নাৰাখিম—চাকৰবোৰো মোৰ দৰে মানুহ। মই বিশ্ব-বিদ্যালয়লৈ সদায় খোজকাঢি যাম ( মোক যদি কোনোবাই এখন ড্ৰচ্‌কি দিয়ে তাক বিক্ৰী কৰিম আৰু বিক্ৰী কৰি পোৱা ধনখিনি দুখীয়া মানুহৰ কাৰণে ৰাখিম )। মই সকলো কাম সুন্দৰ আৰু পৰিপাটিকৈ কৰিম। শ্ৰেণীত অধ্যাপকে দিয়া বক্তৃতাবোৰৰ টোকা ৰাখিম আৰু সকলো পাঠ আগতে সাজু কৰি ৰাখিম যাতে মই পৰীক্ষাত প্ৰথম হব পাৰো আৰু এখন থেচিছ লিখিব পাৰো , দ্বিতীয় ক'ৰ্চ মই আগতীয়াকৈ শিকিম আৰু হ্যতো পোনে পোনে তৃতীয় ক'ৰ্চত উত্তীৰ্ণ হব পাৰিম আৰু সেইদৰে ওঠৰ বছৰ বয়সত এজন স্নাতক হৈ উঠিম আৰু স্নাতক পৰীক্ষাত প্ৰথম স্থান লাভ কৰি দুটা সোণৰ পদক পাম। তাৰ পাছত এম-এ ডিগ্ৰী লম, তাৰ পাছত ডক্টৰেট্ ডিগ্ৰী লম আৰু এইদৰে ৰুছিয়াৰ প্ৰথম বিদ্বান ব্যক্তি হৈ উঠিম . . আনকি য়ুৰোপত মই মহান পণ্ডিত এজন হম। বাৰু, তাৰ পাছত ? এই প্ৰশ্নটো মোৰ মনত উদয় হৈছিল আৰু মই অনুভৱ কৰিছিলো যে এই দিবা স্বপ্নবোৰ মোৰ পক্ষে পাপ আছিল আৰু সেই দিনা গধূলি মই মোৰ পাপৰ কথা আমাৰ পুৰোহিতজনৰ আগত স্বীকাৰ কৰিছিলো আৰু মোৰ পূৰ্বৰ ধাৰণালৈ উভতি গৈছিলো। মই মোৰ পাঠ যুগুতাবৰ কাৰণে স্পেৰো পাহাৰলৈ খোজ কাঢ়ি যাম। তাত গছ এজোপাৰ তলত বহি মোৰ পাঠ্যখিনি পঢ়িম ; কোনো কোনো সময়ত মোৰ আহাৰৰ কিছু লৈ যাম। অলপ জিৰণি লোৱাৰ পাছত কোনো এখন ভাল কিতাপ পঢ়িম বা কোনো দৃশ্যপট আঁকিম বা বাদ্যযন্ত্ৰ বজাম ( মই যেনে তেনে বাঁহী বজাবলৈ শিকিম )। এদিন 'তাই' মোৰ ওচৰলৈ আহি মই কোন বুলি প্ৰশ্ন কৰিব। মই তেতিয়া কম যে মই এজন পুৰোহিতৰ ল'ৰা আৰু মই অকলে থাকিবলৈ ভাল পাওঁ। তাই তাইৰ হাতখন আগবঢ়াব আৰু কিবাকিবি কৈ মোৰ ওচৰত বহিব। সেইদৰে আমি তালৈ সদায় যাম, বন্ধু হৈ পৰিম আৰু মই তাইক

চুমা খাম……। নহয়, সেইটো ভাল কাম নহয়। তাৰ পৰিবৰ্তে মই কোনো তিৰোতাৰ ফালে নাচাওঁ। মই কেতিয়াও লিগিৰীজনীৰ ওচৰলৈ নাযাম ; আনকি তাৰ ওচৰকে নাচাপিম ; কিন্তু তিনি বছৰৰ মূৰত মই চাবালক হম আৰু বিয়া কৰিম। মই সদায় শাৰীৰিক ব্যায়াম কৰিম যাতে পঁচিশ বছৰ বয়সত ৰাপাওটকৈ বেছি বলী হব পাৰো। প্ৰথমতে পাঁচ মিনিটত ২০ পাউণ্ড হাতেৰে তুলি লম, পিছদিনা ২১ পাউণ্ড, তৃতীয় দিনা ২২ পাউণ্ড তুলি লম আৰু সেই দৰে ব্যায়াম কৰি প্ৰত্যেক হাতেৰে ২৪ পাউণ্ড তুলি লব পৰা হম আৰু যিকোনো দাসতকৈ বলী হম আৰু কোনোবাই যদি মোক অপমান কৰে বা 'তাই'ৰ প্ৰতি অসৎ ব্যৱহাৰ কৰে তাক শিক্ষা দিম ; কিন্তু সেইটো উচিত কাম নহব।'

এই খিনিতে উল্লেখ কৰিব পাৰি যে ওপৰত টলষ্টয়ে 'তাই' বুলি যি কথা লিখিছিল সেইয়া তেওঁৰ পৰিয়ালত এজনী লিগিৰীৰ বিষয়ে কৈছে। এই লিগিৰীজনী টলষ্টয়ৰ বিখ্যাত 'ৰিজাৰেকচন' উপন্যাসৰ নায়িকা, মাচলোভা।

ল'ৰাকাল আৰু চাবালক হোৱাৰ মাজৰ কাল ডোখৰত তেওঁৰ মনত চাৰিটা ভাব উদয় হৈছিল বুলি তেওঁৰ 'ইউথ' পুথিত উল্লেখ কৰিছে ঃ প্ৰথম, কল্পনাৰ ছোৱালী-জনীৰ কথা যাক কোনো এঠাইত তেওঁ লগ পাবলৈ ইচ্ছা কৰিছিল , প্ৰেমৰ বিনিময়ত প্ৰেম অৰ্থাৎ তেওঁ সকলোৰেপৰা মৰম পাবলৈ হেঁপাহ কৰিছিল যাতে তেওঁ সেই মৰমৰ প্ৰতিদান দিব পাৰে ; তৃতীয়, কিবা এটা অকৃত্ৰিম সুখ পোৱাৰ তৃষ্ণা আৰু এই ভাবটোৱে তেওঁক বিশেষভাৱে বলিয়া কৰি তুলিছিল, কাৰণ তেওঁ এটা অস্বাভাৱিক পৰিস্থিতিত পৰি তেওঁ বিশ্বত অতি চহকী আৰু বিখ্যাত লোক হৈ উঠিব ; তেওঁ বিগত দিনবোৰৰ পৰা নিজকে মুক্ত হৈ এটা নতুন জীৱন গঢ়ি তুলিব ! অতীত দিনৰ বাবে অনুশোচনা আৰু ভবিষ্যতে সম্পূৰ্ণতা পোৱাৰ উদম্য ইচ্ছাই টলষ্টয়ক নতুন আধ্যাত্মিক ভাবে আগুৰি ধৰিছিল আৰু তেতিয়াৰপৰা তেওঁৰ নিজৰ ক্ষেত্ৰত, আনৰ প্ৰতি আৰু জগতৰ প্ৰতি এটা নতুন বাট লবলৈ সচেষ্ট হৈছিল।

ষোল বছৰ বয়সত টলষ্টয় কাজান বিশ্ব-বিদ্যালয়ত ভৰ্তি হয়। তাত কেবাটাও য়ুৰোপীয় ভাষাৰ উপৰিও তেওঁ প্ৰাচ্য ভাষা শিকিছিল। তিনি বছৰ বিশ্ব-বিদ্যালয়ত থাকি ১৮৪৭ চনত টলষ্টয় তেওঁৰ জন্মস্থান ইয়াছনায়া পোলিয়ানালৈ আহে আৰু তাতে ওচৰৰ খেতিয়ক শ্ৰেণীৰ কাৰণে এখন বিদ্যালয় স্থাপন কৰে আৰু তাত শিক্ষকতাৰ দায়িত্ব নিজে লয়। কিন্তু স্কুলত কিছুদিন কাম কৰাৰ পাছত ১৮৫১—৫৪ চনত ক্ৰিমিয়া যুদ্ধৰ সময়ত ৰুছ সৈন্যবাহিনীত যোগ দিয়ে। কিন্তু সামৰিক সেৱাত তেওঁ বৰ ব্যুৎপত্তি দেখুৱাব নোৱাৰিলে , আনহাতে, টলষ্টয়ৰ মন সাহিত্য সাধনাৰ ফালে ঢাল

খায়। সেই সময়তে 'চাইল্ডহুড' ( ১৮৫২ ) আৰু 'বয়হুড্' ( ১৮৫৪ ) আত্মজীৱনী-মূলক উপন্যাস দুখন লিখে আৰু সেই সময়ৰ বিখ্যাত বহু লেখকৰপৰা প্ৰশংসা লাভ কৰে। ১৮৫৩-৫৪ চনত ক্ৰিমিয়াৰ যুদ্ধত চিবাস্তোপল চহৰ ফৰাচী সৈন্যৰপৰা ৰক্ষা কৰাত সহায় কৰে ; কিন্তু তাৰ পাছত যুদ্ধৰ বিষয়ে তেওঁৰ প্ৰতিকূল মনোভাব গঢ়ি উঠে। 'চিবাস্তোপল গল্প' নামৰ পুথিত তেওঁৰ সেই মনোভাব প্ৰতিফলিত হয় ( ১৮৫৫ )। তিনি বছৰ সামৰিক সেৱা কৰাৰ পাছত টলষ্টয়ে তাৰপৰা বিদায় লয় আৰু ইয়াছনায়া পোলিয়ানাত স্থায়ীভাৱে থাকিবলৈ ধৰে। ১৮৫৭ চনৰ পৰা একাগ্ৰতাৰে তেওঁ লিখা-পঢ়াত মনোযোগ দিয়ে। সেই বছৰতে ভাৰতত চিপাহী বিদ্ৰোহ হৈছিল। এই বিদ্ৰোহৰ বিষয়ে টলষ্টয়ে খা-খবৰ ৰাখিছিল আৰু সেই সময়তে 'ইয়াছনায়া পোলিয়ানা' নামেৰে এখন সৰু আলোচনী উলিয়াইছিল। আলোচনীখনত শিক্ষা সন্দৰ্ভৰ প্ৰবন্ধ প্ৰকাশ হৈছিল।

টলষ্টয়ে তেওঁৰ বৈবাহিক জীৱন আৰম্ভ হোৱাৰ পাছৰ পৰা সাহিত্য-চৰ্চাত বিশেষ-ভাৱে মনোযোগ দিবলৈ ধৰে। ১৮৬৩ চনত 'কোচাকচ্' নামৰ উপন্যাস প্ৰকাশ কৰে, এই উপন্যাসখনেও বহু সাহিত্যত সমাদৰ লাভ কৰিছিল। 'ৱাৰ এণ্ড পীছ' তথা 'যুদ্ধ আৰু শান্তি' নামৰ বিৰাট উপন্যাসখন টলষ্টয়ে ১৮৬৯ চনত লিখিবলৈ আৰম্ভ কৰে আৰু ছয় খণ্ডত শেহ কৰি ১৮৮৯ চনত প্ৰকাশ কৰি উলিয়ায়। মন কৰিবলগীয়া যে এই বছৰত গান্ধীৰ জন্ম হয়। 'ৱাৰ এণ্ড পীছ' উপন্যাসত য়ুৰোপৰ ইতিহাসৰ দহ বছৰৰ ( ১৮১০-২০ ) ইতিহাস বিশেষকৈ যুদ্ধৰ অতি সুন্দৰ বৰ্ণনা আছে। এই পুথিখনে সাহিত্যিক হিচাপে টলষ্টয়ৰ নাম বিশ্ব-বিখ্যাত কৰি তুলিছিল। কিন্তু পুথিখন সংকলন কৰোতে তেওঁৰ অতি পৰিশ্ৰম হৈছিল। তাৰ ফলত তেওঁৰ স্বাস্থ্যৰ অৱনতি ঘটে আৰু ছামৰ নামৰ ঠাইলৈ জিৰণিৰ কাৰণে যায়। অৱশ্যে টলষ্টয়ে 'ৱাৰ এণ্ড পীছ' উপন্যাস লিখি নিজে সন্তুষ্ট হৈছিল আৰু এণ্টন চেকভৰ মতে টলষ্টয়ে হেনো কৈছিল 'ই এখন ইলিয়ড্'। উল্লেখযোগ্য যে 'ৱাৰ এণ্ড পীছ' উপন্যাসখনৰ ঘটনা বুছিয়াত কথাছবিত ৰূপায়িত কৰা হৈছে আৰু যথাৰ্থছবিখন নিৰ্মাণ কাৰ্যত ৭৫ কোটি টকা খৰচ পৰে। পৃথিবীৰ ভিতৰত এই ছবিখন আটাইতকৈ ব্যয়বহুল বুলি খ্যাতি লাভ কৰিছে।

টলষ্টয়ে যি ঠাইত জিৰণি লৈছিল গৈ সেই ঠাইৰ খেতিয়কসকলৰ লগত তেওঁৰ ঘনিষ্ঠ সম্বন্ধ হয় আৰু খেতিয়ক জীৱনৰ সকলো কথাৰ ভু লয় আৰু তেওঁ খেতিয়ক ল'ৰা-ছোৱালীহঁতক শিক্ষা দান কৰিবলৈ ধৰে। তেওঁৰ ঘৈণীয়ক টলষ্টয়ৰ এনে কামত বিতুষ্ট হৈছিল, বিতুষ্ট হৈছিল যদিও টলষ্টয় নিজৰ কামৰ পৰা বিৰত হোৱা নাছিল।

তাতেই এই ৰুছ লেখকজনে শ্ৰমৰ মৰ্যাদা উপলব্ধি কৰে আৰু 'ব্ৰেড্ লেবাৰ' আদৰ্শ অৰ্থাৎ মানুহে নিজে শ্ৰম কৰি নিজৰ অন্ন সংস্থানৰ দিহা কৰিব লাগে বুলি ঘোষণা। টলষ্টয়ৰ এই দৰ্শন—শ্ৰমৰ মৰ্যাদা—মহাত্মা গান্ধীয়ে দক্ষিণ আফ্ৰিকাত তেওঁৰ টলষ্টয় পামত কাৰ্যত প্ৰয়োগ কৰিছিল।

'আন্না কাৰেনিনা' লিও টলষ্টয়ৰ দ্বিতীয় বিখ্যাত পুথি। উপন্যাসখন পোনতে 'ৰাছিয়ান মেচেন্জাৰ' নামৰ আলোচনীত প্ৰকাশ হৈছিল আৰু তাৰ পাৰিশ্ৰমিক হিচাপে বিশ হাজাৰ ৰুবল অৰ্থাৎ বৰ্তমান ভাৰতীয় মুদ্ৰাৰ হিচাপত প্ৰায় দেৰ লাখ টকা পাইছিল। সেই কালৰ প্ৰধান ৰুছ সাহিত্যিক ডষ্টোয়েভ্স্কিয়ে টলষ্টয়ৰ দৰে এজন নতুন লেখকে এনে উচ্চ পাৰিশ্ৰমিক পোৱাত বেজাৰ পাইছিল, কাৰণ তেওঁৰ লেখীয়া প্ৰবীন লেখকক তেওঁৰ পুথিৰ বাবদ তুলনামূলকভাৱে কম পাৰিশ্ৰমিক দিয়া হৈছিল বুলি তেওঁ খেদ কৰিছিল। 'আন্না কাৰেনিনা' উপন্যাসত টলষ্টয়ে তেওঁ সমকালীন লোকসকলৰ নৈতিক আৰু সামাজিক মূল্যবোধ বৰ্ণনা কৰিছিল।

১৮৭৯ চনৰপৰা টলষ্টয়ৰ জীৱন আৰু চিন্তাধাৰাত উল্লেখযোগ্যভাৱে পৰিবৰ্তন আহিবলৈ ধৰে। ইতিমধ্যে তেওঁ এজন নিপুণ আৰু খ্যাতনামা ঔপন্যাসিক হিচাপে খ্যাতি লাভ কৰিছিল। তেতিয়া তেওঁৰ বয়স ৫১ বছৰ হৈছিল আৰু তাৰ পাছৰ লেখাবোৰত পৰিবৰ্তিত দৃষ্টিভংগী প্ৰকাশ হৈছিল। তেওঁ বিশেষকৈ ধৰ্মীয়, দাৰ্শনিক আৰু আৰ্থিক বিষয়-বস্তুৰ ওপৰত লিখিবলৈ আৰম্ভ কৰে আৰু নিজৰ পৈত্ৰিক জমিদাৰীৰ কাৰণে তেওঁৰ কোনো মোহ নোহোৱা হৈ পৰে। লগে লগে ৰাষ্ট্ৰ আৰু গীৰ্জা পৰিচালনাত যিবোৰ দুৰ্নীতি তেওঁ দেখিছিল তাৰ বাবে টলষ্টয়ৰ মন বিদ্ৰোহী হবলৈ ধৰে, পাৰ্থিৱ সুখ-সম্ভোগৰ প্ৰতি বিতৃষ্ণা হয় আৰু ব্যক্তিগত সম্পত্তিৰ বিৰোধিতা কৰে। পৈত্ৰিক জমিদাৰীৰ যি অংশ তেওঁ উত্তৰাধিকাৰী সূত্ৰে পাইছিল, তাকো খেতিয়ক-সকলৰ মাজত বিলাই দিছিল। উপন্যাস লিখাৰ আৰ্টত পূৰ্বতে তেওঁ যি আনন্দ লাভ কৰিছিল আৰু সাহিত্যিক হিচাপে যি যশস্যা তেওঁলৈ আহিছিল, ১৮০০ চনৰ পৰা এনেবোৰ পাৰ্থিৱ নামত টলষ্টয়ৰ আনন্দ নোহোৱা হ'ল ; বৰঞ্চ, এই আৰ্টক তেওঁ 'সুন্দৰ অসত্য' বুলি নিন্দাহে কৰিবলৈ ধৰে। জীৱনত এই পৰিবৰ্তন অহাত, টলষ্টয়ে যিবোৰ গল্প, প্ৰবন্ধ আৰু উপন্যাস আধৰুৱাকৈ থৈছিল, সেইবোৰ এৰি হিন্দু, বৌদ্ধ আৰু খৃষ্টান ধৰ্মৰ প্ৰকৃত শিক্ষাৰ ওপৰত ভিত্তি কৰি মানৱ জাতিৰ নৈতিক উৎকৰ্ষ সাধনৰ উদ্দেশ্যে নতুন দিগন্তৰ কিতাপ লিখিবলৈ ধৰে। এই দৰে তেওঁ 'মাই কন্ফেচ'ন' ( ১৮৮০-১৮৮২ ), 'হোৱাট্ আই বিলিফ্' ( ১৮৮৩ ), 'হোৱাট্ উই মাষ্ট ডু' ( ১৮৮৬ ) নীতি শাস্ত্ৰ আৰু দাৰ্শনিক বিষয়ক পুথি লিখে

আৰু প্ৰকাশ কৰে। এই পুথিখনত টলষ্টয়ে নিজৰ অন্তৰত থকা আধ্যাত্মিক সংঘৰ্ষ আৰু প্ৰতিচ্ছবি বৰ্ণনা কৰিছে। সেই সময়ত গীৰ্জা যি দৰে পৰিচালনা কৰা হৈছিল টলষ্টয়ে তাক খৃষ্টান ধৰ্মৰ বিপৰীত বুলি ভাবিছিল। যীশু খৃষ্টৰ 'চাৰ্মন অন্ দি মাউণ্ট'ত তেওঁ গভীৰ মানৱীয় বোধ পাইছিল। যীশুখৃষ্টৰ নিৰ্দেশ মতেই অন্যায়ক হিংসাৰ দ্বাৰা প্ৰতিৰোধ নকৰিবলৈ তেওঁ মানুহৰ মাজত প্ৰচাৰ কৰিছিল। সৰু কালৰ-পৰা টলষ্টয়ে যুদ্ধজনিত হিংসা, মৃত্যুদণ্ড আৰু সামৰিক আদালত আদিৰ বিৰোধিতা কৰিছিল। 'আই কেনট বি চাইলেণ্ট' নামৰ প্ৰবন্ধ এটাত তেওঁৰ সেই মনস্তাত্বিক ভাবৰ আভাস পোৱা গৈছিল। টলষ্টয়ৰ প্ৰবন্ধ আৰু পুথিবোৰত ৰাষ্ট্ৰ আৰু গীৰ্জাৰ সহিত কামবোৰৰ সমালোচনা প্ৰকাশ হোৱাত স্বাভাৱিকতে তেওঁৰ ওপৰত চৰকাৰ আৰু গীৰ্জাৰ পৰিচালক উভয় শ্ৰেণী অসন্তুষ্ট হৈছিল আৰু তেওঁৰ কেবাখনো গ্ৰন্থত চেন্সৰ ব্যৱস্থা প্ৰয়োগ কৰা হৈছিল ; প্ৰযোগ হৈছিল যদিও, ৰুছ ভাষাৰ বাহিৰে ইংৰাজী, ফৰাচী আদি ভাষাত অনূদিত হৈ তেওঁৰ পুথিবোৰৰ বহুল প্ৰচাৰ হৈছিল।

ইংলণ্ডৰ প্ৰখ্যাত জ'ন ৰাস্কিনৰ 'আন্ টু দিছ লাষ্ট'—গান্ধীজীৰ ভাষাত 'সৰ্বোদয়',— কিতাপখনে ( ১৮৬০ ) টলষ্টয়ৰ ওপৰত ডাঙৰ প্ৰভাৱ আনিছিল। যিদৰে আনিছিল মহাত্মা গান্ধীৰ ওপৰত। ( ৰাস্কিনৰ এই ক্ষুদ্ৰপুথিখনে গান্ধীৰ ওপৰত যি বিৰাট প্ৰতিক্ৰিয়া কৰিছিল তাক আন অধ্যায়ত উল্লেখ আছে। ) ইপিনে ১৮৮৭ চনত 'চেনচুৰি' নামৰ ইংৰাজী আলোচনীত জৰ্জ কেনন্ নামৰ লেখকৰ টলষ্টযৰ বিষয়ে এটা প্ৰবন্ধ প্ৰকাশ হৈছিল। প্ৰবন্ধটো পঢ়ি ৰাস্কিন মুগ্ধ হৈছিল আৰু কৈছিল ঃ 'কাউণ্ট টলষ্টয়ৰ বিষয়ে লিখা প্ৰবন্ধটো মই পঢ়া সকলো প্ৰবন্ধৰ ভিতৰত উৎকৃষ্ট।'

লিও টলষ্টয়ৰ আন এখন অমৰ উপন্যাস 'ৰিজাৰেকচন্'। ১৮৯৫ চনত তেওঁ এই উপন্যাসৰ লিখা কাম হাতত লৈ ১৮৯৯ চনত সমাপ্ত কৰে আৰু তাৰ পাছৰ বছৰত উপন্যাসখন প্ৰকাশ কৰা হয়। এই বৃহৎ উপন্যাসখনত ৰুছিয়াৰ জাৰতান্ত্ৰিক শাসনৰ দুৰ্নীতি আৰু দুৰাচাৰৰ বিস্তৃত বৰ্ণনা আছে। প্ৰকৃততে 'ৰিজাৰেকচন' গ্ৰন্থখন টলষ্টয়ৰ আত্মজীৱনীমূলক শেষ গ্ৰন্থ। তাৰ পাছত তেওঁৰ শাৰীৰিক অসুস্থ হবলৈ ধৰে আৰু ক্ৰমান্বয়ে দুই-চাৰিটা প্ৰবন্ধ লিখাৰ বাহিৰে তেওঁ গ্ৰন্থ প্ৰণয়নৰ কামত হাত দিবলৈ নোৱাৰা হৈ পৰে।

ৰুছিয়াৰ ধৰ্ম-সংস্থাপক সভাই টলষ্টয়ক ১৯০১ চনত সমাজচ্যুত কৰে। এই সভাখন আছিল ৰুছ-গ্ৰীক গোড়া খৃষ্টান শ্ৰেণীৰ ধৰ্মীয় অনুষ্ঠান—চিন'ড। ১৯০২ চনত টলষ্টয়ৰ টান নৰিয়া হোৱাত চিন'ডে তেওঁৰ মন পৰিৱৰ্তন কৰিবলৈ প্ৰয়াস কৰিছিল ; কিন্তু ৰুছ সাহিত্যিকজন তেওঁৰ বিশ্বাসত অচল-অটল হৈ আছিল। বৰঞ্চ, তেওঁ চোকা

ভাষাৰে ধৰ্মীয় নীতিবোৰ আৰু চিন'ডৰ কাম সমালোচনা কৰিছিল। 'আই কেনট্ বি চাইলেণ্ট' অৰ্থাৎ 'মেই নিস্তব্ধ হৈ থাকিব নোৱাৰোঁ' শিতানৰ প্ৰবন্ধটো তাৰ জ্বলন্ত উদাহৰণ। যিবোৰ আলোচনীয়ে টলষ্টয়ৰ এই প্ৰবন্ধটো প্ৰকাশ কৰিছিল তেনে আলোচনী চৰকাৰৰ কোপদৃষ্টিত পৰিছিল আৰু কেবাখনো আলোচনীয়ে জৰিমনা ভৰিব লগাত পৰিছিল।

ছুইডেনৰ শান্তি-কংগ্ৰেছলৈ (১৯০৮) টলষ্টয়ে এটা বাণী পঠাইছিল। তাত তেওঁ কৈছিল ঃ 'হত্যা-কামৰপৰা মানুহ বিৰত হৈ থাকিলে মানুহৰ জীৱনে কি ৰূপ লব আমি নাজানো আৰু জানিব নোৱাৰো। কিন্তু এটা কথা ঠিক যে মানুহ যুক্তি আৰু বিবেকৰ দ্বাৰা বেছিকৈ পৰিচালিত হব, কাৰণ যিসকলে সমূহীয়া হত্যাকাণ্ডৰ ব্যৱস্থা কৰে, তেনে লোকৰ ওচৰত নতি স্বীকাৰ নকৰিবলৈ মানুহৰ যুক্তি আৰু বিবেক আছে। হত্যাকাণ্ডৰ বিভীষিকাৰ ওপৰত প্ৰতিষ্ঠিত হিংসাৰ আশ্ৰয় যদি লোৱা নহয় তেওঁলোকৰ পৰিচালিত সমাজ ব্যৱস্থা কোনো মতে বেয়া হব নোৱাৰিব। এই খিনিকে মই কব খুজিছো। মোৰ কথা যদি কোনোবাই ভাল নাপায় বা মোৰ কথাই কোনোবাক আঘাত দিয়ে তেতিয়া মই বৰ দুঃখীত হম। মোৰ বয়স এতিয়া আশী আৰু যি কোনো সময়তে মোৰ মৃত্যু হব পাৰে। তথাপি মই যিটো সত্য বুলি জানো তাক নকলে মোৰ পক্ষে সেইয়া লজ্জাজনক আৰু দোষনীয় হব। যুদ্ধজনিত নানা অমঙ্গলৰপৰা মাথোন সত্যই হে মানব জাতিক ৰক্ষা কবিব পাৰে। এই কথা মই দৃঢ়ভাৱে বিশ্বাস কৰো।'

টলষ্টয়ৰ জীৱনৰ শেহৰ দিনবিটা বৰ দুখৰ আছিল আৰু তেওঁ নিজৰ ঘৰৰপৰা হঠাৎ ওলাই গৈছিল। মাত্ৰ তেওঁৰ জীয়েৰক টোপনিৰপৰা জগাই ওচৰৰ আস্তাপাভো সৰু ৰেল ষ্টেচনলৈ যায়। তেতিয়া তেওঁৰ গাত ১০৪ ডিগ্ৰী জ্বৰ। ৰেল ষ্টেচনতেই ১৯১০ চনৰ ৫ নবেম্বৰত (২০ নবেম্বৰ?) তেওঁৰ মৃত্যু হয়। মৃত্যুৰ খন্তেক পাছত তেওঁৰ ঘৈণীয়েক ল'ৰা-ছোৱালী চাৰিটি লৈ টলষ্টয়ৰ ওচৰলৈ যায়; তাত তেওঁৰ পৰম বন্ধু চাৰ্টকিভো উপস্থিত হৈছিল গৈ। তেতিয়া টলষ্টয় অজ্ঞাত অৱস্থাত, মাত্ৰ তেওঁৰ কনিষ্ঠ পুত্ৰ চাৰ্জিক কৈছিল ঃ 'সত্য মোৰ বৰ প্ৰিয়' ... সেইয়া কি বস্তু?' এই-খিনিয়েই আছিল টলষ্টয়ৰ শেষ কথা।

বৃদ্ধ সাহিত্যিকজনৰ মৃতদেহ তেওঁৰ প্ৰিয় জন্মস্থান ইয়াছনায়া পোলিয়ানাত সাত নবেম্বৰত সমাধিস্থ কৰা হয়। সমাধিস্থলত কিন্তু খৃষ্টান ধৰ্মীয় প্ৰথামতে কোনো ক্ৰিয়া সম্পন্ন কৰা নহ'ল, কাৰণ গীৰ্জাৰ ব্যৱস্থাপনা চিন'ডে টলষ্টয়ৰ সমাধিত তেনে ক্ৰিয়া কৰিবলৈ নিষেধ কৰিছিল যিহেতু এই প্ৰখ্যাত বৃদ্ধজনে চিন'ডৰ কামকাজবোৰৰ বিৰূপ

সমালোচনা কৰিছিল। বহু খৃষ্টান ধৰ্মযাজকসকলৰ এনে কাণ্ড সত্বেও ৰুছিয়া আৰু ৰুছিয়াৰ বাহিৰত টলষ্টয়ৰ মৃত্যুত শোকৰ ছাঁ বিয়পি পৰিছিল। চেণ্ট পিটাচ্‌বাৰ্গ বিশ্ব-বিদ্যালয়ৰ কৰ্তৃপক্ষই টলষ্টয়ৰ মৃত্যুত শোকাশ্ৰুৰ প্ৰতীক হিচাপে বন্ধৰ দিন পালন কৰিছিল ; নানা ঠাইত থিয়েটাৰ আদি বন্ধ ৰখা হৈছিল ; আনকি জাৰ আৰু ৰুছিয়া সংসদেও শোকসন্তপ্ত পৰিয়াললৈ শোকৰ বাৰ্তা প্ৰেৰণ কৰিছিল। টলষ্টয়ৰ সাহিত্য-প্ৰতিভা, উদাৰ মানৱীয়তা আৰু শান্তি-সন্ধানৰ প্ৰশংসা কৰি প্ৰগতিবাদী আৰু চিন্তাশীল বহুত ব্যক্তিয়ে শ্ৰদ্ধাঞ্জলী আগবঢ়াইছিল। ভি-আই লেনিনৰ নেতৃত্বত ছোভিয়েত যুনিয়ন প্ৰতিষ্ঠা হবলৈ তেতিয়া সাত বছৰ বাকী আছিল। তথাপি লেনিনে টলষ্টয়ৰ মৃত্যুত ১৯১০ চনৰ নবেম্বৰ মাহৰ 'ডেমোক্ৰেট' নামৰ আলোচনীত এটা প্ৰবন্ধ লিখিছিল। প্ৰবন্ধটোত তেওঁৰ নাম প্ৰকাশ কৰা নাছিল, প্ৰকাশ কৰা নাছিল যদিও, এইটো লেনিনে নিজে লিখা আছিল আৰু তাৰ যোগেদি লেনিনে তেওঁৰ ব্যক্তিগত আৰু সতীৰ্থসকলৰ হৈ টলষ্টয়ৰ প্ৰতি শ্ৰদ্ধাঞ্জলী জনাইছিল।

টলষ্টয়ৰ ওপৰত লিখা লেনিনৰ প্ৰবন্ধটোৰ ঐতিহাসিক তাৎপৰ্য আছে। তলত তাৰ অসমীয়া ভাঙনি দিয়া হ'ল ঃ

'লিও টলষ্টয় ঢুকাল। কলামোদী, চিন্তাবিদ্ আৰু প্ৰচাৰক হিচাপে তেওঁৰ সাৰ্বজনীন খ্যাতি ৰুছ বিপ্লৱৰ বিশ্বজনীন অৰ্থত প্ৰকাশ পাইছে।

'দেশত যেতিয়া গোলামী প্ৰথা অব্যাহত আছিল সেই সময়ত টলষ্টয়ৰ আবিৰ্ভাব হৈছিল। প্ৰায় অৰ্দ্ধ শতাব্দীজোৰা তেওঁৰ সাহিত্যিক জীৱনত তেওঁ কেবাখনো গ্ৰন্থ লিখিছিল আৰু এই গ্ৰন্থবোৰত প্ৰধানকৈ পূৰ্বৰ্ণ, প্ৰাক্ বিপ্লৱ যুগৰ ৰুছিয়াৰ য'ত ১৮৬২ চনৰ আগলৈ অৰ্ধ-গোলামী প্ৰথা আছিল গ্ৰাম্য-জীৱনৰ ভূস্বামী আৰু খেতিয়কৰ বৰ্ণনা কৰিছিল। ৰুছ ইতিহাসৰ এই সময় ছোৱাৰ বৰ্ণনা কৰোতে আৰ্টিষ্ট হিচাপে টলষ্টয়ৰ গৌৰৱ ইমান ঊৰ্দ্ধলৈ গৈছিল যে তেওঁৰ গ্ৰন্থবোৰ সাহিত্যৰ মহান গ্ৰন্থবোৰৰ শ্ৰেণীভুক্ত হৈছে। গোলামী প্ৰথাৰ মালিকসকলৰ কবলত থকা দেশবোৰৰ ভিতৰৰ এখন দেশত বিপ্লৱৰ বাবে প্ৰস্তুতি যুগ মানৱজাতিৰ আৰ্টৰ ক্ষেত্ৰত ৰুছিয়াই এখোজ আগবাঢ়িছিল। তাৰ পৰিপ্ৰেক্ষিতত টলষ্টয়ৰ কাহিনীবোৰ অতি চমৎকাৰ।

'আৰ্টিষ্ট হিচাপে ৰুছিয়াত কম লোকে টলষ্টয়ক জানে। তেওঁৰ মহৎ গ্ৰন্থবোৰ যদি সকলোৰে লগত পৰিচয় কৰি দিব লাগে, তেনে হলে বৰ্তমান সমাজ ব্যৱস্থাৰ বিৰুদ্ধে সংগ্ৰাম কৰিব লাগিব, কাৰণ বৰ্তমান ব্যৱস্থাই লাখ লাখ মানুহক অজ্ঞতা, অসহায় অৱস্থা, গোলামী আৰু দৰিদ্ৰতাত ৰাখিছে। সেই কাৰণে সমাজতন্ত্ৰী বিপ্লৱ সফল কৰিব লাগিব।

টলষ্টয়ে প্ৰশংসনীয় কলাধৰ্মী কিতাপ লিখিছিল। এই কিতাপবোৰ গোলামী আৰু পুঁজিবাদ ওফৰাই দিয়াৰ পাছত বহুত লোকে পঢ়িব আৰু তাৰ প্ৰশংসা কৰিব। কিন্তু আৰ্টৰ দিশটোয়ে তেওঁৰ গ্ৰন্থৰ একমাত্ৰ গুণ নাছিল ; বৰ্তমান অৱস্থাৰ তলত জনতাই যি দুখ ভুগি আছে সেই অৱস্থা টলষ্টয়ে দৃঢ়তাৰে প্ৰকাশ কৰিছিল ; তাত জনতাৰ ক্ষোভ আৰু প্ৰতিবাদ স্বতঃস্ফূৰ্তভাৱে ফুটি ওলাইছিল। মূলতঃ টলষ্টয় ১৮৬১-১৯০৪ যুগৰ মানুহ আছিল আৰু আৰ্টিষ্ট, চিন্তাবিদ্ আৰু প্ৰচাৰক হিচাপে ৰুছিয়াৰ প্ৰথম বিপ্লৱৰ (১৯০৫) ঐতিহাসিক দিশ, তাৰ শক্তি আৰু দুৰ্বলতা অতি স্পষ্টভাৱে টলষ্টয়ে তেওঁৰ লিখনিত অন্তৰ্ভুক্ত কৰিছিল।

আমাৰ বিপ্লৱৰ-বিশেষভাৱে উল্লেখযোগ্য দিশ হৈছে যে ই খেতিয়ক বুৰ্জোৱাৰ বিপ্লৱ, পৃথিবীত প্ৰবল পুঁজিবাদৰ অগ্ৰগতি আৰু ৰুছিয়াতো তুলনামূলকভাৱে এই পুঁজিবাদৰ অগ্ৰগতিৰ সময়ত আমাৰ বিদ্ৰোহৰ যুগ। বিদ্ৰোহ অৱশ্যে বুৰ্জোৱা শ্ৰেণীৰ আছিল, কাৰণ জাৰতন্ত্ৰবাদ, তাৰ স্বেচ্ছাচাৰিতা আৰু ভূমিৰ মালিকীস্বত্ব তুৰন্তে উচ্ছেদ কৰা বিপ্লৱৰ উদ্দেশ্য আছিল। কম-বেচি পৰিমাণে তেতিয়াৰ অৱস্থাই স্বাধীন ঐতিহাসিক ক্ষেত্ৰলৈ কৃষক শ্ৰেণীক আহিবলৈ বাধ্য কৰিছিল।

টলষ্টয়ৰ পুথিবোৰত কৃষক-জনতাৰ শক্তি আৰু দুৰ্বলতা, তাৰ মহিমা আৰু সীমাবদ্ধতা। উভয়কে পোৱা যায়। ৰাষ্ট্ৰ আৰু আৰক্ষীৰ লগত যোগাযোগ থকা গীৰ্জা প্ৰতিপক্ষৰ বিৰুদ্ধে তেওঁৰ চোকা, ক্ষুব্ধ আৰু প্ৰায় বেছি সময়ত নিৰ্দয় প্ৰতিবাদে আদিম অৱস্থাৰ কৃষক-জনতাৰ গণতান্ত্ৰিক ভাব প্ৰকাশ কৰিছিল। বহু শতাব্দীৰ গোলামী, চৰকাৰৰ অত্যাচাৰ আৰু ডকাইতি, জেচুইপন্থী গীৰ্জা সম্প্ৰদায়ৰ প্ৰবঞ্চনা আৰু প্ৰতাৰণাৰ থূপ কৃষকসকলৰ মনত পৰ্বতাকাৰ হৈ আছিল। সেই ঐতিহাসিক সময়ৰ কৃষকৰ ভূমিৰ ব্যক্তিগত মালিকীস্বত্বৰ ওপৰত থকা টলষ্টয়ৰ দৃঢ় প্ৰতিৰোধ প্ৰকাশ হৈছিল। স্থাৱৰ জমিদাৰী আৰু পট্টনৰ মাজত থকা আওপুৰণি, মধ্যযুগীয়া মালিকীস্বত্ব দেশৰ উন্নয়নত অসহনীয় প্ৰতিবন্ধক আছিল আৰু এনে ব্যৱস্থা নিষ্ঠুৰ আৰু তুৰন্তে অন্ত হ'বলৈ বাধ্য আছিল। পুঁজিবাদৰ বিৰুদ্ধে টলষ্টয়ৰ অভিযোগ আছিল যে এই পুঁজিবাদ নতুন আৰু অদৃশ্য ৰূপত কোনো চহৰ বা বিদেশী ঠাইৰপৰা ৰুছিয়ালৈ আহি গ্ৰাম্য জীৱনৰ "খুটা" নষ্ট কৰিছিল। তাৰ ফলস্বৰূপে ধ্বংস, দাৰিদ্ৰ্যতা, আসুৰিকতা, গণিকাবৃত্তি, গৰ্মি বেমাৰৰ উৎপত্তি হৈছিল আৰু এইবোৰ আদিমযুগৰ থূপ হৈ নানা দুৰ্যোগৰ উদ্ভৱ হৈছিল। শোষণৰ অতি আধুনিক পদ্ধতি ৰুছভূমিলৈ আমদানি হৈ দুৰ্যোগৰ মাত্ৰা বঢ়াইছিল।

কিন্তু সেই সময়ৰ এই সমালোচক, তীব্ৰ প্ৰতিবাদ কৰোঁতা আৰু উগ্ৰ অভিযোগ-

কাৰীজনৰ গ্ৰন্থ আৰু লিখনিত বুদ্ধিয়াৰ সন্মুখত দেখা দিয়া সংকটৰ হেতু পোৱা নগৈছিল। য়ুৰোপীয় শিক্ষাত শিক্ষিত আৰু পিতৃবৎ সবল খেতিয়কজনৰ পক্ষে সেইয়া স্বাভাৱিক আছিল। আৰক্ষী পৰিপুষ্ট সামন্তৰাষ্ট্ৰ আৰু ৰাজতন্ত্ৰৰ বিৰুদ্ধে টলষ্টয়ে যি সংগ্ৰাম কৰিছিল তাৰ দ্বাৰা তেওঁৰ ৰাজনীতি বিসৰ্জন বুজাইছিল, অন্যায়ৰ বিৰুদ্ধে প্ৰতিৰোধ নীতি উদ্ভৱ হৈছিল আৰু ১৯০৫-১৯০৭ চনৰ বিদ্ৰোহী সংগ্ৰামৰপৰা তেওঁ পৃথক কৰি ৰাখিছিল। প্ৰচলিত গীৰ্জা ব্যৱস্থাৰ বিৰোধিতাৰ লগে লগে এটা নতুন ধৰ্ম সংস্কাৰ আৰু সূক্ষ্ম বিষ পদদলিত জনতাৰ মাজত তেওঁ প্ৰচাৰ কৰিছিল। জমিদাৰী প্ৰথা আৰু তাৰ মাধ্যমত লাভ কৰা ৰাজনৈতিক অস্ত্ৰ আৰু ৰাজতন্ত্ৰ যিটো প্ৰকৃত শত্ৰু আছিল তাৰ বিৰুদ্ধে সংগ্ৰাম কেন্দ্ৰীভূত হোৱা নাছিল, তাৰ পৰিবৰ্তে, ব্যাপক আৰু দুৰ্বল বিননিৰ সৃষ্টি কৰিছিল। তেওঁৰ লিখনিত পুঁজিবাদ আৰু জনতাৰ ওপৰত পুঁজিবাদে কৰা নিৰ্যাতন উলংগভাৱে প্ৰকাশ হৈছিল যদিও, আন্তৰ্জাতিক সমাজবাদী প্ৰোলেটাৰিয়েতে মুক্তিৰ বাবে বিশ্বজোৰা সংগ্ৰামৰ প্ৰতি সি আছিল সহানুভূতিহীন ভংগী।

টলষ্টয়ৰ অন্তঃবিৰোধী মত তেওঁৰ ব্যক্তিগত কাৰণত হোৱা নাছিল, সেই সময়ৰ পৰিবেশ, পৰস্পৰ বিৰোধী পৰিস্থিতি, সামাজিক প্ৰভাৱ আৰু ঐতিহাসিক পৰম্পৰাৰ কাৰণে তেওঁৰ দ্বিধাভাৱ জন্মিছিল। ৰুছ সমাজ-সংস্কাৰৰ উত্তৰকাল আৰু প্ৰাক্-বিপ্লৱৰ বিভিন্ন শ্ৰেণী আৰু বিভিন্ন মহলৰ মনস্তত্ত্ববাদক গঢ় দিছিল। টলষ্টয়ৰ প্ৰকৃত মূল্যাংকন কৰিব পাৰি যদি হে তেওঁৰ দিনৰ প্ৰথম ভাগত আৰু বিপ্লৱৰ সময়ত যিটো শ্ৰেণীয়ে ৰাজনৈতিক ভূমিকা লৈ জনতা সাধাৰণৰ মুক্তি আৰু জনতাক শোষণৰপৰা উদ্ধাৰ কৰিবলৈ সংগ্ৰামৰ নেতৃত্ব লৈছিল, এই শ্ৰেণীৰ গণতন্ত্ৰৰ সপক্ষে আৰু বুৰ্জোৱা সম্প্ৰদায়ৰ অসংগত আৰু সীমাবদ্ধ অৱস্থাৰ বিৰুদ্ধে নেতৃত্ব লৈছিল তাক অধ্যয়ন কৰিব লাগিব। তেতিয়াহে সামাজিক গণতান্ত্ৰিক প্ৰোলেটাৰিয়েতৰ মত মূল্যাংকন কৰাৰ সাৰ্থকতা হব।

চৰকাৰী বাতৰি কাকতবোৰে টলষ্টয় সম্পৰ্কে কি ধাৰণা লৈছিল চোৱা যাওক। এই শ্ৰেণীৰ বাতৰিকাকতে মহান লেখকজনৰ প্ৰতি ঘৰিয়ালৰ অশ্ৰু টুকি শ্ৰদ্ধা দেখুৱাই-ছিল আৰু তাৰ লগতে পবিত্ৰ চিন'ডক সমৰ্থন কৰিছিল। টলষ্টয় মৃত্যুৰ দুৱাৰদলিত থকা অৱস্থাত যাজক শ্ৰেণীয়ে টলষ্টয়ৰ ওচৰলৈ পুৰোহিত পঠাইছিল, কিন্তু ইয়াৰ উদ্দেশ্য আছিল জনসাধাৰণক প্ৰতাৰণা কৰাৰ আৰু টলষ্টয়ে অনুশোচনা কৰিছে বুলি সমাজক বিশ্বাস জন্মোৱা। পবিত্ৰ চিন'ডে কিন্তু তেওঁক সমাজচ্যুত কৰিছিল। সেইয়া ভালেই হৈছিল। যেতিয়া জনসাধাৰণে চিন'ডৰ সাজ পৰিধান কৰা পাদুৰীসকলৰ, চিপাহী শ্ৰেণীৰ, ইহুদীবিৰোধী পাপীষ্ঠহঁতৰ, আৰু জাৰৰ ব্লেক হাণ্ডেচৰ লগত যেতিয়া যুঁজ কৰিব সেই সময়ত এইবোৰ কথা মনত কৰিব লাগিব।

'উদাৰপন্থী বাৰ্তাৰ কাকতবোৰে টলষ্টয়ৰ কি মূল্যাংকন কৰিছিল তাৰ এতিয়া লেখ লোৱা যাওক। এই বাৰ্তাৰ কাকতবোৰে 'সভ্য মানৱ জাতিৰ মাত', 'পৃথিবীৰ সৰ্বসন্মত সঁহাৰি', 'সত্য আৰু কল্যাণৰ আদৰ্শ' আদিৰ দৰে সাৰশূন্য, চৰকাৰী উদাৰনৈতিক আৰু বাৰম্বাৰ ব্যৱহৃত বাক্যবোৰত আৱদ্ধ আছিল। তাৰ বাবে টলষ্টয়ে বুৰ্জোৱা বিজ্ঞানক দোষাৰোপ কৰিছিল। এই চাম বাৰ্তাৰ কাকতে কিন্তু টলষ্টয়ে ৰাষ্ট্ৰ, খৃষ্টান সম্প্ৰদান, ভূমিৰ ক্ষেত্ৰত ব্যক্তিগত সম্পত্তি আৰু পুঁজিবাদৰ ওপৰত কৰা স্পৰ্শ আৰু পোনপটীয়া মতৰ ওপৰত কোনো মন্তব্য দিব নোৱাৰিলে বা সেই মত প্ৰচাৰ কৰাত সহায় নকৰিছিল। এইয়া প্ৰেছৰ ওপৰত থকা চেন্সৰ ব্যৱস্থাৰ কাৰণে নাছিল, বৰঞ্চ চেন্সৰ বাৰ্তাৰকাকতৰ এটা আহুকলীয়া অৱস্থাত সহায়ক হৈছিল অৰ্থাৎ বাৰ্তাৰ-কাকতে চেন্সাৰৰ অজুহাতত টলষ্টয়ৰ মত প্ৰচাৰ কৰিব পৰা নাছিল বুলি সুবিধা লৈছিল। টলষ্টয় সমালোচনাৰ প্ৰত্যেক কথা বুৰ্জোৱা উদাৰনৈতিকতাবাদৰ গালত চৰ মৰাৰ দৰে আছিল। টলষ্টয়ে নিৰ্ভয়ে, খাটাংভাৱে আৰু নিৰ্দয়ভাৱে আমাৰ দিনৰ সমস্যাৰোৰ যি দৰে উত্থাপন কৰিছিল সেইয়া আছিল আমাৰ উদাৰনৈতিক প্ৰকাশকমণ্ডলীৰ 'সভ্য' মিথ্যাবাদ, সচৰাচৰ ব্যৱহৃত আৰু গা এৰা দিয়া বিধৰে বাক্যৰ প্ৰতি ধৰ্মকি স্বৰূপ। উদাৰনৈতিক দলে টলষ্টয়ক সমৰ্থন কৰিছিল আৰু চিন'ডৰ বিৰোধী আছিল, লগতে তেওঁলোকে 'ৰেখি' নামৰ ( ১৯০৯ ) বিপ্লৱৰ পৰিপন্থী আলোচনীত প্ৰবন্ধ লিখিছিল।

'উদাৰপন্থী শ্ৰেণীয়ে টলষ্টয়ক 'মহান বিবেক'ৰ শাৰীত প্ৰথম স্থান দিছিল। ১৮৬৪-১৯১৭ চনত প্ৰকাশিত 'নভয়ী ভ্ৰেম্যা' নামৰ গোড়া সোঁপন্থী আৰু এই কাকতৰ সতীৰ্থসকলে টলষ্টয়ক তেনে দৰে অভিহিত কৰাটো নিৰৰ্থক নাছিল নে? সেইবাবে গণতন্ত্ৰ আৰু সমাজবাদৰ টলষ্টয়ে যি বাস্তৱ সমস্যা দাঙি ধৰিছিল সেইবোৰ এৰাই যোৱা নহৈছিল নে? তাৰ দ্বাৰা টলষ্টয়ৰ বুদ্ধিমত্তাৰ পৰিবৰ্তে যুক্তিহীন ধাৰণাক আঙুলিয়াই দিয়া নুবুজাইছিল নে? আৰু টলষ্টয়ে ভবিষ্যতৰ বিষয়ে যি কৈছিল তাক অতীতৰ কথা বুলি ব্যাখ্যা কৰা হোৱা নাছিল নে? ৰাজনীতিক তেওঁ যিভাৱে প্ৰত্যাখ্যান কৰিছিল আৰু নৈতিক আত্মশুদ্ধি কৰিছিল তাক উদাৰনৈতিক শ্ৰেণী আৰু ৰাতাৰিকাকতে প্ৰথম স্থান দিছিল অথচ শ্ৰেণীগত সকলো প্ৰকাৰৰ প্ৰভুত্বৰ বিৰুদ্ধে টলষ্টয়ে যি চোকা মন্তব্য কৰিছিল তাক তেনে স্থান তেওঁলোকে নিদিছিল।

'টলষ্টয় আৰু নাই। প্ৰাক্-বিপ্লৱ যুগৰ ৰুছিয়াৰ দুৰ্বলতা এই মহান আৰ্টিষ্টজনৰ দৰ্শন আৰু গ্ৰন্থবোৰত প্ৰকাশ পাইছিল। আজি সেইয়া অতীতত লীন হ'ল। কিন্তু তেওঁ থৈ যোৱা পৰম্পৰা অতীতৰ বস্তু হোৱা নাই—ই ভবিষ্যতৰ। সেই পৰম্পৰা ৰুছ প্ৰোলেটাৰিয়েতে গ্ৰহণ কৰি তাৰ ভিত্তিত কাম কৰিব ধৰিছে। ৰাষ্ট্ৰ, গীৰ্জা, ব্যক্তি-

গত ভূস্বামীত্বৰ ওপৰত টলষ্টয়ে কৰা সমালোচনাৰ অৰ্থ ৰুছ প্ৰোলেটাৰিয়েতে শ্ৰমিক আৰু শোষিতৰ মাজত ব্যাখ্যা কৰিব, কিন্তু আত্মশুদ্ধি, সৎ জীৱনযাপনৰ বাবে সেই ব্যাখ্যা কৰা নহব--ব্যাখ্যা কৰা হব যাতে জনতাই জাৰতন্ত্ৰী আৰু জমিদাৰী প্ৰথাৰ ওপৰত আঘাত হানিব পাৰে। ১৯০৫ চনত তেনে আঘাত সামান্য ভাবেহে হৈছিল। ৰুছ প্ৰোলেটাৰিয়েতে জনতাৰ আগত টলষ্টয়ে পুঁজিবাদৰ বিৰুদ্ধে কৰা সমালোচনা দাঙি ধৰিব, কিন্তু জনতাই পুঁজিবাদ আৰু ধনৰ মহিমাত অভিশাপ দিবৰ কাৰণে নহয়, তেওঁলোকে যাতে তেওঁলোকৰ জীৱনত আৰু সংগ্ৰামৰ প্ৰতি খোজতে পুঁজিবাদৰপৰা প্ৰযুক্তি আৰু সামাজিক উপকাৰ পাব পাৰে, যাতে তেওঁলোকৰ লাখ লাখ মানুহে সমাজৰ হৈ এটা ঐক্য বাহিনী গঠন কৰি পুঁজিবাদ উচ্ছেদ কৰি এখন নতুন সমাজ গঢ়িব পাৰে তাৰ বাবেহে। এনে এখন সমাজত জনতা দৰিদ্ৰতাৰ তলত নাথাকিব আৰু এজনে আন এজনক শোষণ কৰিব নোৱাৰিব।' ( নবেম্বৰ ১০, ১৯১০ )

লেলিনৰ উপৰিও বিখ্যাত ৰুছ সাহিত্যিক এণ্টন চেক'ভ ( ১৮৮২--১৯৬৯ ) আৰু মেক্সিম গোৰ্কীয়ে ( ১৮৬৪--১৯৩৬ ) টলষ্টয়ৰ ওপৰত সশ্ৰদ্ধ মত প্ৰকাশ কৰিছিল। টলষ্টয়ৰ মৃত্যুৰ দহ বছৰ আগতে চেক'ভে লিখিছিল ঃ 'টলষ্টয়ৰ মৃত্যুক মই ভয় কৰো। তেওঁৰ তিৰোধানত মোৰ জীৱনৰ এটা শূন্যতাই দেখা দিব- - -তেওঁৰ অবিহনে আমাৰ সাহিত্য ৰখীয়াবিহীন ভেৰাপালত পৰিণত হব।'

মেক্সিম গোৰ্কী লিও টলষ্টয়ৰ এজন বিশিষ্ট গুণমুগ্ধ বন্ধু আছিল। বয়সত টলষ্টয় গোৰ্কীতকৈ কেবা বছৰৰ ডাঙৰ আছিল। কিন্তু দুয়োজন সাহিত্যিকৰ মাজত নানা বিষয়ৰ আলোচনা হৈছিল 'গোৰ্কী ইয়াছনায়া পোলিয়ানালৈ সঘনে গৈছিল আৰু টলষ্টয়ে কোৱা কথাবোৰ ডায়েৰীতে লিপিবদ্ধ কৰি ৰাখিছিল।

ৰুছ সাহিত্যত মেক্সিম গোৰ্কী এজন প্ৰসিদ্ধ লেখক। এওঁৰ প্ৰকৃত নাম আলেক্সি পেচক'ভ। সাহিত্য জগতত তেওঁ মেক্সিম গোৰ্কী নামে পৰিচিত। টলষ্টয় সম্পৰ্কে লিখা তেওঁৰ টোকাৰপৰা এটা উধৃতি দিয়া হ'ল ঃ

'পৃথিৱীত টলষ্টয়ৰ বাহিৰে আন এজন লোক নাই যিজনক অসাধাৰণ প্ৰতিভা-শালীৰ যোগ্যতা আছে বুলি কব পাৰি। টলষ্টয়ৰ দৰে জটিল, আত্ম-গুণভেদ থকা লোক বিৰল। বহল আৰু ক্ষুন্ন উভয়ভাৱে বিচাৰ কৰিলে তেওঁক নিৰ্মল দেখা গৈছিল আৰু তাক ভাষাৰে বৰ্ণাব নোৱাৰি। তেওঁক দেখিলে ডাঙৰ-সৰু সকলোকে চিঞৰি কবলৈ ইচ্ছা হয়—চোৱা, আমাৰ পৃথিৱী গ্ৰহত কেনে এজন আচৰিত ব্যক্তি আছে। তেওঁৰ গাত সকলো গুণ আছে—তেওঁৰ প্ৰথম আৰু উৎকৃষ্ট গুণ—টলষ্টয় প্ৰকৃতাৰ্থত এজন মানৱ জীৱ।'

এদিন ইয়াছনায়া পোলিয়ানাৰ বিস্তৃত মুকলি ঠাইত চেক'ভ আৰু আন এজন বন্ধু টলষ্টয়ৰ লগত ফুৰি থাকোতে বন্ধুজনক টলষ্টয়ে এটা প্ৰশ্ন কৰিছিল—প্ৰশ্নটো আছিল ঃ তুমি ঈশ্বৰৰ ওপৰত কিয় বিশ্বাস নকৰা ?' 'মোৰ বিশ্বাস নাই' বুলি বন্ধুজনে উত্তৰ দিয়াত টলষ্টয়ে তেওঁক কৈছিল ঃ 'সেইয়া সঁচা নহয়। তুমি ঈশ্বৰক বিশ্বাস কৰা প্ৰকৃতি, তুমি ঈশ্বৰ অবিহনে চলিব নোৱাৰা। তুমি তাক শীঘ্ৰে অনুভব কৰিবা। ঈশ্বৰত তোমাৰ অবিশ্বাস তোমাৰ আকোৰ গোজালি স্বভাব, জগতখন তোমাৰ পচন্দ মতে সৃজন নোহোৱা কাৰণে তোমাৰ ৰোষ। কিছুমান মানুহে লাজত ঈশ্বৰৰ ওপৰত বিশ্বাস নাৰাখে, যুৱক শ্ৰেণী কোনো কোনো সময়ত তেনে হয়। তেওঁলোকে নাৰীক পূজা কৰে, কিন্তু তেনে পূজা আনৰ আগত দেখুৱাবলৈ তেওঁলোকৰ সাহ নাই আৰু তেওঁলোকক আনে ভুল বুজিব বুলি ভয় কৰে। প্ৰেম কৰিবলৈ মৰ সাহ লাগে, ঈশ্বৰৰ ওপৰত বিশ্বাস কৰিবলৈ তেনে সাহ লাগে। তুমি নিজক কবা—মই ঈশ্বৰক বিশ্বাস কৰো, তেতিয়া সকলো ঠিক হৈ যাব, তোমাৰ পচন্দ মতে সকলো কাম পাবা আৰু তুমি সকলোতে আকৰ্ষণ পাবা। তুমি যাক ভাল পোৱা তাৰ কাৰণ থাকে। বিশ্বাস প্ৰেমৰ মাত্ৰ প্ৰবল ৰূপ। তুমি যিমানেই ভাল পাবা, সিমানেই তোমাৰ বিশ্বাস গাঢ় হব। পৃথিবীৰ সকলো পুৰুষে সকলো শ্ৰেষ্ঠা নাৰীক ভাল পায় অৰ্থাৎ প্ৰতিজন পুৰুষে শ্ৰেষ্ঠা নাৰীজনীক ভাল পায়। সেয়ে বিশ্বাস। এজন অবিশ্বাসীয়ে প্ৰেম কি তাক নাজানে—আজি এজনী নাৰীক ভাল পাব আৰু এবছৰৰ ভিতৰত আন এজনীক ভাল পাব। এনে মানুহৰ আত্মা যাযাবৰী আৰু নিষ্ফল। সেইয়া অনুচিত। তুমি ঈশ্বৰ বিশ্বাসী হৈ জন্মিছা। তুমি তোমাৰ নিজৰ প্ৰতিকূলে গৈ একো লাভ নাই। তুমি সদায় সৌন্দৰ্যৰ কথা কোৱা। সৌন্দৰ্য নো কি বাৰু? ঈশ্বৰ সকলোতকৈ ওপৰত আৰু নিখুঁত।'

'টলষ্টয়ে এই বিষয়বোৰৰ বিষয়ে মোক আগেয়ে একো কোৱা নাছিল। তেওঁ যেতিয়া কোনো কথাৰ বিষয়ে কৈছিল তাৰ গুৰুত্বই মোক অভিভূত কৰিছিল। তেওঁৰ কাষত মই নিমাত হৈ আছিলো। তেওঁ এখন চোফাত বহি তেওঁৰ গোফকোছাৰ মাজেৰে মিচিকীয়া হাঁহি মাৰি মোলৈ আঙুলিয়াই কৈছিল ঃ 'তুমি নিমাত থাকিলে নহব, বুজিছা।'

'যিহেতু মই ঈশ্বৰত বিশ্বাস নকৰা লোক সেই হেতুকে মই নিজৰ মনত কৈছিলো— এই মানুহজন ( টলষ্টয় ) ঈশ্বৰ সদৃশ।'

মেক্সিম গোৰ্কীয়ে লিও টলষ্টয়ক পৰম শ্ৰদ্ধা কৰিছিল। ইভান টুৰ্গেনভ, আলেকজাণ্ডাৰ ব্লক প্ৰভৃতিয়েও তেনেদৰে বুঢ় সাহিত্যিকজনক শ্ৰদ্ধা কৰিছিল।

টলষ্টয়ৰ বিয়োগত যে কেৱল প্ৰগতিবাদী বুদ্ধিজীৱীসকলে পিতৃহাৰা হোৱা বুলি ভাবিছিল তেনে নহয়, ৰুছিয়াৰ তলখাপৰ সকলো মানুহেও টলষ্টয়ৰ অবিহনত অপূৰণীয়-ভাৱে ক্ষতিগ্ৰস্ত হোৱা যেন অনুভব কৰিছিল। টলষ্টয় সদায় মানুহৰ হৃদয়ত বাস কৰিছিল। তেওঁ সদায় প্ৰচলিত ভাবধাৰা আৰু প্ৰথাৰ বিৰুদ্ধে থিয় দিছিল আৰু থিয় দিছিল অন্যায়ভাৱে আহৰণ কৰা সম্পদৰ বিৰুদ্ধে, এলাহ আৰু দমন আৰু পীড়নৰ বিৰুদ্ধে আৰু সংগ্ৰাম কৰিছিল ক্ষয়মুখী কুৎচিত পৰি-প্ৰকাশৰ বিৰুদ্ধে।

ৰুছ সাহিত্যৰ বাটকটীয়া পুস্কিনে দেখুওৱাৰ দৰে ৰুছ ভাষাৰ সম্মোহিনী সুৰৰ জৰিয়তে অসাধাৰণ কৃতিত্বৰে ৰুছ জনসাধাৰণক আনন্দ আৰু বেদনাৰ অনুভূতি, তেওঁ-লোকৰ কৃতিত্বৰাশি, নেপোলিয়ন-অধ্যুষিত বহু ভাষাভাষী য়ুৰোপৰ লগত ৰুছ জনতাৰ ৰণ আৰু ঐতিহাসিক উদাহৰণবোৰ উধৃত কৰি জাতি আৰু সাধাৰণভাৱে পৃথক পৃথক ভাৱে মহান ব্যক্তিসকলৰ মহান উদ্দেশ্যৰ হকে সংগ্ৰামৰ মাজেদি বহুবাৰ পৰীক্ষিত আৰু পৰিবৰ্তিত ক্ৰমবিকাশ টলষ্টয়ে দাঙি ধৰিছে। 'ৱাৰ এণ্ড পীছ', 'দি কোচাকচ্', 'আন্না কাৰেনিনা' আৰু 'ৰিজাৰেকচন' লেখকজনৰ ওচৰত ধুমুহা আৰু মৃদু সমীৰণ, সাধাৰণ দৃষ্টিত উপলব্ধি কৰিব নোৱাৰা বিশালত্ব আৰু অন্যমনস্ক দৃষ্টিত ধৰা নপৰা কাল্পনিক দৃষ্টিৰ খুঁটিনাটি, মানুহৰ জীৱনৰ মাধ্যাহ্নিক আৰু সন্ধ্যাৰ স্মানিমা—সকলো দিবালোকৰ দৰে স্বচ্ছ। টলষ্টয়ে পৰস্পৰ বিৰোধী যি জীৱনযাপন কৰিছিল তাৰ ফলতেই মানৱ হৃদয়ৰ অভাবনীয় পাৰ্শ্বচিত্ৰবোৰ উদঘাটিত কৰি দেখুৱাব পাৰিছিল। তেওঁৰ বাহিৰে আন কোনেও পাঠকৰ আগত বেছি বিস্তৃতভাৱে তেনে ছবি দাঙি ধৰিব পৰা নাছিল।

টলষ্টয়ৰ ব্যক্তিত্বক আনকি অনন্য-সাধাৰণ কীৰ্তিৰ চাৰিবেৰৰ মাজত আৱদ্ধ কৰি ৰাখিব নোৱাৰি। তেওঁৰ নামে আদিৰেপৰা পৃথিৱীৰ কৃতী আৰু মহান লেখকসকলৰ শাৰীত স্থান অধিকাৰ কৰি আছে। তেওঁৰ ৰচনা এটা বিৰাট সম্পদ—প্ৰকৃতি বাটৰ কাষত যেন তেওঁ এখন পৰ্বত যাৰ শিখৰৰপৰা মানৱ-চিন্তাৰ সু-উদঘাটিত বিশাল প্ৰান্তৰ দৃষ্টিগোচৰ হয়। এই দৃষ্টিকোণৰপৰা টলষ্টয়ৰ সৃষ্ট চৰিত্ৰবোৰৰ চিৰন্তন আকৰ্ষণীয়তা সম্পৰ্কে আলোচনা কৰা, তেওঁৰ সৰ্বাত্মক ঈশ্বৰবাদ উল্লেখ কৰা আৰু তেওঁৰ জীৱন-জ্ঞানৰ বিশেষ মৌলিকত্বৰ কথা ন-দি কব পাৰি। এই প্ৰসঙ্গত টলষ্টয়ৰ সাহিত্যিক কৃতিত্বৰ এটা গৌৰৱপূৰ্ণ দিশ সম্পৰ্কে লেনিনে কৈছিল যে সেয়া আছিল 'অত্যন্ত বাস্তৱবাদ আৰু অলেখ মুখা উন্মোচন।'

টলষ্টয়ৰ জীৱনবোধে কাকো সাংসাৰিক জঞ্জালৰপৰা দূৰৈৰ আশ্ৰমলৈ বাট নেদেখুৱায়, আত্মতুষ্টিৰ মৰু প্ৰান্তৰলৈও নহয় ; তাৰ পৰিবৰ্তে বাঞ্ছিতসকলৰ কল্যাণৰ

হকে কাম কৰিবলৈ উদ্বুদ্ধ কৰে, ই তেওঁক লৈ আহে সাধাৰণ লোকৰ মাজলৈ যাৰ লগত একাত্মতা লাভৰ কামনা খ্যাতিমান আৰু সমাজসেৱী প্ৰত্যেক মানুহৰ থাকে। লেনিনে কোৱাৰ দৰে টলষ্টয়ৰ আত্মিক কামনা 'চৰকাৰী গীৰ্জাৰ, জমিদাৰ আৰু জমিদাৰ চালিত চৰকাৰ পূৰ্ণ বিলুপ্তিৰ মাটি-মালিকত্বৰ সকলো পুৰণি ধৰণ আৰু পদ্ধতি ধ্বংস কৰাৰ, আধিপত্যকাৰী শ্ৰেণীৰ ঠাইত মুক্ত আৰু সমতাসম্পন্ন ক্ষুদ্ৰ খেতিয়কশ্ৰেণীৰ চৰকাৰ প্ৰতিষ্ঠাৰ কামনাত চৰম পৰিণতি লাভ কৰিছিল। তেতিয়া হ'লে যিজন মানুহ ধ্বংস সম্মুখী পৃথিৱীৰ বিৰুদ্ধে দৃঢ়তাৰে প্ৰতিবাদ কৰিছিল সেইজন মানুহৰ কিহৰ অভাব আছিল ? সেইয়া কি দুৰ্গত মানৱশ্ৰেণীৰ পুনৰাভ্যুদায়ৰ কথা ঘোষণা কৰা ঈশ্বৰৰ অৱতাৰ গৰাকীৰ কোপিনৰ অভাব ? মানৱখেতিৰপৰা বনপাত উঘালি পেলোৱাৰ ইচ্ছাৰ অভাব ? সেই ইচ্ছা, নতুন ধৰ্মমত প্ৰতিষ্ঠাৰ কাৰণে নহয় যদিও, অন্ততঃ ইতিমধ্যে পৃথিৱীৰ দুৰাৰদলিত 'খুন্দিয়াবলৈ ধৰা' প্ৰবণতাবোৰ প্ৰতিষ্ঠাত যোগ্য স্থান লাভৰ ইচ্ছা। টলষ্টয়ৰ মৃত্যুৰ সাত বছৰৰ পাছত সেই প্ৰবণতাবোৰ ৰুছ শ্ৰমিক আৰু সৈনিকৰ বেয়নেটৰ যোগে দেখা দিলে। সৰ্বাত্মক আত্মাৰ উদাৰতাৰ কথা ঘোষণা কৰি টলষ্টয়ে পৰিকল্পিত পৰিবৰ্তন সাধন কৰাৰ প্ৰচেষ্টাৰ মাজত তাৰ উত্তৰ নিহিত হৈ থকা নাই জানো ? খৃষ্টান যাজকসকলে ২০০ বছৰ ধৰি তাকেই জানো মুখাফুটা আৰু ধনী মানুহৰ সুবিধাৰ কাৰণে হঠকাৰিতাৰে ব্যৱহাৰ কৰি অহা নাই ? খৃষ্টান ধৰ্মনীতিবোৰে সৰ্বপ্ৰথমে আত্মাৰ কথাহে বিবেচনা কৰে-বাকী সকলো যাৰ যাৰ তাৰ তাৰ। কিন্তু মানৱজীৱনৰ যন্ত্ৰণাৰ সমগ্ৰ ইতিহাসে দেখুৱায় যে ঈশ্বৰৰ কৃপাৰ বাহিৰেও জীয়াই থাকিবলৈ মানুহৰ আন কিবাকিবিৰ প্ৰয়োজন—আনকি টলষ্টয়ে যাক ঈশ্বৰৰ ৰাজ্য বুলি আখ্যা দিছে তাতকৈ বহুত তল খাপতো।

টলষ্টয়ৰ লিখনিত তেওঁ মানৱ অনুভূতিৰ প্ৰত্যেকটো পাঠকৰ আগত তুলি ধৰিছে। তাকে কৰোতে ইন্দ্ৰজাল প্ৰত্যক্ষ কৰাৰ নিচিনা এটা সৰলতাপূৰ্ণ বিস্ময়ৰ ছাঁ দেখা যায়। ই নিঃশব্দে মানৱাত্মাৰ ৰূপান্তৰ সাধন কৰে, ই পাপৰ বিৰুদ্ধে অধিক শক্তিশালী, বেছি সঁহাৰিপূৰ্ণ আৰু অসহনীয় কৰি তোলে। টলষ্টয়ে যে পাঠকক কাৰেনিনাক ঘৃণা কৰিবলৈ, নাতাছা ৰোস্তাভাৰ লগত তেওঁৰ আহত প্ৰিয়তমাৰ ৰোগ-শয্যাৰ কাষত দুখ কৰিবলৈ; তুছিনো বাতেৰীৰ পৰম সাফল্যত গৰ্বিত আনন্দেৰে চকুলো টুকিবলৈ, 'ৰেজাৰে কচনৰ' উপন্যাসৰ মূল চৰিত্ৰ মাছালোভাৰ বিচাৰৰ সময়ত সুবিধাবাদী শ্ৰেণীয়ে তেওঁৰ পতনৰ কাৰণে যি মূলতঃ দায়ী, যি ভণ্ডামী আৰু পাপী-সুলভ উদাসীনতা দেখুৱালে তাৰ প্ৰতি ক্ৰোধ প্ৰজ্জ্বলিত কৰিবলৈ, পৃথিৱীৰ জীৱনৰ অস্তিত্ব নিৰ্বাপিত কৰাত ব্যস্ত তেওঁৰ উপাস্য মানুহজনৰ লগত, অষ্টালিংজনৰ যুদ্ধত,

আহত হৈ পৰি থকা বেলক্ৰনস্কিৰ যুদ্ধৰ বিৱৰণৰ চাক্ষুষ আৰু নৈতিক প্ৰভাৱ চিৰকাল আৰু কৃতজ্ঞতাৰে স্মৰণ কৰিবলৈ শক্তি আৰু অধিকাৰ দিলে তাৰ বাবে কোন কৃতজ্ঞ নহব ? এই দৃশ্যাবোৰ টলষ্টয়ে প্ৰাণশক্তিৰে স্পন্দিত কৰিছিল।

ইয়াছনায়া পোলিয়ানা য'ত টলষ্টয়ৰ পিতৃ-পুৰুষসকলে বাস কৰিছিল আৰু য'ত তেওঁৰ মহান সাহিত্যৰ জোঁৱাৰ উঠিছিল বৰ্তমান সেই স্থান তীৰ্থস্থান হৈ পৰিছে আৰু লাখ লাখ দেশ-বিদেশৰ দৰ্শকৰ বাবে স্মৰণীয় হৈ পৰিছে। ইয়াছনায়া পোলি-যানা মস্কোৰপৰা প্ৰায় দুশ কিলোমিটাৰ দূৰত্বত। তাত এতিয়া তেওঁৰ বংশ পৰিয়াল কোনো নাই। ই ছোভিয়েত যুনিয়ন চৰকাৰৰ দ্বাৰা পৰিচালিত টলষ্টয়-সংগ্ৰহালয়ত ৰূপান্তৰিত হৈছে। অৱশ্যে টলষ্টয়ৰ তিনিজন নাতিপুতিয়ে বৰ্তমান মস্কো বিদ্যালয়ত কাম কৰে, নুমলীয়া জীয়েক আলেকজেন্দ্ৰা সন্ন্যাসী হৈ আমেৰিকাত আছে। এওঁ-লোক ইয়াছনায়া পোলিয়ানালৈ মাজে সময়ে আহে। লেনিনৰ নিৰ্দেশ মতে ইয়াছনায়া পোলিয়ানা চৰকাৰৰ তত্ত্বাৱধানত সংৰক্ষিত আছে। টলষ্টয়ৰ জীৱনৰ শেহ বছৰত তেওঁৰ বাসভৱন আৰু আন বস্তুবোৰ যিদৰে আছিল সযত্নে সেইদৰে ৰখা হৈছে। ১৯৩৯—৪৫ চনৰ দ্বিতীয় মহাযুদ্ধত জাৰ্মান সৈন্যই টয়ষ্টয যাদুঘৰটোৰ কিছুমান বস্তু নষ্ট কৰে আৰু কিছুমান বস্তু লুটপাট কৰি লৈ যায় যিদৰে নেপোলিয়নৰ যুদ্ধত ফৰাচী সৈন্যই মস্কোৰ বহুত বস্তু লৈ গৈছিল। টলষ্টয়-পৰিয়ালৰ জমিদাৰীখনে পুখুৰী, পাৰ্ক, ফুলনি সমন্বিতে প্ৰায় এহেজাৰ একৰ মাটি আগুৰি আছে, ই অতি মনোৰম প্ৰাকৃতিক সৌন্দৰ্যৰে ভৰপূৰ। তাত কিন্তু আধুনিকতাৰ কোনো ছাপ নাই। টলষ্টয়ৰ কিতাপ-পত্ৰ, মেজ-মাছিয়া আৰু তেওঁৰ ব্যৱহৃত আন সকলো সামগ্ৰী পূৰ্বৰ অৱস্থাত পৰিপাটিকৈ ৰখা আছে। ১৮৫৬ চনৰপৰা ১৯১০ চনলৈ টলষ্টয়ে যিটো ঘৰত বাস কৰিছিল সেইটো দুমহলীয়া ঘৰ। তলৰ মহলাৰ প্ৰায়বোৰ কোঠাত কিতাপ আছে। তেওঁৰ লাইব্ৰেৰীত বিভিন্ন ভাষাৰ সৰ্বমুঠ ১০,২৪৭ খন কিতাপ আছে। ৰুছ ভাষাৰ উপৰিও ইংৰাজী, সংস্কৃত, ফৰাচী, জাৰ্মান, ইটালীয়ান, ছুইডিছ, জাপানী, গ্ৰীক, ছাইবেৰীয়ান, স্পেনীছ, ডেনিছ আৰু হিব্ৰু ভাষাৰ কিতাপ আছে। তেওঁৰ অলেখ ডায়েৰীবোৰো সযত্নে ৰখা আছে। ভাৰতীয় লেখক আৰু সাংবাদিকৰ লগত টলষ্টয়ে আদান-প্ৰদান কৰা বহুত চিঠি তাত সংৰক্ষণ কৰা আছে। 'টিচিং অব বুদ্ধ', 'ইণ্ডিয়ান হোম ৰুল', 'এম-কে গান্ধী—এন ইণ্ডিয়ান পেট্ৰিয়ট ইন চাউথ আফ্ৰিকা' কিতাপকিখনো তাত আছে। তেওঁ থকা ঘৰটোত বিখ্যাত আৰ্টিষ্টসকলে অঁকা টলষ্টয় আৰু তেওঁৰ পৰিয়ালৰ কেবাজনৰো ছবি আঁকি থোৱা আছে। আনকি টলষ্টয় টুপি, মোনা, লাখুটি আৰু দেশ-বিদেশৰপৰা পোৱা উপহাৰবোৰ—যেনে টমাছ এডিচনে দিয়া

ফনোগ্ৰাফটো, ৰেমিংটন কোম্পানীয়ে দিয়া টাইপৰাইটাৰটো তেওঁৰ ব্যক্তিগত সচিবজনে য'তে কাম কৰিছিল সেই কোঠাত ৰখা আছে। টলষ্টয় সংগ্ৰহালয়ৰ দৰ্শকসকলে তেওঁৰ ব্যক্তিগত এইবোৰ চাই শ্ৰদ্ধা জনায়। ইয়াছনায়া পোলিয়ানা কেৱল ৰুছবাসী আৰু বিশ্ব-সাহিত্য অনুৰাগীসকলৰ বাবে তীৰ্থস্থান নহয়, তাত অৱস্থিত টলষ্টয়ৰ বাসভবন আন আন সকলো ভাৰতৰ মুক্তি-সংগ্ৰামৰ পৰিপ্ৰেক্ষিতত এটা পুণ্য স্মৃতিৰ বস্তু, কিয়নো তাৰপৰা টলষ্টয়ে মহাত্মা গান্ধী আৰু আন মুক্তি যুঁজাৰুৰ সৈতে পত্ৰৰ বিনিময় কৰিছিল আৰু বৃটিছ সাম্ৰাজ্যৰ বিৰুদ্ধে ভাৰতবাসীয়ে কৰা সংগ্ৰামৰ সাফল্য কামনা কৰিছিল।

টলষ্টয় থকা ঘৰটোৰ প্ৰায় দুই কিলোমিটাৰ দূৰৈত তেওঁৰ সমাধি স্থল। নিৰ্জন আৰু ঠেক বাটৰ দুয়ো কাষে থকা ওখ গছবোৰৰ মাজেৰে সমাধি স্থানলৈ যাব লাগে। তাৰ ওচৰতে প্ৰসিদ্ধ এলম্ গছ জোপা যি গছজোপাক টলষ্টয়ে 'গৰীব লোকৰ গছ' বুলি অভিহিত কৰিছিল। এই গছডালৰ তলত টলষ্টয়ৰ সহায় আৰু আশীৰ্বাদ বিচাৰি অহা দুখীয়া খেতিয়কসকলে টলষ্টয়ক লগ পাবলৈ অপেক্ষা কৰিছিল। সমাধিটো সাধাৰণ আছুতীয়া টিলা এটাত, ওক গছৰ তলত। সমাধিৰ চাৰিওফালে বিচিত্ৰ বনৰীয়া ফুলে আগুৰি আছে। টলষ্টয়ৰ ১৫০তম জন্ম বাৰ্ষিকী উৎসৱৰ সন্দৰ্ভত ৰাষ্ট্ৰীয় সংগ্ৰহালয়টো আৰু টলষ্টয়ৰ জন্মস্থান ইয়াছনায়া পোলিয়ানা সুসজ্জিত কৰা হৈছে। সেই পুণ্য স্থানখিনিত ভাৰতৰ গান্ধীজীৰ সমাধি স্থল ৰাজঘাটৰ দৰে ভাৰতবাসীয়ে তালৈ গলে পৰম শ্ৰদ্ধাৰে প্ৰখ্যাত মানৱদৰদী ৰুছ সাহিত্যিক আৰু ঋষিতুল্য লিও টলষ্টয়ৰ প্ৰতি গভীৰ শ্ৰদ্ধা জনায়।

---

# অষ্টম অধ্যায়

## মোহনদাস কৰমচাঁদ গান্ধী

### জীৱন-দৰ্শনত এভুমুকি

মহাত্মা গান্ধীয়ে আত্ম-জীৱনী লিখা নাছিল। ১৯২১ চনৰ ৭ নবেম্বৰৰপৰা ১৯২৫ চনৰ ২৬ নবেম্বৰৰ এই চাৰি বছৰৰ ভিতৰত তেওঁৰ জীৱনৰ অভিজ্ঞতা সম্পৰ্কে যিখন পুথি লিখিছিল সেই পুথিখন আত্ম-জীবনীমূলক যেন লাগে, কিন্তু তেওঁৰ মতে পুথিখন আত্ম-জীৱনী নাছিল। সেই কাৰণে পুথিখনৰ নাম 'মোৰ সত্য-অন্বেষণৰ কাহিনী' দিছিল। এই সন্দৰ্ভত পুথিখনত দিয়া পাতনিটো অৰ্থপূৰ্ণ। তাত গান্ধীজীয়ে লিখিছিল ঃ

'মোৰ কেইজন অনুৰক্ত সহকৰ্মীয়ে অনুৰোধ কৰাত চাৰি-পাঁচ বছৰ পূৰ্বতে মোৰ আত্ম-জীৱনী লিখিবলৈ মই গাত লৈছিলো আৰু মই লিখা আৰম্ভও কৰিছিলো। এখিলামান পাত লিখোতেই বোম্বাইত গোলমাল (১৯২১ চনৰ ১৬ নবেম্বৰ) আৰম্ভ হ'ল, আৰু ফলত মোৰ লিখা আৰম্ভতে বন্ধ হ'ল। এই ঘটনাৰ পাছত একাদিক্রমে এনেকুৱা কিছুমান ঘটনা ঘটিবলৈ ধৰিলে যাৰ ফলত মই যাৰবেদা জেলত বন্দী হবলগীয়া হ'ল। মই আন সকলো কাম বন্ধ কৰি মোৰ আত্মজীৱনী শেহ কৰিব লাগিব বুলি মোৰ লগৰীয়া ফাৰ্টোকযাল শ্ৰীজয়ৰাম দাসে মোক বৰকৈ টানি ধৰিছিল। কিছুমান কিতাপ পঢ়িবলৈ স্থিৰ কৰি লৈছো আৰু সেইবোৰ পঢ়া শেহ নোহোৱালৈকে আন কাম হাতত লব নোৱাৰো বুলি মই উত্তৰ দিছিলো। যাৰবেদা জেলত পূৰাকৈ থাকিবলগীয়া হলে লিখা শেহ হ'লহেঁতেন, কিন্তু কাম আৰম্ভ কৰিবলৈ এবছৰমান থাকোতেই মোক জেলৰপৰা এৰি দিয়া হ'ল। স্বামী আনন্দই এতিয়া পুনৰ সেই প্ৰস্তাৱ কৰিছে আৰু দক্ষিণ আফ্ৰিকাৰ সত্যাগ্ৰহৰ বুৰঞ্জী শেহ কৰি, এতিয়া 'নব-জীৱন'ত মোৰ আত্মজীৱনী লিখিবলৈ লোভ হৈছে। সুকীয়াকৈ কিতাপৰ আকাৰত লিখিবলৈ স্বামীজীয়ে অনুৰোধ কৰিছিল, কিন্তু মোৰ সিমান আজৰি নাই, মই প্ৰতি সপ্তাহে একোটাকৈ অধ্যায় লিখিব পাৰো।

'কিন্তু এজন ঈশ্বৰ-ভীৰু বন্ধুৰ মনত বহুতো সন্দেহ হ'ল। এদিন মোৰ মৌনব্ৰতৰ



মোহনদাস কৰমচাঁদ গান্ধী

( জন্ম ২ অক্টোবৰ, ১৮৬৯ : মৃত্যু ৩০ জানুৱাৰী, ১৯৪৮ )

সময়ত তেওঁ মোক কলেহি—"এই কাম হাতত লবলৈ কিহে পালে ? আত্ম-জীৱনী লিখা পাশ্চাত্য জাতিৰ নিয়ম, পাশ্চাত্য সভ্যতাৰ প্ৰভাৱত নপৰা কোনো এজন প্ৰাচ্য দেশৰ লোকে আত্ম-জীৱনী লিখা নাই। আৰু আপুনি লিখিব কি ? ধৰক, যিবোৰক আজি নীতি বুলি মানিছে, সেইবোৰ যদি কাইলৈ এৰিবলগীয়া হয় ? ধৰক, আজিৰ নীতিবোধ কাইলৈ শুধৰাবলগীয়া হ'লে আপোনাৰ কথাত—লিখা বা মুখৰ—যি সকলে নীতিবোৰ সংস্কাৰ কৰি লৈছে, তেওঁলোকক ভুল বাটলৈ নিয়া নহব নে ? এতিয়া আপোনাৰ আত্ম-জীৱনী লিখা কাম নোলোৱাটোৱেই উচিত নহব নে ?'

'এই যুক্তি মোৰ মনত লাগিল। কিন্তু প্ৰকৃততে মোৰ আত্মজীৱনী লিখা উদ্দেশ্য নহয়। জীৱনত সত্যৰ পৰীক্ষা সম্বন্ধে মোৰ যি অভিজ্ঞতা হৈছে তাকেই মই লিখিবলৈ চেষ্টা কৰিম মাথোন। মোৰ জীৱন ইযাৰ পৰীক্ষাৰ বাহিৰে আন একো নহয়। অৱশ্যে এইবোৰ লিখোতে মোৰ লিখাই আত্ম-জীৱনীৰ ৰূপ লব। প্ৰতি পাততে মোৰ পৰীক্ষাৰ বিৱৰণ দিব লগা হলেও মই লিখিম। মোৰ বিশ্বাস, মোৰ এইবোৰ পৰীক্ষাৰ এটা ধাৰাবাহিক বিৱৰণ দিলে পাঠকসকলৰ উপকাৰ নোহোৱাকৈ নাথাকে। ৰাজ-নীতিৰ ক্ষেত্ৰত মোৰ পৰীক্ষাৰ কথা অকল ভাৰতবৰ্ষতেই নহয়, সভ্য জগতৰ বহুতে ইযাৰ কথা শুনিছে। মোৰ কাৰণে এইবোৰৰ একো মূল্য নাই আৰু মোক 'মহাত্মা' বুলি যি উপাধি দিয়া হৈছে, মোৰ ওচৰত তাৰো মূল্য কম, মাজে সময়ে এই উপাধিযেই মোক বেজাৰ দিয়ে।

'যিযেই নহওক, আধ্যাত্মিক ক্ষেত্ৰত, মোৰ পৰীক্ষাবোৰ, যিবোৰ মই অকলেহে জানো আৰু যিবোৰৰ ক্ষেত্ৰত কাম কৰিবলৈ মই শক্তি পাইছো, মই সেই পৰীক্ষাবোৰৰ বিৱৰণ দিম। পৰীক্ষাবোৰ যদি প্ৰকৃততে আধ্যাত্মিক হয়, তেন্তে তাত আত্ম-প্ৰশংসাৰ বাট নাই। মই যিমানেই ভাবো আৰু অতীতৰ ফালে যিমানেই চকু ফুৰাই চাওঁ, সিমানেই মোৰ দোষ-ত্ৰুটীবোৰ মোৰ চকুত জল্ জল্ পট্ পট কৈ ওলাই পৰে। মই যি লক্ষ্যলৈ এই ত্ৰিশ বছৰে সাধনা কৰি আহিছো আৰু যাৰ ফলত ইমান লাঞ্ছনা ভুগিছো, সেই লক্ষ্য হৈছে আত্ম-উপলব্ধি অৰ্থাৎ ভগৱানক অন্তৰত উপলব্ধি কৰা অৰ্থাৎ মোক্ষ লাভ কৰা। মোৰ গোটেই জীৱনটো এই সাধনাতে নিয়ন্ত্ৰিত হৈছে।

'মই যিবোৰ কাম কৰো, লিখাত নাইবা কথাত, ৰাজনৈতিক ক্ষেত্ৰত মোৰ সকলো কাম সেই উদ্দেশ্যতেই নিৰ্দিষ্ট হয়। কিন্তু মই সদায় বিশ্বাস কৰি আহিছো যে যি কাম এজনৰ বাবে সাধ্য হয়, সেই কাম অন্য সকলোৰে কাৰণেও সাধ্য হব। মোৰ সকলো পৰীক্ষা কোনো আন্ধাৰ কোঠালিত কৰা নহয়, সকলোৰে আগত প্ৰকাশ্যে মোৰ পৰীক্ষা কাম কৰা হয় আৰু মই ভাবো যে ইয়াৰ পৰা এইবোৰ কামৰ আধ্যাত্মিক

মূল্যৰ একো হানি নহয়। কিছুমান কাম আছে যিবোৰ ঈশ্বৰ আৰু কৰোতাজনেহে জানে। এইবোৰ জনাব নোৱাৰি। মোৰ পৰীক্ষাবোৰ এনে বিধৰ নহয়। কিন্তু সেই কামবোৰ আধ্যাত্মিক, বা নৈতিক বুলিও কব পাৰি। কাৰণ ধৰ্মই হৈছে নীতি।

'ধৰ্মৰ যিবোৰ বিষয় ল'ৰা, বুঢ়া, ডেকা, গাভৰু সকলোৰেই বুজিব পাৰে, সেইবোৰ বিষয়ে হে ইয়াত কোৱা হব। মই যদি এইবোৰ নিৰপেক্ষ, বিনয় আৰু নম্রতাৰে আলোচনা কৰিব পাৰো, তেন্তে এনে বিধৰ আন পৰীক্ষাৰ্থীয়েও জীৱন যাত্ৰাত বহুতো সমল গোটাব পাৰিব। এইবোৰ পৰীক্ষাৰ সম্পূৰ্ণতা দাবী কৰিব নোৱাৰো। যিদৰে বৈজ্ঞানিক এজনে বৰ সাৱধানতাৰে পৰীক্ষা চলাওতে তেওঁৰ সিদ্ধান্তবোৰেই শেষ বুলি নাভাবে আৰু সেই সম্বন্ধে মুকলি কথা জানিবলৈ মন মুকলি কৰি ৰাখে, ঠিক মযো তেনেদৰে আত্মা পৰীক্ষাৰে নিজৰ হৃদয়ত সত্য বিচাৰি ফুৰিছো, নিজৰ প্ৰত্যেক মানসিক অৱস্থা ফহিয়াই চাইছো ; তথাপি অভ্ৰান্ততা বা সম্পূৰ্ণতা সম্বন্ধে দাবী কৰিব নোৱাৰো। অৱশ্যে মই এটা দাবী কৰো আৰু সেইটো হৈছে সেইবোৰৰ শুদ্ধ, মোৰ বাবে কিছুদিনলৈ শেষ সিদ্ধান্ত। কাৰণ সেইবোৰ মোৰ বাবে শুদ্ধ নহলে, মই তাৰ ওপৰত নিৰ্ভৰ কৰি মোৰ আন কামত হাত দিব নোৱাৰো। যেতিয়ালৈকে মোৰ কামবোৰ মোৰ বুদ্ধি আৰু হৃদয়ৰ কাৰণে সন্তোষজনক হয়, তেতিয়ালৈ মোৰ আদি সিদ্ধান্তবোৰ খামোচ মাৰি ধৰি থাকিম।

'মোৰ নীতিবোৰ আলোচনা কৰিবলৈ হলে মোৰ আত্মজীৱনী লিখাত পোনপটীয়া-ভাৱে হাত নিদিলেও হব। কিন্তু মোৰ উদ্দেশ্য হৈছে, মোৰ এই নীতিবোৰ মোৰ জীৱনত কেনেকৈ খটাইছো তাৰ বিৱৰণ দিয়া। এই সত্য কেৱল কথাৰ সত্যতাই নহয়, চিন্তাৰ সত্যতাই নহয় বা আমাৰ পৰস্পৰ সম্বন্ধই নহয়—সি হৈছে সকলো সত্যৰে পোৱা সত্যতা অৰ্থাৎ সি মূল সত্য—অৰ্থাৎ ঈশ্বৰ। ঈশ্বৰৰ সংজ্ঞা অসংখ্য, কাৰণ তেওঁৰ প্ৰকাশ অসংখ্য। ঈশ্বৰৰ এই ৰূপ প্ৰকাশত মই স্তব্ধ হওঁ, কিন্তু মই ঈশ্বৰক সত্য বুলিহে পূজা কৰো, তেৱেঁই অকল বাস্তৱ, অন্যবোৰ অবাস্তৱ। মই তেওঁক পোৱা নাই, কিন্তু তেওঁক মই পাবলৈ যত্ন কৰি আছো। ইয়াৰ বাবে মোৰ সকলো প্ৰিয় বস্তুও ত্যাগ কৰিব পাৰো। মই ইয়াৰ কাৰণে জীৱন ত্যাগ কৰিবলৈ হলেও মই সাজু আছো। যেতিয়ালৈকে মই সুকীয়া মূল সত্য উপলব্ধি কৰিব নোৱাৰো, তেতিয়ালৈকে মোৰ নিজৰ ভাবৰ লগত সম্বন্ধ থকা সত্যকেই ধৰি থাকিম। এই সত্যই বাট দেখুৱাবলৈ মোৰ পোহৰ, মোক ৰক্ষা কৰিবলৈ ইয়েই মোৰ ঢাল। যদিও এই বাট পোন, ঠেক আৰু খুৰৰ দৰে চোকা, তথাপি মোৰ কাৰণে ইয়েই উজু আৰু পোন। মই এই বাটেৰে চলা বাবে মোৰ হিমালয় সদৃশ ভ্ৰান্তিবোৰো তুচ্ছ। নিৰাশ

হোৱাৰ পৰা মোক এই বাটেই ৰক্ষা কৰি আছে। এই পোহৰে বাট দেখুওৱা মতে মই আগবাঢ়ি আছো। মাজে মাজে সেই মূল সত্যৰ জিলিকনি দেখা যেন পাও আৰু তেৱেঁই যে বাস্তৱ, আন সকলো যে অবাস্তৱ, মোৰ এই বিশ্বাস দিনে দিনে বাঢ়ি গৈছে। মোৰ এই বিশ্বাস কেনেকৈ বাঢিছে যিসকলে এইবিলাক পঢ়িব তেওঁলোকে বুজিব আৰু মোৰ পৰীক্ষাবোৰৰো অংশ লব পাৰিব।

'মোৰ পক্ষে যি সাধ্য হৈছে এটা সৰু ল'ৰাৰ পক্ষেও সাধ্য—এই বিশ্বাসো মোৰ হৈছে আৰু এই কথাষাৰ কোৱাত মোৰ যুক্তি আছে। সত্য অন্বেষণৰ উপায় যেনেকৈ উজু, তেনেকৈ টানো , আত্মম্ভৰী মানুহৰ কাৰণে ই অসম্ভৱ, সৰল শিশুৰ কাৰণে সম্ভৱ। সত্য অনুসন্ধিৎসুজন ধূলি-কণাতকৈও নম্ৰ হব লাগিব। জগতে ধূলিকণা ভৰিৰে মোহাৰি যায়, কিন্তু সত্য-অন্বেষণ ইমান নম্ৰ হব লাগিব যে আনকি ধূলিকণাযো তেওঁক-মোহাৰিব পৰা হব লাগিব। তেতিয়াহে তেওঁ সত্যৰ জিলিকনি দেখা পাব। বশিষ্ঠ আৰু বিশ্বামিত্ৰৰ কথা-বতৰাই এই কথাষাৰ স্পষ্টকৈ প্ৰমাণ কৰিছে। খৃষ্টান আৰু ইচ্‌লাম ধৰ্মযো এই কথাবোৰৰ প্ৰমাণ দিয়ে।

'এই প্ৰবন্ধবোৰ পঢি কোনোবাই ইয়াত অহংকাৰৰ গোন্ধ-ভাপ পায়, মোৰ অন্বেষণেই ভুল হৈছে বুলি ধৰিব আৰু মই দেখা সত্যৰ জিলিকনি মৰীচিকাৰ বাহিৰে অন্য একো নহয় বুলি ধৰিব। মোৰ দৰে এশজন ধ্বংস হওক, কিন্তু সত্যৰ জয় চিৰদিনলৈ থাকক। সত্যৰ পতাকাখনৰ গৌৰৱ যেন এডাল চুলিৰ সমানো লাঘৱ নহয়। মোৰ উদ্দেশ্য হৈছে সত্যাগ্ৰহৰ পৰীক্ষাবোৰৰ সম্পূৰ্ণ বিৱৰণ দিয়া। মোক বিচাৰ কৰোতে মই সত্যৰ দৰে কঠোৰ হম আৰু নিজক সেই জোখেৰে চাই কবি সূৰদাসৰ দৰে মই কওঁ ঃ

"মোৰ দৰে ঘৃণনীয়,
দুষ্ট, পাপীষ্ঠ আৰু কত আছে ?
মই এনে অকৃতজ্ঞ যে
সৃষ্টিকৰ্তাক এৰিছো।"

যি মোৰ প্ৰতি নিশ্বাস-প্ৰশ্বাসৰ দ্বাৰা শাসন কৰে, যাৰ মই সন্তান, সেই ঈশ্বৰৰ-পৰা ইমান দিন আঁতৰত আছো, ই মোক শূলে বিন্ধাৰ দৰে দুখ দি আছে। মই জানো যে মোৰ ভিতৰত যিবোৰ কু-প্ৰবৃত্তি আছে, সেইবোৰেই মোক তেওঁৰ পৰা আঁতৰ কৰি ৰাখিছে, অথচ মই সেইবোৰৰপৰা নিজক আঁতৰ কৰিব নোৱাৰো।

'কিন্তু মই এতিয়া পাতনি শেহ কৰিব লাগে।

সবৰমতী আশ্ৰম এম-কে গান্ধী

২৬ নবেম্বৰ, ১৯২৫

আজিৰ পৰা প্ৰায় তিনি কুৰি বছৰ আগত মহাত্মা গান্ধীয়ে তেওঁৰ শিশুকাল, ল'ৰা কাল, যুৱ কাল আৰু প্ৰৌঢ়কালৰ অভিজ্ঞতাৰ বিষয়ে যি বিৱৰণ লিখিছিল আৰু তাক 'মোৰ সত্য অন্বেষণৰ কাহিনী' নামত প্ৰকাশ কৰিছিল তাৰ পাছত জীৱনৰ অতি গুৰুত্বপূৰ্ণ কালছোৱাৰ বিষয়ে তেনে বিৱৰণ তেওঁ লিখা নাছিল। কিন্তু তেওঁ আন মানুহৰ লগত যিবোৰ চিঠিপত্ৰৰ আদান-প্ৰদান কৰিছিল, ৰাজহুৱা সভা-সমিতিত বক্তৃতা দিছিল, প্ৰাৰ্থনা সভাত প্ৰবচন দিছিল সেইবোৰে তেওঁৰ জীৱন-কাহিনী, দৰ্শন, , ৰাজনীতি, অৰ্থনীতি, আন্তৰ্জাতিকতা, মানৱ-প্ৰেম আদিৰ বিষয়ে যথেষ্ট সমল থৈ গৈছে যাৰ ওপৰত ভিত্তি কৰি মহাত্মাৰ সামগ্ৰিক জীৱনৰ মূল্যায়ন কৰিব পাৰি। গান্ধীজীয়ে সেই বাবে কৈছিল 'মোৰ জীৱনটোয়ে এটা বাণী।' স্মৰণ কৰিবলগীয়া যে টলষ্টয়ে যি দৰে তেওঁৰ আত্মজীৱনী লিখা নাছিল, গান্ধীজীৰ ক্ষেত্ৰতো সাধাৰণ দৃষ্টিত তেনে দৃষ্টান্ত দেখা যায়। টলষ্টয়ে 'শিশুকাল', 'লৰাকাল' 'যুৱকাল' নাম দি উপন্যাস আকাৰত তেওঁৰ আগ ছোৱাৰ কথা লিখিছিল, পাছৰ ছোৱাৰ ওপৰত কিন্তু তেনে পুথিও তেওঁৰ দ্বাৰা লিখা নহ'ল, যদিও ইয়াছনায়া পোলিয়ানাত সংৰক্ষিত তেওঁৰ ডায়েৰীৰপৰা টলষ্টয়ৰ সামগ্ৰিক জীৱনৰ কাহিনীৰ বিষয়ে যথেষ্ট কথা জনা যায়। সেই একে দৰেই গান্ধীজীৰ ৭৯ বছৰীয়া জীৱনৰ বিস্তৃত কাহিনী আছে।

মোহনদাস কৰমচাঁদ গান্ধীৰ জন্ম হয় ১৮৬৯ চনৰ দুই অক্টোবৰত গুজৰাটৰ পোৰবন্দৰত। দেউতাকৰ নাম আছিল কাবা গান্ধী। এওঁ বনিয়া সম্প্ৰদায়ৰ আছিল। কাবা গান্ধীৰ চতুৰ্থা স্ত্ৰী পুতুলিবাঈৰ চাৰি সন্তানৰ ভিতৰত মোহনদাস কনিষ্ঠ আছিল। তেওঁৰ সাত বছৰ বয়সত গান্ধী পৰিয়াল পোৰবন্দৰৰপৰা ৰাজ-কোটলৈ যায় আৰু তাত দেউতাক কাবা গান্ধীয়ে আদালতৰ কামত সোমায়। দেউ-তাকে ৰাজকোটৰ এখন পঢ়াশালীত মোহনদাসক ভৰ্তি কৰায়। কিন্তু সেই সময়ৰ দস্তুৰ মতে নাবালক অৱস্থাতেই তেৰ বছৰ বয়সত গোকুলদাস মানাকজীৰ কন্যা কস্তুৰাবাৰ লগত গান্ধীৰ বিবাহ হয়। মোহনদাসে বিবাহৰ প্ৰস্তাৱত প্ৰথমতে সন্মতি দিয়া নাছিল, পিতৃ-মাতৃৰ আজ্ঞা এৰাব নোৱাৰি তেওঁ বিয়া কৰাবলৈ বাধ্য হৈছিল। পাছত বাল্য বিবাহৰ সম্পৰ্কিত আৰু নিজ অভিজ্ঞতাৰ পৰিপ্ৰেক্ষিতত গান্ধীজীয়ে কৈছিল 'মই অত্যন্ত অসংগত বাল্যবিবাহৰ পক্ষে কোনো নৈতিক যুক্তি নেদেখো।' বিয়াৰ পাছত তেওঁ এবছৰৰ কাৰণে শিক্ষা এৰিব লগাত পৰিছিল।

পঢ়াত মোহনদাস বৰ চোকা নাছিল, কিন্তু তেওঁৰ অধ্যবসায় শলাগিবলগীয়া আছিল। স্কুলত তেওঁৰ মাতৃভাষা গুজৰাটীৰ উপৰিও হিন্দী, সংস্কৃত, পাৰ্চী, আৰবী আৰু ইংৰাজী শিকিছিল। সংস্কৃত ভাষা শিকা কাৰণে তেওঁ হিন্দুৰ ধৰ্মীয় শাস্ত্ৰ পঢ়াত মোহনদাসৰ সুবিধা হৈছিল। এই বিষয়ে 'মোৰ সত্য অন্বেষণৰ কাহিনী'ত গান্ধীজীয়ে লিখি থৈ গৈছে ঃ 'সেই সময়ত অলপ সংস্কৃত শিক্ষা নকৰা হলে এতিয়া আমাৰ ধৰ্মশাস্ত্ৰবোৰ পঢ়িবলৈ বৰ টান পালোহেঁতেন। প্ৰকৃততে সংস্কৃতত গভীৰ জ্ঞান নোহোৱা বাবে মোৰ অনুতাপ হয়, আৰু মই পাছত হে ভাবিছিলো যে কোনো হিন্দু ল'ৰা-ছোৱালী সংস্কৃতত ভাল শিক্ষা নোহোৱাকৈ থকা অনুচিত। মই এতিয়া ভাবো যে উচ্চ শিক্ষাৰ বাবে নিৰ্দ্ধাৰিত পাঠ্যৰ ভিতৰত হিন্দী, সংস্কৃত, পাৰ্চী, আৰবী আৰু ইংৰাজী শিক্ষাও থাকিব লাগে। এই ডাঙৰ তালিকাখনত ভয় খাবৰ একো নাই। আমাৰ শিক্ষা প্ৰণালীবদ্ধ হলে ল'ৰাইঁতে বিদেশী ভাষাৰ মাজেদি সকলো কথা জানিবলৈ যি বোজা হয় তাৰপৰা ৰক্ষা পৰিব। মোৰ বিশ্বাস যে এইবোৰ ভাষা একো টান নহয়, বৰঞ্চ এটা আমোদৰ বিষযহে হব। এটা ভাষা বৈজ্ঞানিক প্ৰণালীৰে শিকিলে অন্য ভাষা শিকাত উজু হয়। সঁচাকৈয়ে হিন্দী, গুজৰাটী আৰু সংস্কৃত এটা ভাষা, আৰু পাৰ্চী, আৰবী আন এটা ভাষা বুলি-ধৰিব পাৰি। যদিও পাৰ্চী ভাষা আৰ্য্য আৰু আৰবী ভাষা ছেমিটিক পৰিয়ালৰ, তথাপি এই দুটা ভাষাৰ মাজত বৰ ঘনিষ্ঠ সম্পৰ্ক আছে। এই দুয়োটা ভাষা একে কাৰণত উন্নত হৈছে—অৰ্থাৎ ইছলামৰ অভ্যুদয। উৰ্দুক, মই এটা সুকীয়া ভাষা বুলি নাভাবো, কাৰণ তাৰ ব্যাকৰণ হিন্দীৰ দৰেই, কেৱল মাত্ৰ আৰবী আৰু পাৰ্চীৰপৰা সৰহকৈ শব্দ অনা হৈছে। সেই দৰে গুজৰাটী, হিন্দী, বঙালী নাইবা মাৰাঠী ভালকৈ শিকিবলৈ হলে সংস্কৃত শিকিব লাগে, সেই দৰে উৰ্দু ভালকৈ শিকিবলৈ হলে পাৰ্চী আৰু আৰবী ভালকৈ শিকিব লাগে।'

ৰাজকোটত থকা সময়ত গান্ধীজীয়ে ৰামায়ণখন বৰ মন দি পঢ়িছিল আৰু তাৰ প্ৰভাব তেওঁ হৃদয়ঙ্গম কৰিছিল। হিন্দু ধৰ্মৰ বাহিৰেও হিন্দু ধৰ্মৰ শাখা আৰু অন্যান্য ধৰ্মলৈ সহিষ্ণুতাৰ ভাব ৰক্ষা কৰিবলৈ তেওঁ ছাত্ৰ অৱস্থাতে শিকিছিল, কিন্তু খৃষ্টান ধৰ্মৰ প্ৰতি তেওঁৰ বীতশ্ৰদ্ধা জন্মিছিল। তাৰ কাৰণ দৰ্শাই গান্ধীজীয়ে কৈছিল যে ল'ৰাকালত তেওঁ খৃষ্টান পাদুৰীসকলে হিন্দুৰ দেৱ-দেৱী সম্বন্ধে বহুতো নিন্দা কৰা দেখিছিল যিবোৰ তেওঁ সহ্য কৰিব নোৱাৰিছিল। কিন্তু আচৰিত কথা যে তেওঁ বিলাতলৈ গৈ তাত কিছুদিন থকাৰ পাছত দু'জন থিওচফিষ্ট'ৰ লগত পৰিচয় হয়। থিওচফিষ্ট দুজন ভায়েক-ককায়েক আছিল। সেই একে সময়তে

মিচেছ বেচান্তক লগ পায় আৰু চাৰ এডৱাৰ্ড আৰ্ণল্ডৰ 'লাইট অব্ এচিয়া' আৰু মেডাম ব্লাভাট্স্কীৰ 'কী টু থিওছফী' কিতাপ দুখন পঢ়ে। এদিন তেওঁৰ খৃষ্টান বন্ধু এজন ক খৃষ্টান মিছনাৰীয়ে ভাৰতৰ হিন্দু ধৰ্মৰ যিবোৰ অপপ্ৰচাৰ কৰিছিল আৰু যি অপপ্ৰচাৰৰ বাবে তেওঁৰ মনত খৃষ্টান ধৰ্ম সম্পৰ্কে বীতশ্ৰদ্ধা হৈছিল সেইবোৰৰ বৰ্ণনা দিছিল। বন্ধুজনে গান্ধীক বাইবেল কিতাপ এখন দি খৃষ্টান ধৰ্মৰ বিষয়ে প্ৰকৃত মৰ্মৰ বুজ লবলৈ উপদেশ দিছিল। বাইবেল পঢ়ি উঠি গান্ধীজীয়ে খৃষ্টান ধৰ্মৰ ওপৰত থকা তেওঁৰ পূৰ্বৰ ভুল ধাৰণা এৰি পেলাইছিল। তেওঁ কৈছিল ঃ 'নিউ টেষ্টামেণ্টে মোৰ মনত অন্য ধাৰণা আনিলে, বিশেষকৈ যীশুয়ে 'চাৰমণ্ট অন্ দি মাউণ্ট'ত দিয়া উপদেশবোৰ মোৰ হিয়াত দকৈ সোমাল। গীতাৰ লগত মই ৰিজাই চালো। কিন্তু 'মই তোমালোকক কওঁ অন্যায়ৰ প্ৰতিৰোধ নলবা, যি তোমাৰ সোঁ গালত চৰ সোধায় তেওঁক সিখন গালো পাতি দিবা, কোনোবাই তোমাৰ কোট চোলাটো কাঢ়ি ললে তুমি তেওঁক তোমাৰ আন দীঘলীয়া চোলাটোও দিবা'—এই কথাবোৰ পঢি মই অসীম আনন্দ পালো আৰু শ্যামল ভট্টাই লিখা 'কোনাবাই যদি এবাটি পানী বিচাৰে তেওঁক এক'হী ভাত দিবা' কথাষাৰ মোৰ মনলৈ আহিল। মোৰ তৰুণ মনে গীতা, 'লাইট অব্-এচিয়া', 'চাৰ্মাণ্ট অন্ দি মাউণ্ট'ৰ শিক্ষাৰ একত্ব বুজিবলৈ ধৰিলো। ত্যাগেই শ্ৰেষ্ঠ ধৰ্ম বুলি মোৰ মনত ভাব দকৈ সোমাল। এই পঢ়াতেই অন্যান্য ধৰ্ম প্ৰচাৰকৰ জীৱনী পঢিবলৈ মোৰ হেঁপাহ জন্মিল। বন্ধু এজনে কাৰ্লাইলৰ 'হিৰো এণ্ড হিৰো ৱাৰ্শ্বিপ' কিতাপখন মোক পঢিবলৈ কলে। 'বীৰৰ স্বৰূপ ধৰ্ম প্ৰতিষ্ঠাতা' অধ্যাযটো পঢি ধৰ্ম-প্ৰতিষ্ঠাতাৰ মহত্ত্ব, সাহ আৰু তপস্যা সম্বন্ধে শিকিলো।' বিলাতত গান্ধীজীযে ধৰ্মৰ পুথি যিমান পঢ়িছিল, আন বিষযৰ পুথি তিমান তেওঁ পঢ়া নাছিল। এই কথা তেওঁৰ আত্মজীবনীত উল্লেখ কৰিছে। সেই কাৰণে সকলো ধৰ্মৰ গ্ৰন্থবোৰ পঢ়ি উঠাত সত্যৰ প্ৰতি তেওঁৰ দৃঢ় ধাৰণা জন্মিছিল আৰু তাৰ দ্বাৰা তেওঁৰ জীবন দৰ্শনত নতুন বাটৰ সন্ধান পাইছিল। তেওঁ স্বীকাৰ কৰিছে ঃ এটা কথা মোৰ মনত বৰ দকৈ সোমায় যে সজনীতি সকলোৰে মূল, সত্যই নীতিৰ সাৰ বস্তু। সত্য মোৰ জীৱনৰ লক্ষ্য হ'ল। দিনে দিনে এই ভাব বাঢ়িবলৈ ধৰিলে আৰু এতিয়াও ইয়াৰ সংজ্ঞা বহল হব ধৰিছে। কেইফাকিমান শ্লোকে ( মনু স্মৃতিৰ ) মোৰ হিয়া আৰু মন গ্ৰাস কৰিলে। ইঁযাৰ মূল কথা অৰ্থাৎ অপকাৰৰ প্ৰতিদান উপকাৰ কৰা মোৰ জীৱনৰ লক্ষ্য হ'ল। এটা শ্লোকত মই ইমান মুগ্ধ হৈছিলো যে মই ইয়াৰ বহুতো পৰীক্ষা কৰিছিলো। এই শ্লোকটোৰ তাৎপৰ্য এই—কোনোবাই এচলু পানী দিলে তেওঁক তুমি পেটভৰাই খাবলৈ দিবা। কোনোবাই মৰমেৰে সম্ভাষণ জনালে, তুমি মূৰ দোৱাই সম্ভাষণ

জনাবা। কোনোয়ে এটা পাই দি সহায় কৰিলে তুমি সোণৰ মোহৰ দি সহায় কৰিবা। তোমাৰ জীৱন ৰক্ষা কৰিলে তুমি তোমাৰ জীৱন দিবলৈ পিচ নপৰিবা। জ্ঞানীলোকে কথা আৰু কামৰ এই দৰে মিল ৰাখে; সামান্য উপকাৰ কৰিলেও উপকাৰীজন দহগুণে প্ৰত্যুপকাৰ কৰে। কিন্তু যি প্ৰকৃততে উচ্চ মনৰ মানুহ তেওঁ সকলো একে বুলি ভাবে আৰু উপকাৰ কৰি অপকাৰৰ প্ৰতিদান দিয়ে।'

প্ৰায় চাৰি বছৰৰ মূৰত মোহনদাসে বেৰিষ্টাৰী পাছ কৰে আৰু নিজ দেশলৈ আসাম নামৰ জাহাজত আহি বম্বে বন্দৰত নামে। নতুন বেৰিষ্টাৰ হিচাপে তেওঁ 'প্ৰথমতে বোম্বাই আদালতত ওকালতি আৰম্ভ কৰিছিল। কিন্তু ওকালতি ব্যৱসায়ত তেওঁৰ অভিজ্ঞতা তিক্ত হ'ল। তেওঁৰ মতে বেৰিষ্টাৰ হৈ 'বাৰ'ত যোগদিয়া বৰ উজু কথা, কিন্তু বেৰিষ্টাৰী কৰা বৰ টান। মই আইন পঢ়িছিলো হয়, কিন্তু কেনেকৈ তাৰ ব্যৱহাৰ কৰিব লাগে তাৰ বাবে মোৰ শিক্ষা নাছিল। নিৰাশ হৈ তেওঁ বোম্বাই এৰি ৰাজকোটলৈ আহিল আৰু ওকালতি ব্যৱসায়ত লাগিল। কিন্তু ইয়াতো তেওঁ কৃতকাৰ্যতা লাভ কৰিব নোৱাৰিলে। এনে অৱস্থাত তেওঁৰ মন প্ৰায় ভাঙি পৰিছিল। এনেতে দক্ষিণ আফ্ৰিকাৰ ভাৰতীয় সদাগৰী অনুষ্ঠানে তাত ডাঙৰ মোকৰ্দমা এটাত সহায় কৰিবলৈ নতুন বেৰিষ্টাৰ মোহনদাস কৰমচাঁদ গান্ধীক তালৈ নিয়াৰ প্ৰস্তাব কৰি গান্ধীজীৰ ককাইদেউলৈ এখন চিঠি আহিছিল। প্ৰথমতে দক্ষিণ আফ্ৰিকালৈ যাবলৈ তেওঁ মান্তি হোৱা নাছিল যদিও, শেহত যোৱাৰ সিদ্ধান্ত ললে আৰু ১৮৯৩ চনৰ এপ্ৰিল মাহত দক্ষিণ আফ্ৰিকা অভিমুখে ৰাওনা কৰিলে।

ব্যৱসায় সংক্ৰান্তত দক্ষিণ আফ্ৰিকালৈ গান্ধীজী গৈছিল, কিন্তু এই দক্ষিণ আফ্ৰিকাই তেওঁৰ ৰাজহুৱা জীৱনত এটা নতুন দিগন্তৰ পাতনি মেলিছিল। তালৈ নোযোৱাহেঁতেন গান্ধীজীৰ ৰাজনৈতিক জীৱনে কোন দিশ ললেহেঁতেন তাক নিশ্চয়কৈ কোৱা টান; কিন্তু তাৰ অভিজ্ঞতাই যে গান্ধীজীৰ ৰাজনীতিৰ প্ৰথম পৰীক্ষা হৈছিল আৰু সেই পৰীক্ষাত উত্তীৰ্ণ হৈ ভাৰতৰ স্বাধীনতা যুদ্ধৰ দীঘলীয়া পৰীক্ষাত নামিব পৰাত পৰিছিল, সেই বিষয়ে কাৰো দ্বিমত থাকিব নোৱাৰে। সেই কাৰণে দক্ষিণ আফ্ৰিকাৰ আন্দোলনৰ অভিজ্ঞতা গান্ধীজীৰ জীৱনৰ এটা ঐতিহাসিক ঘটনা।

এইখিনিতে দক্ষিণ আফ্ৰিকাৰ ভাৰতীয়সকলৰ সমস্যাৰ পটভূমি উল্লেখ কৰাৰ প্ৰয়োজন। যি সময়ত গান্ধীজী দক্ষিণ আফ্ৰিকাত উপস্থিত হৈছিল, সেই সময়ৰ দক্ষিণ আফ্ৰিকা চাৰিখন উপনিবেশত বিভক্ত আছিল। এই উপনিবেশ কিখন আছিল—নাটাল, দি কেপ, ট্ৰান্সভাল আৰু অৰেঞ্জ ফ্ৰী ষ্টেট। ভাৰত-অন্বেষণৰ বাবে অহা বাটত য়ুৰোপীয় বংশধৰসকলে এই উপনিবেশকিখন আবিষ্কাৰ কৰিছিল আৰু

প্ৰাচলৈ অহাৰ বাবে তেওঁলোকে দক্ষিণ আফ্ৰিকা গঢ়ি তুলিছিল আৰু তাতেই বসবাস কৰিবলৈ লৈছিল এই য়ুৰোপীয় শ্বেতাংগসকল আছিল বৃটিছ আৰু ডাটচ্ বা বুৱৰ। ট্ৰান্সভাল আৰু অৰেঞ্জ্ ফ্ৰী ষ্টেট বুওৰৰ তলতীয়া উপনিবেশন আছিল ; আনহাতে নাটাল আৰু দি কেপ উপনিবেশ দুখন বৃটিছৰ আছিল। বুওৰসকলে বৃটিছ আগমনৰ আগতে তাত ২০০ বছৰ প্ৰভুত্ব কৰিছিল। সেহত বৃটিছে দক্ষিণ আফ্ৰিকাত বৃহত্তৰ অংশত প্ৰভুত্ব বিস্তাৰ কৰে, বিশেষকৈ বুওৰ যুদ্ধৰ পাছত ( ১৮৯৯-১৯০২ )। বৃটিছ প্ৰভু-সকলে অৱশ্যে কৰলৈ প্ৰয়াস কৰিছিল যে দক্ষিণ আফ্ৰিকাৰ বৃটিছ আৰু ভাৰতবাসী-সকলৰ ন্যায্য অধিকাৰ কৰিবলৈহে বুওৰসকলৰ বিৰুদ্ধে যুদ্ধ কৰা হৈছিল। উপনিবেশ চাৰিখন প্ৰত্যেকে ইখনৰপৰা সিখনৰ পৃথক আছিল আৰু সুকীয়া সুকীয়া অস্তিত্ব ৰক্ষা কৰিছিল ; বৃটিছ চৰকাৰে বাসিন্দাসকলৰ স্বাৰ্থ ৰক্ষা আৰু বৃটিছ চৰকাৰৰ নীতি ৰক্ষাৰ বাবে উপনিবেশত এজেন্ট বা প্ৰতিনিধি ৰাখিছিল। ১৯১০ চনত উপনিবেশকিখন সংযুক্ত হৈ এখন ৰাজ্যত পৰিণত হয়। এই নব-গঠিত ৰাজ্যখনক ডমিনিয়নৰ মৰ্যাদা দিয়ে। কিন্তু এই ডমিনিয়ন চৰকাৰ শ্বেতাংগ-সকলৰ আছিল যি শ্বেতাংগসকল দক্ষিণ আফ্ৰিকাত স্থায়ীভাৱে থাকিবলৈ লৈছিল। কাৰ্যতঃ, দক্ষিণ আফ্ৰিকাৰ চৰকাৰৰ ওপৰত বৃটিছ চৰকাৰৰ নিয়ন্ত্ৰণ নাম মাত্ৰ আছিল।

দক্ষিণ আফ্ৰিকাৰ কৃষি আৰু খনিজ সম্পদৰ উন্নয়নৰ বাবে পূৰ্বৰ উপনিবেশন কিখনে বাহিৰৰপৰা শ্ৰমিক আমদানী কৰিবলগীয়া হৈছিল, কাৰণ আফ্ৰিকাবাসীসকলে তেনে শ্ৰম দিবলৈ অস্বীকাৰ কৰিছিল বা তেনে শ্ৰমিকৰ ওপৰত নিৰ্ভৰ কৰিবলৈ শ্বেতাংগসকল আগ্ৰহান্বিত নাছিল। সেই কাৰণে ১৮৬০ চনৰপৰা বৃটিছ চৰকাৰৰ জৰিয়তে ভাৰতীয় শ্ৰমিক দক্ষিণ আফ্ৰিকালৈ আমদানী কৰাৰ চুক্তি কৰে। এই ভাৰতীয় শ্ৰমিক শ্ৰেণীক পাঁচ বছৰীয়া চুক্তিত নিয়া হৈছিল ; পাঁচ বছৰৰ পাচত এই চুক্তিবদ্ধ শ্ৰমিকে ভাৰতলৈ অহাৰ স্বাধীনতা পাইছিল বা তেওঁলোকৰ ইচ্ছা সাপেক্ষে পুনৰ চুক্তিবদ্ধ হ'ব পাৰিছিল বা দক্ষিণ আফ্ৰিকাতেই স্বাধীন নাগৰিক হিচাপে বসতি কৰিব পাৰিছিল। অতি গৰীব অৱস্থাৰ ভাৰতীয় লোক তালৈ গৈছিল। এই দৰে দক্ষিণ আফ্ৰিকাত ভাৰতবাসীৰ এটা বৃজন অংশ আফ্ৰিকাত বাসিন্দা হৈছিল। কিন্তু ১৮৬৯ চনত ভাৰত চৰকাৰে নিশ্চিতভাৱে ঘোষণা কৰিছিল যে যি সকল ভাৰতবাসী দক্ষিণ আফ্ৰিকাত স্থায়ীভাৱে বাস কৰিব তেওঁলোকে দক্ষিণ আফ্ৰিকাৰ আইনমতে স্বাধীন নাগৰিকত্ব পাব আৰু কোনো বৈষম্যমূলক নীতি ভাৰতবাসীৰ ওপৰত তাৰ চৰকাৰে প্ৰয়োগ নকৰিব। কিন্তু বুওৰ আৰু বৃটিছ ঔপনিবেশিকসকলে দক্ষিণ আফ্ৰিকাস্থ ভাৰতবাসীসকলক সন্দেহৰ চকুৰে চাবলৈ

থাকিলে আৰু ১৮৮৫ চনত এচিয়াবাসীৰ ওপৰত বৈষম্য নীতি প্ৰয়োগ কৰিবলৈ ধৰে। আনকি বৃটিছ উপনিবেশ নাটালতো বৃটিছ চৰকাৰৰ পূৰ্ব প্ৰতিশ্ৰুতি ভংগ কৰি ভাৰতীয় নাগৰিকসকলৰ বিৰুদ্ধে ১৮৯৪ চনত এখন আইনৰ যোগেদি ভোটাধিকাৰ আদি স্বত্ববোৰ উচ্ছেদ কৰি ৰেল, বাছ, স্কুল, হোটেল আদিত প্ৰভেদমূলক নীতিৰ ব্যৱস্থা কৰাৰ প্ৰয়াস কৰে।

ওকালতি সংক্ৰান্তত ১৮৯৩ চনত গান্ধীজী দক্ষিণ আফ্ৰিকালৈ গৈছিল আৰু তেওঁৰ ব্যৱসায়ী কামৰ অন্ত পৰাত ১৮৯৪ চনত ভাৰতলৈ প্ৰত্যাবৰ্তন কৰাৰ বাবে সাজু হৈছিল। এনেতে শ্বেতাংগসকলৰ ১৮৯৪ চনৰ ভাৰতবাসীৰ প্ৰতি বৈষম্য আচৰণমূলক আইনখনৰ পাণ্ডুলিপিৰ প্ৰতি তাৰ ভাৰতীয় বাসিন্দা সকলে গান্ধীজীৰ দৃষ্টি আকৰ্ষণ কৰে। দক্ষিণ আফ্ৰিকাবাসী ভাৰতীয় শ্ৰেণীৰ অনুৰোধ ক্ৰমে তেওঁ তাত কিছুদিন থাকি তাৰ চৰকাৰৰ অন্যায় আৰু বৈষম্যমূলক নীতিৰ বিৰুদ্ধে যুঁজ দিবলৈ সন্মত হয়। কিন্তু এই সমস্যাটো ক্ৰমান্বয়ে ইমান জটিল হৈ উঠিছিল যে দক্ষিণ আফ্ৰিকাত তেওঁ প্ৰায় একৈশ বছৰ থাকিব লগা হৈছিল। ১৯১৪ চনতহে গান্ধীজী ভাৰতলৈ ঘূৰি আহিছিল। দক্ষিণ আফ্ৰিকাৰ আন্দোলনত দৃশ্যতঃ অনভিপ্ৰেত ভাবেই গান্ধীজী জড়িত হব লগা হৈছিল। কিন্তু দক্ষিণ আফ্ৰিকাৰ আদালত, ৰেল আৰু আন আন স্থানত তেওঁ নিজে যি অভিজ্ঞতা লাভ কৰিছিল তাৰ পৰা তেওঁৰ অলপো সন্দেহ নাছিল যে শ্বেতাংগসকলে কৃষ্ণাংগ এচিয়াবাসীৰ ওপৰত কৰা বৈষম্যমূলক আচৰণ অত্যন্ত অন্যায় আছিল আৰু সত্যৰ খাতিৰত তাৰ বিৰোধিতা কৰাটো তেওঁৰ নৈতিক কৰ্তব্য আছিল। শেহান্তৰত তেওঁৰ দক্ষিণ আফ্ৰিকাত কৰা সত্যাগ্ৰহ আন্দোলন ফলপ্ৰসূ হয় আৰু ১৯১৪ চনত ভাৰত অভিমুখে যাত্ৰা কৰে। তাৰ আগত ১৮৯৬ চনত এবাৰ ভাৰতলৈ আহিছিল আৰু ছমাহ কাল থাকি নাটালত থকা ভাৰতবাসী-সকলৰ নিৰ্যাতনৰ বিষয়ে ভাৰতত ৰাজহুৱাভাৱে প্ৰচাৰ কাৰ্য চলাইছিল আৰু তেওঁলোকৰ আন্দোলনৰ প্ৰতি সমৰ্থন আৰু সহানুভূতিসূচক জনমত গঢ়ি তুলিছিল।

১৮৯৬ চনৰ ২৮ নবেম্বৰৰ দিনা তেওঁ পুনৰ নাটাল অভিমুখে জাহাজেৰে যাত্ৰা কৰে আৰু ১৮৯৭ চনৰ ১৩ জানুৱাৰীত ডাৰ্বান বন্দৰ পাৰগৈ। ইতিমধ্যে ভাৰতবৰ্ষত তেওঁ নাটালৰ শ্বেতাংগসকলৰ বিৰুদ্ধে সভা-সমিতি কৰাৰ বাতৰিয়ে নাটাল শ্বেতাংগ শ্ৰেণীক বৰকৈ বিৰক্ত কৰিছিল আৰু গান্ধী পুনৰ গৈ আন্দোলন কৰাটো পচন্দ নকৰিছিল। সেই কাৰণে গান্ধী, তেওঁৰ পৰিয়াল আৰু তেওঁৰ সহযাত্ৰী প্ৰায় ৮০০ ভাৰতীয় যাত্ৰীৰ জাহাজখন বন্দৰত তাৰ শ্বেতাংগ চৰকাৰে ২৩ দিন আটক কৰি ৰাখিছিল, আৰু জাহাজখনৰ মালিক কোম্পানীয়ে উভোতাই অনাৰ বাবে নাটাল চৰকাৰে

হৈছো দিছিল। সেহত গান্ধী প্রমুখ্যে যাত্ৰীসকলক নামি যাবলৈ অনুমতি দিয়া হৈছিল ; অনুমতি দিয়া হৈছিল যদিও, তেওঁক শ্বেতাংগ এদলে আগুৰি ধৰি মাৰপিট কৰিবলৈ ধৰে। তাৰ আৰক্ষী মুৰব্বীজনৰ ঘৈণীয়েকে হস্তক্ষেপ নকৰাহেঁতেন এই দলৰ হাতত গান্ধীৰ মৃত্যু অৱশ্যম্ভাবী আছিল। তাৰ পাছতো উন্মত্ত শ্বেতাংগৰ দলে গান্ধীৰ বাসভবন আক্ৰমণ কৰে। ভাগ্যক্ৰমে আৰক্ষী কৰ্তৃপক্ষই তেওঁ, তেওঁৰ পৰিয়াল আৰু বাসভবন ৰক্ষা কৰে।

দক্ষিণ আফ্ৰিকাত গান্ধীজীৰ অভিজ্ঞতাৰ ইতিহাস অতি দীঘলীয়া। চমুকৈ কবলৈ গলে দক্ষিণ আফ্ৰিকাত তেওঁ সত্যাগ্ৰহ আন্দোলন, জেল-জীৱন, সাংবাদিকতা আৰু সত্য-অন্বেষণৰ অভিজ্ঞতা লাভ কৰিছিল ; ফোনিক্সৰ টলষ্টয় পামৰ মাজেদি শ্ৰমৰ মৰ্যাদা নিজেও আহৰণ কৰিছিল আৰু তেওঁৰ সহকৰ্মীসকলক আহৰণ কৰিবলৈ শিক্ষা দিছিল। তাত থকা সময়তে গান্ধীজীয়ে এটা নতুন ৰাজনৈতিক দৰ্শন প্ৰয়োগ কৰিছিল আৰু তাৰ কাৰ্যকাৰিতাৰ প্ৰমাণ পাইছিল। ভাৰতলৈ ঘূৰি আহি সেই দৰ্শন ভাৰতৰ স্বাধীনতা আন্দোলনত প্ৰয়োগ কৰিছিল।

১৯১৫ চনৰ ৯ জানুৱাৰীত ভাৰতলৈ দক্ষিণ আফ্ৰিকাৰপৰা প্ৰত্যাবৰ্তন কৰাৰ পাছত প্ৰায় পাঁচ বছৰ সময় গান্ধীজীয়ে কংগ্ৰেছত সক্ৰিয়ভাৱে কাম কৰা নাছিল। তেওঁ অৱশ্যে কংগ্ৰেছ অধিবেশনত যোগ দিছিল আৰু কংগ্ৰেছৰ কাৰ্যক্ৰমৰ স্বৰূপ লক্ষ্য কৰিছিল। ইতিমধ্যে প্ৰথম মহাসমৰৰ সময়ত তেওঁ বৃটিছ চৰকাৰৰ লগত যুদ্ধ প্ৰচেষ্টাৰ ক্ষেত্ৰত তেওঁ সহযোগিতা কৰিছিল আৰু বিশ্বাস কৰিছিল যে বৃটিছ চৰকাৰৰপৰা ভাৰতবাসীয়ে স্বায়ত্ত শাসনৰ সন্দৰ্ভত যথেষ্ট অধিকাৰ লাভ কৰিব ; কিন্তু তেওঁৰ বিশ্বাস পূৰ্ণ নহ'ল। ১৯১৭-১৮ চনত বৃটিছ চৰকাৰে মণ্টেগু-চেমচ্ফৰ্ড শাসন সংস্কাৰৰ আঁচনি দাখিল কৰিলে। তাত মহাত্মা গান্ধী প্ৰমুখ্যে ভাৰতীয় নেতাসকল হতাশ হ'ল আৰু চৰকাৰৰ উত্থাপিত শাসন-সংস্কাৰ আঁচনি বৰ্জন কৰাৰ বাবে কংগ্ৰেছ আৰু একাধিক অনুষ্ঠানে সিদ্ধান্ত ললে। ইতিমধ্যে ৰাওলাট আইনৰ বলেৰে ভাৰতত স্বাধীনতাকামী লোকৰ ওপৰত নিৰ্যাতন হবলৈ ধৰে ; ১৯১৮ চনৰ ৬ এপ্ৰিলত দেশব্যাপী হৰতাল ঘোষণা হ'ল। শান্তিপূৰ্ণভাৱে হৰতাল পালন কৰি ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাবলৈ গান্ধীজীয়ে দেশবাসীৰ ওচৰত প্ৰাৰ্থনা জনালে। তেতিয়াৰপৰা ভাৰতৰ মুক্তি-যুদ্ধত গান্ধীজীৰ ভূমিকা দৃঢ় হৈ পৰিল। ১৯২০ চনৰ ২৬ ডিচেম্বৰৰপৰা গান্ধীজী আৰু কংগ্ৰেছ অভিন্ন হৈ পৰে। তাৰ পাঁচ মাহ আগতে গান্ধীজীয়ে চৰকাৰৰপৰা তেওঁ লাভ কৰা পদকবোৰ ঘূৰাই দিছিল। কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰেও তেওঁৰ 'নাইট' উপাধি পৰিত্যাগ কৰে। ১৯২১—২২ চনৰ অসহযোগ আন্দোলন

গান্ধীজীৰ নেতৃত্বত পৰিচালিত হৈছিল ; অহিংস নীতিৰ ওপৰত এই আন্দোলন প্ৰতিষ্ঠিত আছিল আৰু দেশবাসীয়ে এই নীতি সৰ্বোতভাৱে পালন কৰাটো গান্ধীজীয়ে বিচাৰিছিল। কিন্তু দেশৰ কেবাঠাইত উন্মত্ত জনতাই বৃটিছ শাসকৰ বিৰুদ্ধে হিংসাত্মক কাৰ্যত লিপ্ত হ'ল ; তেতিয়া গান্ধীজীয়ে অসহযোগ আন্দোলন স্থগিত ৰাখিবলৈ বাধ্য হয়। গান্ধীৰ এই কাৰ্যত কংগ্ৰেছৰ উগ্ৰপন্থীসকল বিতুষ্ট হয় ; বিতুষ্ট হয় যদিও, গান্ধীজীৰ নেতৃত্বৰ প্ৰত্যাহ্বান হোৱা নাছিল। কোনো কোনো সমস্যা আৰু প্ৰশ্নত গান্ধীজীৰ লগত পণ্ডিত জৱাহৰলাল নেহৰু, নেতাজী সুভাষ চন্দ্ৰ বসু প্ৰমুখ্যে ডেকাচাম নেতাৰ মতানৈক্য হৈছিল ; কিন্তু নেতাজী আৰু আন কেইজন মান নেতাৰ বাহিৰে বাকী সকলোৱে গান্ধীজীৰ নেতৃত্ব মানি লৈছিল আৰু একেধাৰে প্ৰায় ২৬ বছৰ কাল ( ১৯২০—'৪৭ ) ভাৰতৰ মুক্তি সংগ্ৰাম মহাত্মাৰ দ্বাৰা পৰিচালিত হৈছিল।

গান্ধীজীৰ সুদীৰ্ঘ কৰ্মময় জীৱনৰ ঘটনাৱলীৰ সবিশেষ বিৱৰণ ইয়াত উল্লেখ কৰা সম্ভৱ নহয় ; কিন্তু অতি উল্লেখযোগ্য দুই-চাৰিটাৰ বিৱৰণে প্ৰমাণ কৰিব যে তেওঁ কুৰি শতিকাৰ এজন মহান বিপ্লৱী আছিল আৰু তেওঁ যি বিপ্লৱ আনিছিল সি অতি অভিনৱ পন্থাৰ বিপ্লৱ আছিল। সেই পন্থা আছিল অহিংস আৰু সত্যৰ ওপৰত প্ৰতিষ্ঠিত।

১৯২১—২২ চনৰ অসহযোগ আন্দোলনৰ সংক্ৰান্তত আৰু কুখ্যাত ৰাওলাট আইনৰ পৰিপ্ৰেক্ষিতত গান্ধীজীয়ে ১৯২১ চনৰ ২৯ চেপ্তেম্বৰ আৰু ১৫ ডিচেম্বৰ আৰু ১৯২২ চনৰ ২৩ ফেব্ৰুৱাৰী তাৰিখৰ তেওঁৰ দ্বাৰা সম্পাদিত 'ইয়ং ইণ্ডিয়া' নামৰ সাপ্তাহিক বাতৰি কাকতত বৃটিছ চৰকাৰক চোকা সমালোচনা কৰি 'টেম্পাৰিং উইথ লয়েল্টি', 'এ পাজ'ল এণ্ড ইটচ্ চ'লিউচন' আৰু 'ছেকিং দি মেনচ' শিতানত তেওঁৰ নামত তিনিটা প্ৰবন্ধ প্ৰকাশ কৰিছিল। ভাৰত চৰকাৰে প্ৰবন্ধ তিনিটাত অত্যন্ত ক্ৰোধান্বিত হৈ উঠে আৰু প্ৰবন্ধ কিটাৰ যোগেদি বৃটিছ চৰকাৰৰ বিৰুদ্ধে ভাৰতবাসীক জগাই তুলিছিল বুলি অভিযোগ আনিছিল। এই অভিযোগ ভাৰতীয় দণ্ডবিধিৰ ১২৪(ক) ধাৰামতে উত্থাপন কৰি এল-এন ব্ৰাউন নামৰ চাহাব বিচাৰকৰ আগত গান্ধীজীক হাজিৰ কৰা হয়। তাৰ কেইদিনমান আগত ১০ মাৰ্চত ( ১৯২২ ) তেওঁক পুলিচে গ্ৰেপ্তাৰ কৰে। ভাৰতৰ স্বাধীনতা যুদ্ধৰ সংক্ৰান্তত এয়েই আছিল গান্ধীজীৰ প্ৰথম গ্ৰেপ্তাৰ। তেওঁৰ লগতে 'ইয়ং ইণ্ডিয়া'ৰ প্ৰকাশক শংকৰলাল বাংকাৰ নামৰ তেওঁৰ সতীৰ্থ এজনো একে অভিযোগত গ্ৰেপ্তাৰ হৈছিল।

দণ্ডাধীশ ব্ৰাউন চাহাবে আদালতত কেটামান প্ৰশ্ন কৰিছিল। তাৰ উত্তৰত

গান্ধীজীয়ে কৈছিল যে তেওঁ 'ইয়ং ইণ্ডিয়া'ত প্ৰবন্ধ তিনিটা লিখা মই। ম্যাজিষ্ট্ৰেটে প্ৰাথমিক বিচাৰ কৰি ভাৰতীয় দণ্ডবিধিৰ ১২৪(ক) ধাৰামতে অভিযুক্ত কৰি চেছন আদালতত যাবতীয় বিচাৰৰ কাৰণে গান্ধীজী আৰু শংকৰ বাংকাৰৰ মোকৰ্দমাটো পঠায়। চেছন আদালতৰ দণ্ডাধীশ আছিল মিঃ আৰ-এছ্ ব্ৰুমফিল্ড আই-চি-এচ্। প্ৰচলিত আইন পদ্ধতি মতে আহমেদাবাদৰ চেছন আদালতত ব্ৰুমফিল্ড চাহাবে বিচাৰ শেহ কৰি দণ্ড ঘোষণাৰ পূৰ্বে আচামী গান্ধীয়ে কিবা বিবৃতি দিব নে তেওঁক সুধিছিল। গান্ধীজীয়ে লিখিত বিবৃতি দিবলৈ ইচ্ছা প্ৰকাশ কৰি প্ৰস্তাবিত লিখিত বিবৃতিৰ পাতনি স্বৰূপে এটা মৌখিক বিবৃতি দিবলৈ আগ্ৰহ প্ৰকাশ কৰে। দণ্ডাধীশ চাহাবে তেওঁৰ অনুৰোধ কৰাত গান্ধীজীয়ে কৈছিল: 'আদালতৰ অনুমতি সাপেক্ষে মই এটা লিখিত বিবৃতি দিব বিচাৰো, কিন্তু এই বিবৃতিটো পঢ়াৰ আগতে কব খোজো যে মোৰ বিষয়ে এডভোকেট জেনেৰেলে যি কৈছে তাক মই সম্পূৰ্ণভাৱে সমৰ্থন কৰো। তেওঁ যিবোৰ বিবৃতি দাঙি ধৰিছে সেইবোৰে মোৰ প্ৰতি ন্যায় বিচাৰ কৰিছে, কিয়নো এইটো সম্পূৰ্ণ সত্য কথা আৰু তাক মই আদালতৰপৰা ঢাকি ৰাখিব নোখোজো। যে চৰকাৰৰ বৰ্তমান ব্যৱস্থাৰ বিৰুদ্ধে অসন্তুষ্টি প্ৰচাৰ কৰাটো মোৰ পক্ষে এটা আসক্তি হৈ পৰিছে। এডভোকেট জেনেৰেল মহোদয়ে ঠিকেই কৈছে যে এই আসক্তি 'ইয়ং ইণ্ডিয়া'ৰ লগত সম্পৰ্ক হোৱাৰ দিনাৰপৰাই আৰম্ভ হোৱা নাই, তাৰ আগৰপৰাই আৰম্ভ হৈছে। মই বিচাৰকৰ আগত যি বিবৃতি দিবলৈ ওলাইছো তাত মই স্বীকাৰ কৰিম যে চৰকাৰৰ বিৰুদ্ধে অসন্তুষ্টি প্ৰচাৰ কৰা আসক্তি এডভোকেট-জেনেৰেলে কোৱাতকৈ বহুদিন আগৰপৰা আৰম্ভ হৈছিল। মোৰ বিশ্বাসৰ প্ৰথম কথা অহিংস; অহিংস মোৰ বিশ্বাসৰ শেহকথা। যি ব্যৱস্থাই মোৰ দেশৰ অপূৰণীয় ক্ষতি কৰিছে বুলি ভাবো তাৰ ওচৰত হে মই স্বীকাৰ কৰিব লাগিব বা জনতাই মোৰ মুখৰপৰা সত্য ঘটনা জানি তেওঁলোকৰ উন্মত্ত বিক্ষোভ কৰাৰ বিপদৰ সন্মুখীন হব লাগিব। কেতিয়াবা মোৰ জনতাই উন্মত্ত হৈ পৰে বুলি মই জানো। তাৰ বাবে মই অতি দুঃখীত। ইয়াত মই লঘু শাস্তি লবলৈ অহা নাই, অতি গুৰু শাস্তি পাবলৈ আহিছো। কোনো দয়া মই নিবিচাৰো। মই কৃপাৰ বাবে কোনো লঘুকাৰক বিবেচনাও নিবিচাৰো। মই ইচ্ছাকৃতভাৱে যদি মই আইনৰ চকুত দোষ কৰিছো আৰু সেই দোষ যদি মই নাগৰিকৰ কৰ্তব্য হিচাপে কৰিছো, তেন্তে তাৰ বাবে চৰম শাস্তি বিচাৰো আৰু তেনে শাস্তি মই মূৰ পাতি লম। বিচাৰক মহোদয়, আপুনি যদি ভাবে যে আপুনি যি আইন প্ৰয়োগ কৰিবলগীয়া হৈছে সেইয়া দোষনীয় কাম আৰু যদি মই সঁচাকৈয়ে নিৰ্দোষী, তেন্তে আপুনি আপোনাৰ পদ ইস্তফা দিব পাৰে কিন্তু তেনে

কৰাটো আপোনাৰ পক্ষে অসম্ভৱ বুলি মই জানো ; অথবা, আপুনি মোৰ ওপৰত কঠোৰতম শাস্তি দিব পাৰে যদিহে আপুনি ভাবে যে যি ব্যৱস্থা আৰু আইন প্ৰশাসনক আপুনি সহায় কৰিছে সি দেশৰ কাৰণে মঙ্গলজনক আৰু মোৰ কাৰ্য ৰাজহুৱা স্বাৰ্থৰ বাবে অনিষ্টকৰ। মোৰ বিবৃতি শেহ হোৱাৰ লগে লগে আপুনি নিশ্চয় গম পাব মোৰ হৃদয়ত যে কি অগ্নি জ্বলিছে আৰু এজন লোকে সজ্ঞানে কেনে বিপদ মাতি আনিব পাৰে।' তাৰ পাছতেই গান্ধীজীয়ে তেওঁৰ লিখিত বিবৃতি দাখিল কৰে আৰু দণ্ডাধীশ ব্ৰুমফিল্ডে তলত দিয়া হুকুমটো পঢ়ি শুনায় ঃ

'মিঃ গান্ধী, একহিচাপে আপুনি মোৰ কাম বহুত সহজ কৰি তুলিছে, কাৰণ অভিযোগ মতে আপুনি আপোনাৰ দোষ স্বীকাৰ কৰিছে। এই দেশত বিচাৰকে ন্যায় দণ্ড স্থিৰ কৰাটো বৰ টান কাম। আইনে কোনো ব্যক্তিৰ মুখলৈ নাচায়। তথাপি মই যিবোৰ লোকক বিচাৰ কৰিছো আৰু ভবিষ্যতে যিবোৰ লোকক বিচাৰ কৰিব লগা হব পাৰে, সেই সকলৰপৰা যে আপুনি এজন বেলেগ শ্ৰেণীৰ লোক তাক অস্বীকাৰ কৰাটো মোৰ পক্ষে অসম্ভৱ। এইটো স্বীকাৰ কৰিব লাগিব যে আপোনাৰ দেশৰ জনগণৰ চকুত আপুনি এজন মহাদেশপ্ৰেমিক আৰু নেতা। আপোনাৰ ৰাজনৈতিক মতৰ লগত যিসকলৰ মিল নাই, তেওঁলোকেও আপোনাক এজন উচ্চ আদৰ্শবাদী আৰু সিদ্ধ পুৰুষ বুলি জ্ঞান কৰে। আপোনাক কিন্তু এটা দিশৰপৰা বিবেচনা কৰিব লাগিব ; তাত বাহিৰে আপোনাক বিচাৰ বা সমালোচনা কৰা মোৰ কৰ্তব্য নহয়। আপোনাৰ স্বীকাৰোক্তি মতে আপুনি আইন ভংগ কৰিছে আৰু এজন সাধাৰণ মানুহে ৰাষ্ট্ৰৰ যি গুৰুতৰ দোষ কৰে, তেনে দৰে আপুনিও ৰাষ্ট্ৰৰ দোষ কৰিছে। মই সেই দৃষ্টিৰে আপোনাক চাব লাগিব। আপুনি সঘনে হিংসাত্মক কাৰ্যৰ বিৰুদ্ধে প্ৰচাৰ কৰিছে আৰু মই বিশ্বাস কৰো যে আপুনি হিংসাত্মক কাৰ্য বন্ধ কৰিবলৈ চেষ্টাও কৰিছে ; কিন্তু আপোনাৰ ৰাজনৈতিক মত আৰু যি সকলে এই মত শুনিছে, তেওঁলোকৰ প্ৰবৃত্তি জানি, আপোনাৰ মতবাদৰ অপৰিহাৰ্য ফল যে হিংসা আৰু অৰাজকতা নহব, তাক আপুনি কেনেকৈ বিশ্বাস কৰিছিল সেইটো বুজিবলৈ মই টান পাইছো। ৰাজহুৱা স্বাৰ্থত যি আৱশ্যক আৰু আপোনাৰ ওপৰত মই যি শাস্তি বিহা উচিত তাৰ ভাৰসাম্যতা কৰিবলৈ বিচাৰিছো। বাৰ বছৰ পূৰ্বে বালগঙ্গাধৰ তিলকৰ ক্ষেত্ৰত তেওঁক যি ধাৰামতে অভিযুক্ত কৰা হৈছিল, মই তাকে কৰিবলৈ ওলাইছো। তেওঁক বাৰ বছৰ বিনাশ্ৰম কাৰাদণ্ড দিয়া হৈছিল। মোৰ মতে তিলকৰ সৈতে আপোনাক একে শাৰীতে ভুক্ত কৰিলে অসংগত বুলি আপুনি বিবেচনা নকৰিব। প্ৰতিটো দোষৰ বাবে দুবছৰ বিনাশ্ৰম কাৰাদণ্ড অৰ্থাৎ মুঠ ছবছৰ কাৰাদণ্ড দিয়াটো মোৰ কৰ্তব্য বুলি

ভাবো। লগতে কব খোজো যে ভাৰতৰ ঘটনাৱলীৰ পৰিপ্ৰেক্ষিতত আপোনাৰ কাৰাদণ্ড হ্ৰাস কৰি খালাছ দিয়াটো যদি চৰকাৰৰ পক্ষে সম্ভৱ হয়, তেন্তে তাৰ কাৰণে মোতকৈ আন কোনো বেছি সুখী নহ'ব।'

স্মৰণ কৰা উচিত যে ভাৰতত মুক্তি সংগ্ৰামৰ সংক্ৰান্তত এই আছিল গান্ধীজীৰ প্ৰথম কাৰাদণ্ড। তাৰ চৌধ্য বছৰ আগত দক্ষিণ আফ্ৰিকাৰ জোহেন্সবাৰ্গত ১৯০৮ চনৰ ১০ জানুৱাৰীত ভাৰতীয় বাসিন্দাসকলৰ স্বত্ব সাব্যস্ত কৰিবলৈ লোৱা আন্দোলনত গান্ধীজী প্ৰথম বাৰৰ কাৰণে গ্ৰেপ্তাৰ হৈছিল আৰু কাৰাবৰণ কৰিছিল।

প্ৰাসংগিকক্ৰমে গান্ধীজীয়ে দিয়া আদালতত বিবৃতি আৰু প্ৰায় দুহেজাৰ বছৰ আগেয়ে গ্ৰীক দাৰ্শনিক চক্ৰেটিছে তেওঁৰ বিচাৰৰ সময়ত আদালতত যি বিবৃতি দিছিল তাৰ মাজত সাদৃশ্য দেখা যায়। সত্য আৰু স্বাধীনতাৰ কাৰণে চক্ৰেটিছ আৰু মোহনদাস কৰমচাঁদ গান্ধীৰ অৱদান বিশ্ব-বিশ্ৰুত; চক্ৰেটিছে সত্যৰ কাৰণে জীৱন আহুতি দিছিল, গান্ধীজীয়ে সত্যৰ বাবে কাৰাবৰণ আৰু শেহত আততায়ীৰ গুলীত মৃত্যু বৰণ কৰিছিল। ইচ্ছা কৰা হেঁতেন চক্ৰেটিছে এট্ৰিক আইন মতে এথেন্সবপৰা দেশান্তৰ হৈ মৃত্যুদণ্ডৰ পৰা নিজক ৰক্ষা কৰিব পাৰিলেহেঁতেন, কিন্তু চক্ৰেটিছে সেই পন্থা লোৱা নাছিল। বিচাৰক মণ্ডলীয়ে চক্ৰেটিছক আশ্বাস দিছিল যে তেওঁ যদি জনসাধাৰণৰ মাজত তেওঁৰ 'আপত্তিজনক' দৰ্শন বা মত প্ৰচাৰ নকৰে আৰু নিজৰ মত পৰিৱৰ্তন কৰে তেন্তে বিচাৰক মণ্ডলীয়ে তেওঁক খালাছ দিবও পাৰে। চক্ৰেটিছে এই আশ্বাস তেওঁৰ পক্ষে গ্ৰহণযোগ্য নহয় বুলি থাটাংভাৱে কৈ দিছিল আৰু অত্যন্ত তাৎপৰ্যপূৰ্ণ ঐতিহাসিক বিবৃতি এটা পেছ কৰিছিল। গান্ধীজী আৰু চক্ৰেটিছ দুয়োজনৰ বিবৃতি দুটাৰ মাজত মিল থকা যেন লাগে। চক্ৰেটিছৰ বিবৃতিত তেওঁ কৈছিল ঃ

'মই মোৰ সত্য-অন্বেষণৰ পথ এৰি দিম এনে চৰ্ত সাপেক্ষে আপোনালোকে যদি মোক খালাছ দিবলৈ প্ৰস্তাব কৰে, তেন্তে মই কম—হে এথেন্সবাসী, মই আপোনালোকক ধন্যবাদ দিওঁ, কিন্তু মই ঈশ্বৰক মানি চলিম, কাৰণ মই বিশ্বাস কৰো যে তেৱেঁই মোক এই কাম দিছে, আপোনালোকে নহয়; আৰু যেতিয়ালৈকে মোৰ নিশ্বাস আৰু শক্তি থাকে, তেতিয়ালৈকে মই মোৰ দৰ্শন প্ৰত্যাহাৰ নকৰো। মই যাকে লগ পাওঁ তেওঁক কম—'তোমালোকে সম্পত্তি আৰু গৌৰৱৰ প্ৰতি মোহমুগ্ধ হ'বলৈ লাজ নালাগে নে, কিয়নো তোমালোকে জ্ঞান আৰু সত্যক পাহৰিছা?' মৃত্যু কি মই নাজানো—এইটো ভাল কথাও হ'ব পাৰে আৰু তাক মই ভয় নকৰো। কিন্তু নিজৰ কৰ্তব্য পৰিহাৰ কৰাটো বেয়া কাম বুলি জানো। মই যিটো বেয়া বুলি জানো তাক গ্ৰহণ কৰাতকৈ যিটো ভাল বুলি জানো তাক গ্ৰহণ কৰা শ্ৰেয় বুলি ভাবো।'

চক্রেটিছৰ মৃত্যুৰ আগ মুহূৰ্তত দিয়া বাণীও মহৰ্ষি টলস্টয় আৰু মহাত্মা গান্ধীৰ বাণীত প্ৰতিধ্বনি হোৱা দেখা যায়।

১৯২১-২২ চনৰ অসহযোগ আন্দোলনে গান্ধীজীৰ নেতৃত্বত স্বাধীনতা যুদ্ধৰ প্ৰথম পৰ্যায় আছিল ; কিন্তু আন্দোলন যি অহিংস নীতিত পৰিচালিত হোৱাটো তেওঁ বিচাৰিছিল সেইদৰে পৰিচালিত নহ'ল। বিভিন্ন ঠাইত ঘটনাই হিংসাত্মক ৰূপ লৈছিল, বিশেষকৈ ১৯২২ চনৰ ৫ ফেব্ৰুৱাৰীৰ দিনা উত্তৰ প্ৰদেশৰ চৌৰিচৰাত জনতা ক্ষুব্ধ হয় আৰু জনতাই পুলিচ বাহিনীৰ কেবাজনো লোকক অগ্নিদগ্ধ কৰি হত্যা কৰে। স্বাভাৱিকতেই এনে ভয়াবহ হিংসাত্মক কাৰ্যত গান্ধীজী অত্যন্ত ব্যথিত হয় আৰু পাঁচদিন জোৰা অনশত ব্ৰত কৰে আৰু তেওঁ সত্যাগ্ৰহ আন্দোলন স্থগিত ৰাখে। গান্ধীজীয়ে আন্দোলন প্ৰত্যাহাৰ কৰাত মুক্তি-যুদ্ধত এটা গুৰুতৰ পৰিস্থিতি হয়। যি সকলে তেওঁৰ নেতৃত্বত ভাৰতে এবছৰৰ ভিতৰতে স্বাধীনতা লাভ কৰিব বুলি আশা কৰিছিল তেওঁলোক অত্যন্ত হতাশ হয় ; আন যি সকলে অহিংস পন্থাত বিশ্বাস কৰিবলৈ টান পাইছিল, তেওঁলোকে হিংসাত্মক কাৰ্যত লিপ্ত হৈ কোনো কোনো ঠাইত ৰাজনৈতিক হত্যাকাণ্ড আৰু লুটপাট কৰিবলৈ ধৰে, সাম্প্ৰদায়িক অশান্তি হৈ হিন্দু-মুছলমানৰ মাজত বিভেদ সৃষ্টি কৰে ; মুছলমান নেতাসকলৰ কেবাজনো আন্দোলন বিমুখ হয় ; মুছলিম লীগে কংগ্ৰেছৰ লগত সহযোগ কৰিবলৈ অনিচ্ছুক হয় ; চৰকাৰৰ দমননীতি দৃঢ়তৰ হবলৈ ধৰে ; অসংখ্য যুৱক-যুৱতী কাৰাগাৰত বন্দী হয় আৰু অনেকে ৰাজনৈতিক অপৰাধৰ কাৰণে অম্লান বদনে ফাঁচী বৰণ কৰে আৰু আন বহুতে আন্দামান দ্বীপত নিৰ্বাসিত জীৱন যাপন কৰিব লগা হয়। গান্ধীজীয়ে অৱশ্যে হিংসাত্মক সন্ত্ৰাসবাদী কাৰ্যৰ নিন্দা কৰিছিল, কাৰণ তেওঁৰ আন্দোলনত অহিংস নীতিহে অমোঘ অস্ত্ৰ হৈ ভাৰতৰ স্বাধীনতা লাভ কৰাত সহায়ক হব বুলি গান্ধীজীয়ে পৰম বিশ্বাস কৰিছিল। দেশ এনে পৰিস্থিতিৰ মাজত উপনীত হোৱাত স্বাভাৱিকতেই গান্ধীজীয়ে মুক্তি-যুদ্ধৰ দ্বিতীয় পৰ্যায়ৰ বিষয়ে গভীৰ চিন্তা কৰিছিল, কাৰণ বৃটিছ চৰকাৰে ভাৰতক স্বায়ত্ত শাসনৰ মৰ্যাদা দিবলৈ কৰা প্ৰতিশ্ৰুতিবোৰত গান্ধীজীৰ আস্থা নোহোৱা হবলৈ ধৰে। ১৯২৮ চনত বৃটিছ চৰকাৰৰ দ্বাৰা গঠিত ছাইমন কমিচন কংগ্ৰেছ প্ৰমুখ্যে ৰাজনৈতিক দলসমূহে বৰ্জন কৰে আৰু তাৰ পৰিপ্ৰেক্ষিতত কংগ্ৰেছ নেতৃত্বই, মহাত্মা গান্ধীৰ নেতৃত্বত, নতুন পন্থা লবলৈ ধৰে। ১৯২৮ চনৰ ডিচেম্বৰত কলিকতাত কংগ্ৰেছ মহাসভাই এবছৰৰ ভিতৰত টিছ চৰকাৰে ভাৰতবৰ্ষক ঔপনিৱেশিক ; ৰাষ্ট্ৰৰ মৰ্য্যদা দিয়াৰ বাবে দাবী উত্থাপন কৰে ; কিন্তু এই দাবী বৃটিছ চৰকাৰে উপেক্ষা কৰে যাৰ পৰিণতি হিচাপে ঠিক এবছৰৰ মূৰত কংগ্ৰেছে কংগ্ৰেছৰ লাহোৰ অধিবেশনত পূৰ্ণ স্বাধীনতাৰ

আদৰ্শ ঘোষণা কৰে আৰু ১৯৩০ চনৰ ২৬ জানুৱাৰীত গান্ধীজীৰ আশীৰ্বাদ আৰু কংগ্ৰেছ মহাসভাৰ সিদ্ধান্ত অনুসৰি সমগ্ৰ ভাৰতত 'স্বাধীনতা দিৱস' উদ্‌যাপন কৰা হয়। তাৰ কেই সপ্তাহমান পাছত ২ মাৰ্চৰ দিনা গান্ধীজীয়ে বৰলাট লৰ্ড আৰউইনক সবৰমতী সত্যাগ্ৰহ আশ্ৰমৰপৰা এখন দীঘলীয়া চিঠিৰে তেওঁৰ প্ৰস্তাবিত আন্দোলনৰ বিষয়ে সবিশেষ জনায়। প্ৰকৃততে এই চিঠিখন বৃটিছ চৰকাৰৰ প্ৰতি এখন চৰমপত্ৰ আছিল। তাৰ কিয়দ অংশ তলত উধৃত কৰা হল ঃ

সত্যাগ্ৰহ আশ্ৰম, সবৰমতী,

মাৰ্চ ২, ১৯৩০

প্ৰিয় বন্ধু,

আইন অমান্য আন্দোলন আৰম্ভ কৰাৰ আগতে আৰু মই কেবা বছৰ ধৰি যি আশংকা লবলৈ ভয় কৰিছিলো সেই বিপদ লোৱাৰ পূৰ্বে আপোনালৈ এই আবেদন কৰিলো আৰু এটা নিষ্পত্তি উলিয়াবলৈ প্ৰয়াস কৰিলো।

মোৰ ব্যক্তিগত বিশ্বাস সম্পূৰ্ণ স্পষ্ট। মই ইচ্ছাকৃতভাৱে কাকো আঘাত কৰিব নোৱাৰো, কোনো ব্যক্তিকে নোৱাৰো যদিও এনে ব্যক্তি মোৰ প্ৰতি চৰম অন্যায় কৰিব পাৰে। বৃটিছ শাসন এটা অভিশাপ বুলি মই ভাবো ; তথাপি মই কোনো ইংৰাজ বা ভাৰতত থকা তেওঁৰ ন্যায় সংগত স্বাৰ্থৰ ব্যাঘাত কৰিবলৈ নিবিচাৰো।

মোক ভুল নুবুজিব। ভাৰতত বৃটিছ শাসন অভিশাপ বুলি ভাবো যদিও সৰ্বসাধাৰণ ইংৰাজক পৃথিবীৰ আন মানুহতকৈ বেয়া বুলি বিবেচনা নকৰো। মই বহুত ইংৰাজ লোকক মোৰ পৰম বন্ধু বুলি দাবী কৰো। বৃটিছ শাসন বেয়া বুলি মই জানিছো সবল আৰু সাহসী ইংৰাজৰ লিখনিৰপৰা, কিয়নো বৃটিছ শাসনৰ বিষয়ে তেওঁলোকে অপ্ৰিয় সত্য কবলৈ ইতস্ততঃ কৰা নাছিল।

মই বাৰু বৃটিছ শাসনক অভিশাপ বুলি কিয় কওঁ ?

বৃটিছ শাসনে শোষণ পদ্ধতিৰে, অত্যন্ত হানিকৰ আৰু ব্যয়বাহুল্য সামৰিক আৰু অসামৰিক শাসন ব্যৱস্থাৰে লাখ লাখ নিমাত জনতাক দুখীয়া অৱস্থাত পেলাইছে অথচ দেশে এনে ব্যৱস্থাৰ বোজা বহন কৰিবলৈ সক্ষম নহয়।

ইয়াৰ দ্বাৰা আমাক দাসত্বৰ অৱস্থালৈ অনা হৈছে। ইয়ে আমাৰ সংস্কৃতিৰ বুনিয়াদ বিনষ্ট কৰিছে আৰু নিৰস্ত্ৰীকৰণৰ দৰে নিষ্ঠুৰ নীতিৰ যোগেদি আমাক আধ্যাত্মিক দিশত অধঃপতিত কৰিছে। আমাৰ শক্তি নোহোৱাৰ ফলত আমি কাপুৰুষৰ দৰে নিঃসহায় অৱস্থাত পৰিছো।

মোৰ দেশবাসীৰ বহু লোকৰ সৈতে প্ৰস্তাৱিত ঘূৰণীয়া মেজমেলখনে আমাৰ

সমস্যাৰ সমাধান সূত্ৰ এটা উলিয়াব বুলি পৰম আশা কৰিছিলো। কিন্তু আপুনি যে বৃটিছ মন্ত্ৰীসভাই পূৰ্ণ ঔপনিবেশিক মৰ্যাদাৰ কোনো অ'চানিত সমৰ্থন দিবলৈ প্ৰতিশ্ৰুতি দিব নোৱাৰে বুলি আপুনি স্পষ্টভাৱে কোৱাত ঘূৰণীয়া মেজমেলে সম্ভৱতঃ কোনো সমাধান দিব নোৱাৰিব যি সমাধানৰ বাবে ভাৰত আৰু ভাৰতবাসীয়ে পৰম হেঁপাহেৰে আশা কৰি আছে। পাৰ্লিয়ামেণ্টে কি ৰায় দিব তাক কোনেও আগতীয়াকৈ কব নোৱাৰে, কিন্তু পাৰ্লিয়ামেণ্টৰ ৰায় অনুমান কৰি বৃটিছ মন্ত্ৰীসভাই নীতিবিশেষৰ প্ৰতি প্ৰতিশ্ৰুতি দিয়া বহুত উদাহৰণ আছে।

মই আৰু পণ্ডিত মতিলাল নেহৰুয়ে বৰলাটৰ লগত কৰা দিল্লীৰ সাক্ষাৎ নিষ্ফল হোৱাৰ পাছত ১৯২৮ চনৰ কলিকতা অধিবেশনত কংগ্ৰেছে গ্ৰহণ কৰা প্ৰস্তাব কাৰ্যকৰী কৰিবলৈ আৱশ্যকীয় ব্যৱস্থা লোৱাৰ বাহিৰে মতিলাল নেহৰু আৰু মোৰ আগত আন কোনো বিকল্প পন্থা নাই।

লাহোৰ অধিবেশনত (১৯২৯) কংগ্ৰেছৰ গৃহীত প্ৰস্তাৱে কোনো অনিষ্ট সাধন কৰিব নোৱাৰিলেহেঁতেন যদিহে আপোনাৰ ঘোষণাত উল্লেখ কৰা ঔপনিবেশিক মৰ্যাদাৰ কথা তাৰ প্ৰকৃত অৰ্থত মানি লোৱা হ'লহেঁতেন। দায়িত্বশীল বৃটিছ ৰাজনীতিজ্ঞসকলে ঔপনিবেশিক স্বায়ত্ত শাসনক কাৰ্যতঃ স্বাধীনতা বুলি গণ্য কৰা নাই নে? ভাৰতবৰ্ষক অচিৰে এনে মৰ্যাদা দিয়াৰ বাবে বৃটিছ চৰকাৰৰ কোনো ইচ্ছা নাই বুলি মোৰ সন্দেহ হৈছে।

কিন্তু সেইয়া অতীত ইতিহাস। আপোনাৰ ঘোষণাৰ পাছতো বহুত ঘটনা হৈছে যিবোৰে নিৰ্ভুলভাৱে বৃটিছ নীতিৰ ৰেহ-ৰূপ দেখুৱাইছে।

গান্ধীজীয়ে চিঠিখনত বৃটিছ চৰকাৰে বিভিন্ন প্ৰকাৰে ভাৰতবাসীক কিদৰে শোষণ কৰিছে তাৰ বিৱৰণ দি লিখিছিল ঃ

'জাতি হিচাপে ভাৰতবৰ্ষ যদি বৰ্তি থাকিব লাগে আৰু ভাৰতবাসীয়ে তিলতিলকৈ দুৰ্ভিক্ষত যিভাৱে মৃত্যুবৰণ কৰিছে তাক বন্ধ কৰিবলৈ হলে তৎকালীন উদ্ধাৰৰ বাবে কিবা এটা প্ৰতিবিধান উদ্ভাৱন কৰিব লাগিব। প্ৰস্তাবিত ঘূৰণীয়া মেজমেল কোনো প্ৰতিবিধান হব নোৱাৰে। এইটো তৰ্কৰ দ্বাৰা বুজাব নোৱাৰি। বিশ্বাস কৰক বা নকৰক, গ্ৰেট বৃটেইনে তেওঁলোকৰ ব্যৱসায় আৰু আন স্বাৰ্থ ভাৰতবৰ্ষত তেওঁলোকৰ হাতত থকা সকলো উপায়ৰ দ্বাৰা ৰক্ষা কৰিব। তাৰ ফলত ভাৰতবৰ্ষই মৃত্যুৰ হাতৰ-পৰা ৰক্ষা পাবলৈ আৱশ্যকীয় উপায় উদ্ভাৱন কৰিব লাগিব।

সংগঠনৰ ক্ষেত্ৰত দুৰ্বল যদিও, অন্ততঃ বৰ্তমান সময়ত, হিংসাত বিশ্বাসী দলে ক্ৰমাৱয়ে শক্তি লাভ কৰিছে আৰু তাক সকলোৱে অনুভৱ কৰিছে। এওঁলোকৰ

উদ্দেশ্য মোৰ উদ্দেশ্যৰ সৈতে এক। কিন্তু অগণন জনতাক হিংসাত্মক কাৰ্যই আশা কৰা মতে কোনো সকাহ দিব নোৱাৰে। মোৰ মনত এইটো বিশ্বাস দৃঢ় হৈ থাকিছে যে সম্পূর্ণভাৱে অকৃত্রিম অহিংস উপায়ৰ বাহিৰে আন কোনো উপায়ে বৃটিছ চৰকাৰৰ সংগঠিত হিংসা প্রতিৰোধ কৰিব নোৱাৰিব। অহিংস উপায়ক ক্রিয়াশীল শক্তি বুলি বহুতে নাভাবে। মোৰ সীমিত অভিজ্ঞতাই দেখুৱাই দিছে যে অহিংস উপায় এটা অতি ক্রিয়াশীল শক্তি। মনে মনে বহি থাকিলে ওপৰত উল্লেখিত শক্তি দুটাক অর্থাৎ হিংসাত বিশ্বাসী দলটোক আৰু বৃটিছৰ সংগঠিত হিংসাক ৰাজত্ব দিয়া হব। মোৰ জ্ঞান-বিশ্বাস মতে অহিংস নীতিৰ ফলপ্রসূতা প্রশ্নাতীত আৰু দৃঢ়; গতিকে মোৰ পক্ষে অপেক্ষা কৰাটো অধর্ম হব।

এই অহিংস নীতি আইন-অমান্য আন্দোলনৰ যোগেদি প্রকাশ কৰা হব আৰু সদ্যহতে ই সত্যাগ্রহ আশ্রমবাসীত আৱদ্ধ থাকিব; কিন্তু অৱশেহত আন সকলোকে স্বামৰি লব যিসকলে অহিংস নীতিৰ সীমাবদ্ধতা মানি লয়।

'অহিংস নীতিৰ আন্দোলন আৰম্ভ কৰাত এটা পৰম বিপদৰ সন্মুখীন হব লাগিব বুলি মই জানো। কিন্তু বিনা বিপদে সত্যৰ কেতিয়াও জয় হোৱা নাই আৰু এই বিপদ বহু ক্ষেত্রত অতি গুৰুতৰ। এটা জাতিৰ পৰিবর্তন আনিবলৈ হলে যি কোনো বিপদৰ সৈতে সন্মুখীন হব লাগিব, কাৰণ তেনে এটা জাতিয়ে জ্ঞাত বা অজ্ঞাতভাৱে আন বহু জাতিক হৰণ কৰিছে।

ইচ্ছাকৃতভাৱেই মই 'পৰিবর্তন' শব্দটো প্রয়োগ কৰিছো। মোৰ উদ্দেশ্য হৈছে বৃটিছ সর্বসাধাৰণকো অহিংস উপায়ৰ মাজেদি পৰিবর্তন কৰিব খুজিছো আৰু তেওঁলোকে ভাৰতৰ প্রতি কি অন্যায় কৰিছে তাৰো তেওঁলোকে তেতিয়া বুজ পাব। আপোনা-লোকৰ প্রতি কোনো অন্যায় কৰাৰ মোৰ প্রয়াস নাই। মোৰ নিজ দেশবাসীক যিদৰে সেৱা কৰিবলৈ ইচ্ছা, সেইদৰে আপোনাৰ দেশবাসীকো তেনেদৰে সেৱা কৰিব খোজো। তেওঁলোকৰ সেৱা কৰি আহিছো বুলি মই ভাবো। ১৯১৯ চনলৈ মই তেওঁলোকক অন্ধভাৱে সেৱা কৰিছিলো। কিন্তু মোৰ যেতিয়া চকু মেল খালে আৰু অসহযোগ আন্দোলনৰ কথা ভাবিলো, তেতিয়াও তেওঁলোকৰ সেৱা কৰা মোৰ উদ্দেশ্য আছিল। মোৰ অত্যন্ত আদৰৰ পৰিয়ালবৰ্গৰ ক্ষেত্রত যি অস্ত্র কৃতকার্যভাবে ব্যৱহাৰ কৰিছিলো, তেওঁলোকৰ ক্ষেত্রতো সেই অস্ত্রকেই ব্যৱহাৰ কৰিছিলো। আপোনালোক আৰু আপোনালোকৰ প্রতি মোৰ সিমান প্রেম আছে নে নাই, তাৰ প্রমাণ বেছি দিন গোপন হৈ নাথাকিব। মোৰ পৰিয়ালবৰ্গই কেবা বছৰৰ মূৰত স্বীকাৰ কৰাৰ দৰে আপোনা-লোকেও তাক স্বীকাৰ কৰিব। দেশবাসীয়ে মোৰ লগ লাগিলে—তেওঁলোকে মোৰ

লগ লাগিব বুলি আশা কৰো—তেওঁলোকৰ নিৰ্যাতনে পাথৰসদৃশ অন্তৰকো গলাব পাৰিব ; বৃটিছ জাতিয়ে তেওঁলোকৰ কাৰ্যৰপৰা বিৰত হলে সেই নিৰ্যাতন দীঘলীয়া নহব ।

আইন-অমান্য আন্দোলনৰ আঁচনি মতে কেতবোৰ অন্যায়ৰ বিৰুদ্ধে যুঁজ কৰা হব আৰু এনে অন্যায়ৰ নমুনা তালিকা এখন মই প্ৰস্তুত কৰিছো । এই অন্যায়বোৰৰ কাৰণেহে, আমি বৃটিছ সম্পৰ্ক ছিন্ন কৰিবলৈ ওলাইছো । এনে অন্যায়বোৰ আঁতৰ কৰিলে পথ উজু হৈ পৰিব । তেতিয়া বন্ধুত্বৰ যোগেদি আলোচনাৰ পথ মুকলি হব । ভাৰতৰ লগত বৃটিছৰ বাণিজ্যিক সম্পৰ্কৰ থক পবিত্ৰ কৰিব পাৰিলে, আমাৰ স্বাধীনতা স্বীকাৰ কৰাত আপোনাৰ কোনো অসুবিধা নাথাকিব । সেই কাৰণে সেই অন্যায়বোৰ দূৰ কৰিবলৈ আপোনাক সনিৰ্বন্ধভাৱে অনুৰোধ কৰো আৰু তাৰ দ্বাৰা সমনীয়াৰ মাজত প্ৰকৃত সম্মিলন পতাৰ বাবে পথ মুকলি কৰিবলৈ আহ্বান কৰো, যাতে সমনীয়া হিচাপে আমি দুয়ো পক্ষই মানৱজাতিৰ উমৈহতীয়া মঙ্গল সাধন কৰিব পাৰো আৰু দুয়ো পক্ষই পাৰস্পৰিক সাহায্য আৰু ব্যৱসায়ৰ কাৰণে কাম কৰিবলৈ সমৰ্থ হওঁ । সাম্প্ৰদায়িক সমস্যাৰ ওপৰত আপুনি অনাহকতে গুৰুত্ব আৰোপ কৰিছে, অৱশ্যে এই সমস্যাই আমাৰ দেশক দুৰ্ভাগ্যৱশতঃ স্পৰ্শ কৰিছে । চৰকাৰ স্থাপনৰ বাবে যি কোনো আঁচনিৰ কথা ভাবোতে সাম্প্ৰদায়িক সমস্যাৰ গুৰুত্ব আছে যদিও, আপেক্ষিকভাৱে ডাঙৰ সমস্যাৰ ক্ষেত্ৰত সেইবোৰৰ কোনো অৰ্থ নাই, কিয়নো ডাঙৰ সমস্যাবোৰে সকলো সম্প্ৰদায়ক সমানে স্পৰ্শ কৰে । আপুনি যদি ওপৰত উল্লেখিত অন্যায়বোৰৰ বিৰুদ্ধে কোনো ব্যৱস্থা লব নোৱাৰে আৰু মোৰ আবেদনে আপোনাৰ অন্তৰ জয় নকৰে, তেনে এই মাহৰ ১২ তাৰিখে (মাৰ্চ ১২, ১৯৩০) মোৰ আশ্ৰয়বাসীক লগত লৈ লোণ আইন ভংগ কৰিবলৈ যাত্ৰা কৰিম । দৰিদ্ৰ জনতাৰ পক্ষৰপৰা বিচাৰ কৰি লোণ আইন অত্যন্ত অন্যায় বুলি মই বিবেচনা কৰো । যিহেতু স্বাধীনতাৰ যুদ্ধ অত্যন্ত গৰীব শ্ৰেণীৰ কাৰণে, সেই হেতুকে লোণ আইনৰ দৰে অন্যায়ৰ বিৰুদ্ধে আন্দোলনৰ পাতনি মেলা হব । ইমান দিনে যে এই একচেটীয়া নিষ্ঠুৰ ব্যৱসায় মানি আহিছো ই বৰ আচৰিত কথা । আপুনি মোক গ্ৰেপ্তাৰ কৰি মোৰ উদ্দেশ্য ব্যাহত কৰিব পাৰে বুলি মই জানো, কিন্তু মই আশা কৰো যে মোৰ পাছত হাজাৰ-বিজাৰ লোকে প্ৰণালীবদ্ধভাৱে ওলাই আহি মোৰ কাম হাতত লবহি আৰু লোণ আইন অমান্য কৰি আইন মতে দণ্ড ভুগিব, যদিও এনে এখন আইনে বিধান-ব্যৱস্থা কলুষিত কৰিব নালাগিছিল ।

আপোনাক অনাহকতে কোনো লেঠাত পেলাবলৈ মোৰ ইচ্ছা নাই ; পৰাপক্ষত

মই তেনে কৰিবলৈ নিৰিচাৰো। আপুনি যদি ভাবে যে মোৰ এই চিঠিৰ কিবা মূল্য আছে আৰু মোৰ লগত আলোচনা কৰিবলৈ সাজু হয় আৰু সেই কাৰণে মোৰ এই চিঠিখন প্ৰকাশ কৰা স্থগিত ৰাখিব লাগে, তেন্তে আপুনি এই চিঠি পাই তেনে পৰামৰ্শ দি তাঁৰবাৰ্তা দিলে মই আনন্দৰে প্ৰকাশ কাৰ্যৰপৰা বিৰত থাকিম। আপুনি মোৰ চিঠিৰ মূলকথাখিনি মানি লব নোৱাৰিলে আপুনি যেন মোক মোৰ প্ৰস্তাবিত পথৰপৰা বিৰত কৰিবলৈ চেষ্টা নকৰে।

এই চিঠিখন একোপধোই ভাবুকি স্বৰূপ নহয়, কিন্তু এজন ভদ্ৰ প্ৰতিৰোধকাৰীৰ পক্ষে যি সৰল আৰু পবিত্ৰ কৰ্তব্য তাৰ প্ৰকাশ মাত্ৰ। গতিকে মই এনে এজন যুৱক ইংৰাজ বন্ধুৰ যোগেদি এই চিঠিখন আপোনালৈ পঠালো যিজনে ভাৰতীয় উদ্দেশ্য আৰু অহিংস নীতিত সম্পূৰ্ণভাৱে বিশ্বাস কৰে আৰু যিজনক ঈশ্বৰে সেই উদ্দেশ্যে মোৰ ওচৰলৈ পঠিয়াইছে যেন মোৰ মনত খেলিছে।

হিজ এক্চেলেন্সী লৰ্ড আৰউইন — আপোনাৰ পৰম বিশ্বস্ত বন্ধু,

ভাইচৰয় হাউচ, নতুন দিল্লী—৩ — এম-কে গান্ধী

এই সন্দৰ্ভত উল্লেখ কৰা প্ৰয়োজন যে মহাত্মা গান্ধীৰ ১৯৩০ চনৰ ২ মাৰ্চৰ ঐতিহাসিক চিঠিখন মিঃ ৰেজিনেল্ড ৰেনলড্চৰ যোগেদি পঠোৱা হৈছিল। চিঠিৰ প্ৰাপ্তি স্বীকাৰ কৰি লৰ্ড আৰউইন চাহাবে মাত্ৰ দুখ প্ৰকাশ কৰিছিল যে গান্ধীজীয়ে এনে এটা কাৰ্যপন্থা হাতত লৈছিল যাৰ ফলত আইন ভংগ হব আৰু ৰাজহুৱা শান্তি বিপন্ন হৈ পৰিব। ভাৰতীয় সমস্যাটো বিবেচনা কৰিবলৈ গান্ধীজীয়ে ভাইচৰয়ক যি অনুৰোধ কৰিছিল তাৰ প্ৰতি লৰ্ড আৰউইনে কোনো সঁহাৰি নিদিলে। তাৰ ফলত ১৯৩০ চনৰ ১২ মাৰ্চত ৰাতিপুৱা ছয় বজাত গান্ধীজীয়ে ৭৯ জন সত্যাগ্ৰহী লগত লৈ লোণ-আইন ভংগ কৰাৰ উদ্দেশ্যে ডাণ্ডীলৈ যাত্ৰা কৰিছিল। সেই সময়ত সবৰমতী আশ্ৰমত প্ৰায় ৭৫ হাজাৰ লোক সমবেত হৈছিল। সমবেত জনতাক কৈছিল ঃ 'মোৰ একমাত্ৰ চৰ্ত—সম্পূৰ্ণ অহিংসা। আহা, মোৰ সৈতে স্বাধীনতাৰ মহাযুদ্ধলৈ।' তেওঁ আৰু কৈছিল ঃ 'হয় লোণ আইন উঠি যাব, নহয় মোৰ এই দেহ সাগৰত ভাহিব।'

১৯৩০ চনৰ ১২ মাৰ্চত গান্ধীজীৰ ডাণ্ডী-যাত্ৰাই ভাৰতৰ মুক্তি-সংগ্ৰামৰ দ্বিতীয় পৰ্যায়ৰ পাতনি মেলিছিল। ডাণ্ডীৰপৰা সমুদ্ৰৰ পাৰলৈ পদযাত্ৰা কৰি যাওঁতে প্ৰায় এমাহকাল লাগিছিল। ছয় এপ্ৰিলৰ দিনা ডাণ্ডীত তেওঁ আনুষ্ঠানিকভাৱে এটুকুৰা লোণ লৈ লোণ-আইন অমান্য কৰিছিল আৰু তাৰ দ্বাৰা আইন অমান্য আন্দোলন উদ্বোধন কৰিছিল। ধৰ্চনা নামে ঠাইত থকা চৰকাৰৰ লোণৰ গুদাম অহিংসভাৱে

আক্ৰমণ কৰাৰ প্ৰস্তাৱ তেওঁ ঘোষণা কৰিছিল ; কিন্তু পাঁচ মে' তাৰিখে চৰকাৰে তেওঁক গ্ৰেপ্তাৰ কৰি, অনিৰ্দিষ্টকালৰ কাৰণে আটক কৰাৰ ফলত তেওঁৰ দ্বাৰা লোণ গুদাম আক্ৰমণ কৰা নহ'ল ; আক্ৰমণ নহ'ল যদিও, দেশব্যাপী আইন অমান্য আন্দোলনে গুৰুতৰ আকাৰ ধাৰণ কৰিলে আৰু লাখ লাখ মুক্তি-যুঁজাৰু ভাৰতত বিভিন্ন কাৰাগাৰত ভাঁতি হ'ল। ভাৰতৰ ইমূৰৰপৰা সিমূৰলৈ আইন অমান্য আন্দোলনৰ তীব্ৰতা বাঢ়িল ; প্ৰায় এক লাখ লোকতকৈ অধিক লোক দণ্ডিত হল ; চৰকাৰৰ দমননীতি উগ্ৰ হৈ পৰিল। কিন্তু আন্দোলন ভাৰত চৰকাৰে দমন কৰিব নোৱাৰিলে ; বৰঞ্চ, বৃটিছ চৰকাৰে গম পালে যে গান্ধীজীক আটক অৱস্থাত ৰখাত তেওঁৰ নেতৃত্ব বেছি মহান হৈ উঠিল। অৱশেহত ১৯৩১ চনৰ ২৫ জানুৱাৰীত গান্ধীজী আৰু আন কংগ্ৰেছী নেতা-সকলক বিনাচৰ্তে মুক্তি দিবলৈ চৰকাৰ বাধ্য হ'ল। তাৰ পাছত ভাইচৰয় লৰ্ড আৰউইনে ১৯৩১ চনৰ ৫ মাৰ্চত গান্ধীজীৰ লগত চুক্তি সম্পাদন কৰে আৰু ভাৰতৰ স্বাধীনতাৰ প্ৰশ্নটো পুনৰ বিবেচনা কৰিবলৈ বাধ্য হয়। গান্ধী-আৰউইন চুক্তিৰ অন্যতম চৰ্ত আছিল সকলো ৰাজনৈতিক বন্দীৰ বিনাচৰ্তে মুক্তি ; এনে ৰাজনৈতিক বন্দীৰ ভিতৰত বিপ্লৱী বীৰ ভগৎ সিং অন্যতম আছিল। লাহোৰ ষড়যন্ত্ৰ মোকৰ্দমাত জড়িত হোৱা দোষত তেওঁৰ ফাঁচীৰ হুকুম হৈছিল। গান্ধী-আৰউইন চুক্তি সম্পাদনৰ মাত্ৰ ১৯ দিন পাছত ভগৎ সিঙক ফাঁচী দিয়া হয়। এনে পৰিস্থিতিত গান্ধী-আৰউইন চুক্তিৰ ওপৰত বিৰূপ প্ৰতিক্ৰিয়া হবলৈ ধৰে আৰু গান্ধীজীৰ বিৰুদ্ধে কংগ্ৰেছৰ বুজন সংখ্যক নেতাৰ উপৰি যুৱক সম্প্ৰদায় ক্ষুব্ধ হৈ উঠে। অৱশেহত উত্তেজনাজনক পৰিস্থিতি শাম কাটে আৰু গান্ধী-আৰউইন চুক্তিৰ আধাৰত লণ্ডনত দ্বিতীয় মেজমেল পতাৰ আয়োজন হয়।

কংগ্ৰেছৰ একমাত্ৰ প্ৰতিনিধি হিচাপে দ্বিতীয় ঘূৰণীয়া মেজমেলত যোগ দিয়াৰ উদ্দেশ্যে গান্ধীজী ১৯৩১ চনৰ দহ জুনৰ দিনা লণ্ডন অভিমুখে যাত্ৰা কৰে আৰু ১২ চেপ্তেম্বৰত তাত উপস্থিত হয় গৈ। লণ্ডনত থকাৰ বাবে বৃটিছ চৰকাৰে সুবন্দোবস্ত কৰিছিল ; কিন্তু গান্ধীজীয়ে চৰকাৰৰ আতিথ্য গ্ৰহণ নকৰি সমাজ সেৱিকা কুমাৰী মূৰিয়েল লেষ্টাৰৰ ঘৰত আলহী হিচাপে থাকে। লেষ্টৰৰ ঘৰটো লণ্ডন মহানগৰীৰ হৰিজন আৰু শ্ৰমিকৰ বস্তিৰ এলেকাত আছিল। মহাত্মাৰ দৰ্শনৰ বাবে লেষ্টাৰৰ ঘৰলৈ বহুত লোক আহিছিল ; তেওঁলোকৰ ভিতৰত বিখ্যাত বৃটিছ কথাছবিৰ শিল্পী চাৰ্লি চেপ্‌লিন্ অন্যতম আছিল।

বহু প্ৰত্যাশিত দ্বিতীয় ঘূৰণীয়া মেজমেলৰপৰা কোনো সুফল নহল ; পূৰ্বৰ দৰে ভাৰতৰ স্বাধীনতাৰ প্ৰশ্ন অমীমাংসিত হৈ আছিল। সি যি কি নহওক দ্বিতীয় ঘূৰণীয়া

মেজ মেলৰ সংক্রান্তত সাধাৰণ অথচ তাৎপর্যপূর্ণ ঘটনা এটা উল্লেখযোগ্য। ১৯৩১ চনৰ ৫ নবেম্বৰ তাৰিখে বৃটিছ মন্ত্রীসভাৰ ভাৰত-সচিব ছাৰ চেমুৱেল হোৰে মেজমেজলৈ অভ্যাগত সদস্যসকলৰ অভ্যর্থনাৰ বাবে ৰজাৰ বাস-ভৱন বাকিংহাম পেলেচত এখন চাহ-মেলৰ আয়োজন কৰিছিল। স্বাভাৱিকতেই এই চাহ-মেললৈ মহাত্মা গান্ধীকো নিমন্ত্রণ কৰা হৈছিল। কিন্তু ভাৰত সচিব ছাৰ চেমুৱেল হোৰ এই সংক্রান্তত এটা জটিল পৰিস্থিতিত পৰে। সেই সময়ত বৃটিছ ৰজা পঞ্চম জর্জ ; এওঁ আনুষ্ঠানিক পোষাক-পৰিচ্ছদত অত্যন্ত গুৰুত্ব দিছিল। বৃটিছ দপ্তৰ মতে চাহ-মেল, ভোজ-মেললৈ অতিথিসকলে নির্দিষ্ট কোট-পেট্‌লুং মাৰি যাব লাগিছিল। মহাত্মা গান্ধীয়ে যে পাঁচ নবেম্বৰত অনুষ্ঠিত হ'বলগীয়া চাহ-মেললৈ তেনে পোষাক পৰিধান কৰি নাযাব তাক ছাৰ চেমুৱেল চাহাবে জানিছিল আৰু গান্ধীজীয়ে 'নঙঠা ফকিৰ'ৰ বেশত চাহ-মেলত উপস্থিত হ'লে পঞ্চম জর্জৰ কি প্রতিক্রিয়া হব পাৰে অৰ বুজলোৱাৰ উদ্দেশ্যে ছাৰ চেমুৱেল চাহাবে ৰজাক সাক্ষাৎ কৰে গৈ। গান্ধীজীয়ে বাকিংহাম ৰাজপ্রাসাদলৈ যে ফকিৰৰ পোষাক পৰিধান কৰিহে যাব, কোট-পেটলুং পিন্ধি নহয়, এই কথা জানি ৰজাই "আশ্চর্য প্রকাশ কৰে আৰু খঙেৰে কয় ঃ কি ! এই বিদ্রোহী ফকিৰে মোৰ ৰাজপ্রাসাদলৈ উপযুক্ত পোষাক পৰিধান নকৰাকৈ আহিব ? বিশেষকৈ এই নঙঠা ফকিৰজনে মোৰ বিশ্বাসী কর্মচাৰীসকলক আক্রমণ কৰাৰ পাছত ? এই ক্ষুদ্র মানুহজন উপযুক্ত পোষাক নিপিন্ধাকৈ আৰু উলংগ অ'ঠুৰে ৰাজপ্রাসাদলৈ আহিব ?' শেহত ছাৰ চেমুৱেলৰ বুজনিত ৰজা পঞ্চম জর্জে আপত্তি প্রত্যাহাৰ কৰিছিল আৰু গান্ধীজীক নিজা পোষাকত চাহ-মেলত লগ পাইছিল। কিন্তু ৰজা জর্জে বিদায় দিয়াৰ সময়ত দাম্ভিক সুৰত গান্ধীজীক কৈছিল ঃ মিঃ গান্ধী মনত ৰাখিব যে মই মোৰ সাম্রাজ্যৰ ওপৰত কোনো আক্রমণ সহ্য নকৰিম।' গান্ধীজীয়ে অতি নম্র কিন্তু গম্ভীৰ সুৰত ৰজাক কৈছিল ঃ 'মহামান্য সম্রাটৰ ৰাজপ্রাসাদত মই কোনো ৰাজনৈতিক বাক-বিতণ্ডাত সোমাবলৈ নিবিচাৰো, কিয়নো মই মহামান্য সম্রাটৰ আতিথ্য এই মাত্র গ্রহণ কৰিছো।'

দ্বিতীয় ঘূৰণীয়া মেজ-মেলৰপৰা গান্ধীজী ভাৰতলৈ প্রত্যাবর্তন কৰাৰ পাছত আপোচ-আলোচনাৰ মাজেৰে ভাৰতৰ স্বাধীনতাৰ সমস্যাটো নিষ্পত্তি কৰিবলৈ তেওঁ প্রয়াস কৰিছিল আৰু তাৰ কাৰণে ভাইচৰয়ৰ সৈতে সাক্ষাৎ বিচাৰিছিল ; কিন্তু ভাইচৰয়ে সাক্ষাৎ দিবলৈ মান্তি নহ'ল। সাক্ষাৎ দিয়াৰ পৰিবর্তে গান্ধীজীক পুনৰ গ্রেপ্তাৰ কৰি যাৰবেদা জেলত বন্দী কৰি ৰাখিবলৈ ভাইচৰয়ে হুকুম দিছিল। ১৯৩২ চনটো ভাৰতৰ মুক্তি সংগ্রামৰ ইতিহাসত আন এটা উল্লেখযোগ্য বছৰ কিয়নো গান্ধীজীয়ে বৃটিছ চৰকাৰৰ সৈতে আলাপ-আলোচনাৰে ভাৰতীয় সমস্যাটোৰ সমাধান সূত্র বিচাৰি উলিয়াবলৈ

একাগ্রতা দেখুওৱা সত্ত্বেও বৃটিছ চৰকাৰ নিৰ্বিকাৰ হৈ আছিল আৰু দেশত নিৰ্যাতনৰ মাত্ৰা বৃদ্ধি কৰিছিল। ১৯৩২-৩৩ চনৰ কালছোৱাত গান্ধীজীক একাধিক বাৰ গ্ৰেপ্তাৰ কৰা হয় আৰু বিনা বিচাৰে আটক কৰি ৰখা হয়। সেই সময়ত তেওঁ হৰিজনসকলৰ স্বাৰ্থত আমৰণ অনশন কৰিছিল। শেহান্তৰত ১৯৩৩ চনৰ আগষ্ট মাহত তেওঁক বিনা চৰ্তে মুক্তি দিয়া হয়। মুক্তিৰ পাছত তেওঁ হৰিজনসকলৰ সেৱাত আৱদ্ধ থাকে। যিহেতু তেওঁ কংগ্ৰেছ নেতৃবৃন্দক আৱশ্যকীয় উপদেশ দিব নোৱাৰিছিল, সেই হেতুকে ১৯৩৪ চনত মহাত্মাই কংগ্ৰেছৰ সাধাৰণ সভ্য পদৰ পৰা ইস্তফা দিছিল। কিন্তু আনুষ্ঠানিকভাৱে তেওঁ কংগ্ৰেছৰ সদস্যভুক্ত হোৱা নাছিল যদিও, গান্ধীজী কংগ্ৰেছৰ প্ৰধান সেনাপতি আছিল।

১৯৩৯ চনৰ ৩ চেপ্তেম্বৰৰ দিনা হঠাতে দ্বিতীয় মহাযুদ্ধ আৰম্ভ হয়। ভাৰতৰ ভাইচৰয়ে গান্ধীজীক মাতি নি যুদ্ধ প্ৰচেষ্টাত ভাৰতবাসীৰ সমৰ্থন বিচাৰে। গান্ধীজীয়ে ইংলণ্ডৰ প্ৰতি নিজৰ সহানুভূতি প্ৰকাশ কৰিছিল, কিন্তু ভাৰতৰ ৰাজনৈতিক সমস্যাটো সমাধান কৰাৰ সন্দৰ্ভত বৃটিছ চৰকাৰে খাটাং প্ৰস্তাৱ আগ নবঢ়ালে ভাৰতবাসীয়ে যুদ্ধ প্ৰচেষ্টাত সহায় কৰিব নোৱাৰে বুলি বৰলাট চাহাবক জনাই দিছিল। ১৭ চেপ্তেম্বৰত বৰলাটে মাত্ৰ কৈছিল যে যুদ্ধ শেহ হোৱাৰ পাছত বৃটিছ চৰকাৰ ভাৰতৰ স্বাধীনতা প্ৰশ্নৰ বিষয়ে ভাৰতীয় নেতৃবৃন্দৰ লগত আলোচনা কৰিবলৈ সন্মত আছে। গান্ধীজীয়ে বৰলাট চাহাবৰ এই ঘোষণাক 'পোষ্ট-ডেটেড্' চেক্ বুলি অভিহিত কৰিছিল। তাৰ পাছত ১৯৪২ চনৰ আগষ্ট মাহৰ আঠ তাৰিখে কংগ্ৰেছ ঊৰ্দ্ধতন কৰ্তৃপক্ষ বোম্বাইত মিলিত হৈ 'ভাৰত ত্যাগ' প্ৰস্তাৱ গ্ৰহণ কৰে। এই প্ৰস্তাৱে ভাৰতৰ স্বাধীনতা যুদ্ধৰ 'চৰম পৰ্যায় সূচনা কৰিছিল আৰু তাৰ পৰিণতি হিচাপে মহাত্মা গান্ধী প্ৰমুখ্যে লাখ লাখ ভাৰতবাসীয়ে কাৰাবৰণ আৰু আন নিৰ্যাতন ভুগিছিল। এয়ে আছিল ভাৰতীয় স্বাধীনতা যুদ্ধৰ চূড়ান্ত আন্দোলন বা গণ-বিপ্লৱ যি বিপ্লৱ কৃতকাৰ্য কৰাৰ বাবে ভাৰতবাসীয়ে 'কৰেঙ্গে ইয়ে মৰেঙ্গে' প্ৰতিজ্ঞা গ্ৰহণ কৰিছিল।

১৯৪২ চনৰ ৮ আগষ্টৰপৰা ১৯৪৭ চনৰ ১৫ আগষ্টলৈ ভাৰতৰ ৰাজনৈতিক ঘটনা-প্ৰবাহ অতি আকস্মিক গতিত পৰিবৰ্তন হবলৈ ধৰে যাৰ ফলত বৃটিছ চৰকাৰে ভাৰত ত্যাগ কৰিবলৈ সিদ্ধান্ত লয়। কিন্তু গান্ধীজীয়ে ভাৰতবৰ্ষক যি ৰূপত স্বাধীন হোৱাটো বাঞ্ছা কৰিছিল সেই ৰূপত দেশ স্বাধীন নহ'ল—ভাৰত আৰু পাকিস্তান নামত ভাৰতবৰ্ষক দুভাগ কৰা হ'ল। এই বিষয়ে গান্ধীজী মৰ্মাহত হৈছিল, বিশেষকৈ ভাৰত বিভাজনৰ পূৰ্বে আৰু তাৰ উত্তৰ কালত সাম্প্ৰদায়িক ঘটনাই দেশত যি পৰিস্থিতিৰ সৃষ্টি কৰিছিল তাৰ নিৰাময় কৰিবলৈ গান্ধীজীয়ে পূব পাকিস্তানত—বৰ্তমান বাংলা-

দেশৰ গ্ৰাম অঞ্চলত মানৱ-প্ৰেমৰ বাণী প্ৰচাৰ কৰিছিল গৈ। দিল্লীলৈ ঘূৰি আহি গান্ধীজীয়ে ১৯৪৮ চনৰ জানুৱাৰী মাহত সাম্প্ৰদায়িক সম্প্ৰীতিৰ হকে অনশন ব্ৰত আৰম্ভ কৰে আৰু পাঁচদিনৰ মূৰত অনশন ত্যাগ কৰে। স্বাভাৱিকতে গান্ধীজীৰ অনশন ত্যাগৰ সিদ্ধান্তই নৱ-জাত স্বাধীন ভাৰতৰ অগণন জনতাৰ মনবপৰা উদ্বেগ আঁতৰ কৰে। কিন্তু তাৰ দিন চেৰেকৰ মূৰত ১৯৪৮ চনৰ ৩০ জানুৱাৰীৰ দিনা নতুন দিল্লীৰ বিৰলা মন্দিৰৰ প্ৰাংগণৰ প্ৰাৰ্থনা সভাস্থলিত এজন উন্মত্ত হিন্দু যুৱকৰ হাতত গুলীবিদ্ধ হৈ মহাত্মাৰ মহাপ্ৰয়াণ ঘটে। গান্ধীজীৰ এই মহাপ্ৰযাণ আছিল মানৱ-প্ৰেমৰ বিনিয়মত দিয়া চৰম মূল্য যাৰ বাবে তেওঁ পৃথিবীৰ ইতিহাসত কুৰি শতিকাৰ মহান বিপ্লৱী বুলি পৰিগণিত হৈছে। তেওঁৰ মানৱপ্ৰেম, অহিংস নীতি, সত্য-অন্বেষণৰ একাগ্ৰতাই তেওঁৰ নাম অমৰণ কৰি ৰাখিছে।

দেশ-বিদেশৰ অগণন লোক গান্ধীজীৰ আত্ম-বলিদানত স্তম্ভিত হৈছিল আৰু তেওঁৰ মৃত্যুক যীশুখৃষ্টই ক্ৰুছবিদ্ধ হৈ বলিদান দিযাৰ লগত তুলনা কৰিছিল। তেওঁৰ মৃতদেহৰ যি ঠাইত শেহকৃত্য কৰা হৈছিল সেই 'ৰাজঘাট' আজি পৰম পবিত্ৰ স্থান হিচাপে পৰিগণিত হৈছে।

জয়তু গান্ধীজী !

---

# দ্বিতীয় খণ্ড

## মহৰ্ষি-মহাত্মা প্ৰবচন

( ক )

[ মহৰ্ষি টলষ্টয় ]

খৃষ্ট আছিল স্বাধীন, সেইদৰে বুদ্ধও স্বাধীন আছিল, আৰু দুয়োজন জগতৰ সকলো পাপ মূৰ পাতি লৈছিল, স্বেচ্ছায় পাৰ্থিব জীৱনৰ ফাটেকত সোমাই পৰিছিল। তাতকৈ আন কোনেও বেছি যাব পৰা নাই। তুমি আৰু মই কি কৰিছো ? আমাৰ ওচৰ চুবুৰীয়াৰ প্ৰতি থকা কৰ্তব্যৰপৰা আমি আঁতৰি থকাৰ স্বাধীনতা বিচাৰো, অথচ আমি মানুহ হিচাপে জন্ম লৈছো সেই কৰ্তব্যবোধ পালনৰ কাৰণেহে, আৰু সেই কৰ্তব্যজ্ঞান অবিহনে আমি জন্তুৰ লেখীয়া জীৱন যাপন কৰিম··· ·।

কৃষকসকলে তেওঁলোকৰ কথা সুন্দৰভাৱে বৰ্ণনা কৰে। তেওঁলোক সৰল, অল্পভাষী আৰু তাত অনুভূতি থাকে। তেওঁলোকৰ প্ৰকৃত জ্ঞান সংক্ষেপ যেনে 'হে প্ৰভু আমাৰ ওপৰত দয়া ৰাখিবা।'

ভগৱানেই মোৰ বাঞ্ছা অৰ্থাৎ ভগৱান কি তাক হৃদয়ঙ্গম কৰিবলৈ ইচ্ছা কৰো।

ভূমিকম্প, মাৰিমৰক, বেমাৰৰ যন্ত্ৰণাৰ মাজেদি মানুহে দিন কটায়, তাৰ উপৰিও নানা ধৰণৰ আধ্যাত্মিক বেদনাও ভোগ কৰে, কিন্তু আটাইতকৈ বেদনাদায়ক ঘটনা হৈছে শোবা-কোঠালিৰ বেদনা অথচ এই বেদনাৰ তেওঁ কেতিয়াও ভু নাপায় বা নাপাব।

আমি যেতিয়া কওঁ আমি 'জানো'—ইয়াৰ অৰ্থ কি ? মই টলষ্টয বুলি জানো, এজন লেখক, মোৰ ঘৈণী আছে, ল'ৰা-ছোৱালী আছে, পকা চুলি আছে, এটা অৰূপ চেহেৰা আছে, দাড়ি-গোফ আছে বুলি জানো আৰু এইবোৰেই মোৰ পাচপ'ৰ্ট। কিন্তু এনে পাচপ'ৰ্টত আত্মাই প্ৰবেশ কৰিব নোৱাৰে ; মই মাত্ৰ ইয়াকে জানো যে মোৰ আত্মাই ভগৱানৰ ওচৰ চাপিব খোজে। কিন্তু ভগৱান কি ? মোৰ আত্মা ভগৱানৰ কণিকা মাত্ৰ। সেয়ে যথেষ্ট। যিয়ে ভাবি চাব তেওঁ হয়তো তাক বিশ্বাস কৰিবলৈ টান পাব, কিন্তু বিশ্বাসৰ মাজেদিহে এজনে ভগৱানত বাস কৰিব পাৰে। টাবৰ্টুলিয়ানে কৈছিল ঃ চিন্তা এটা পাপ।'

মোৰ মতে জমি ক্রয়-বিক্রয় কৰিব নোৱাৰি, কাৰণ জমি ক্রয়-বিক্রয় হলে, যাৰ যথেষ্ট ধন আছে তেওঁ সকলো জমি কিনি লব। যাৰ জমি নাই তেওঁৰপৰা এই জমিৰ মালিকে ইচ্ছামতে সকলো আদায় কৰি লব। জমিৰ মালিকে মাত্র তেওঁৰ প্রাপ্যখিনিহে লব লাগে।

জমিৰ অংশ সকলোয়ে পালে যিসকলে নিজে জমিত কাম নকৰে বা চহ নকৰে যেনে গৰাকী, চাকৰ, ৰান্ধনি, চাকৰিয়াল, কেৰাণী আৰু চহৰবাসীয়ে, তেতিয়া এওঁলোকে ধনী মানুহৰ হাতত জমি বিক্রী কৰিব। এই দৰে জমি ধনীৰ হস্তগত হৈ পৰিব। যিসকলে জমিত পৰিশ্রম কৰিব, তেওঁলোকৰ জমি বাঢ়ি যাব আৰু শেহত মাটি দুষ্প্রাপ্য হৈ যাব। তেতিয়া ধনী সম্প্রদায়ে মাটি বিচৰা মানুহক তেওঁলোকৰ কবলত আনিব।

পৃথিৱী কোনো মানুহৰ নহয়, ই ভগৱানৰ। জমি সকলোৰে উমৈহতীয়া। ইয়াৰ ওপৰত সকলোৰে সমান অধিকাৰ আছে। অৱশ্যে জমিৰ ভাল-বেয়া আছে আৰু প্রত্যেকে ভাল মাটি বিচাৰিব। জমি ন্যায়ভাৱে বিতৰণ কৰাৰ উপায় কি ? বিতৰণ এই দৰে কৰিব পৰা যাব ঃ যিযে ভাল জমি ব্যৱহাৰ কৰে তেওঁ তাৰ মূল্য তেওঁলোকক দিব লাগিব যিসকলৰ তেনে জমি নাই কোন জনে কাৰ হাতত তেনে মূল্য সোধাৰ তাক নির্ণয় কৰা টান হব আৰু ধন সমাজৰ ব্যৱহাৰৰ কাৰণে দৰ্কাৰ , সেই কাৰণে যিযে ভাল জমি ব্যৱহাৰ কৰে তেওঁ সমাজক জমিৰ মূল্যখিনি আদায় দিব, বেয়া জমিৰ বাবদ কম মূল্য দিব। কোনোবাই যদি জমি পাব নোখোজে, তেওঁ কোনো মূল্য নিদিব আৰু যি বিলাকক মাটি লাগে তেওঁলোকে কৰ দিব আৰু সমাজক যাবতীয় খৰচৰ বাবে ধন দিব।

চৰকাৰী উকিল আৰু বিচাৰকসকলক আমি এক উদাৰ শ্রেণীৰ লোক বুলি ভবাটো আমাৰ এটা অভ্যাস। একালত তেওঁলোক উদাৰ আছিল সঁচা, কিন্তু বর্তমান তেওঁলোক বেলেগ। তেওঁলোক মাথোন চৰকাৰী চাকৰিয়াল আৰু দৰমহাৰ দিনটোৰ কাৰণে অপেক্ষা কৰে। তেওঁলোকে দৰমহা পায় আৰু বেছি দৰমহা পাবলৈ বিচাৰে ; তেওঁলোকৰ আন কোনো নীতি নাই। আপোনাৰ ইচ্ছা মতে যি কোনো মানুহক দোষী কৰিব, বিচাৰ কৰিব আৰু দণ্ড বিহিব।

কৃষকসকলে তেওঁলোকৰ শেষ শক্তিলৈ কাম কৰা আৱশ্যকনে ? তেওঁলোকে তেওঁলোকৰ আৱশ্যক মতে খাদ্যখিনি পাব নালাগে নে অথচ আমি পৰম লাহ-বিলাসত বাস কৰিছো ?

এটা বেয়া কাম কৰাৰ পাছত তাৰ পুনৰাবৃত্তি কৰিব নাযাব পাৰে আৰু বেয়া কামৰ বাবে অনুশোচনা আহিব পাৰে, কিন্তু দুঃচিন্তাই বেয়া কাম কৰাত প্রেৰণা

যোগায়। বেয়া কাম এটাই আন এটা বেয়া কাম কৰাৰ বাট সুগম কৰে, কিন্তু দুঃচিন্তাই এজনক অনিয়ন্ত্রিতভাবে বেয়া পথেৰে লৈ যায়।

মানুহৰ অসভ্য প্রবৃত্তিৰ পশুত্ব ঘৃণনীয়, কিন্তু যেতিয়ালৈকে ই উলংগ ৰূপত থাকিব, তেতিয়ালৈকে তাক আমি আত্মাধিক শীৰ্ষস্থানবপৰা লক্ষ্য কৰো আৰু ঘিণ কৰো। কিন্তু যেতিয়া সেই পশুত্ব কবিতা আৰু সৌন্দৰ্যবোধক ভাবৰ বেশত লুকাই থাকি আমাৰ-পৰা পূজা বিচাৰে, তেতিয়া সি আমাক সম্পূৰ্ণভাৱে গ্ৰাস কৰে আৰু আমি পশুত্ব পূজাৰী হও, তেতিয়া আমি ভাল-বেয়াৰ প্রভেদ কৰিব নোৱাৰো। ই ভয়াবহ।

কযদী কয়দীযে, তথাপি সি মানুহ।

ৰাজ্যপালসকলৰ, পৰিদৰ্শকসকলৰ, আৰক্ষীসকলৰ আৱশ্যকতা আছে সঁচা, কিন্তু এওঁলোক মানুহ হিচাপে প্রধান মানৱীয় গুণ অৰ্থাৎ এজনে সিজনক মৰম আৰু সহানুভূতি দেখুৱাবলগীয়া গুণবপৰা বৰ্জিত হোৱা দেখিলে ভয় লাগে। এওঁলোকে যিটো আইনসম্মত নহয় তাক আইন বুলি জ্ঞান কৰে আৰু যিটো আইনসম্মত তাক উপেক্ষা কৰে অথচ পিছৰ বিধৰ আইন মানুহৰ অন্তৰত অনাদি অনন্ত আৰু অপৰিবৰ্তনীয়ভাৱে ভগৱানে লিখি থৈছে।

আমি কেতবোৰ বস্তু বিনা প্ৰেমে ব্যৱহাৰ কৰিব পাৰো যেনে আমি গছ কাটো, ইটা গঢ়ো, লোত হাতুৰি মাৰো। মানুহৰ লগত কিন্তু বিনা প্ৰেমে আদান-প্ৰদান কৰিব নোৱাৰো। মৌমাখি সাৱধানতাৰে ব্যৱহাৰ কৰিব লাগে, কিযনো তেনে নকৰিলে মৌমাখি যিদৰে আঘাতপ্ৰাপ্ত হব সেই দৰে আমিও আঘাতপ্ৰাপ্ত হব লাগিব। মানুহৰ ক্ষেত্ৰতো একে কথা। তাৰ ব্যতিৰেক হব নোৱাৰে, কাৰণ পাৰস্পৰিক প্ৰেম মানৱ-জীৱনৰ মৌলিক আইন। এজন লোকে আন এজন লোকৰপৰা জোৰজুলুমকৈ প্ৰেম আদায় কৰিব নোৱাৰে, যেনেকৈ বলপূৰ্বকভাৱে এজনে আন জনক কাম কৰাব নোৱাৰে, কিন্তু ইয়াৰ অৰ্থ এইটো নহয় যে মানুহে মানুহৰ লগত চলোতে প্ৰেম নোহোৱাকৈ চলিব লাগে, বিশেষকৈ যেতিয়া এজন মানুহে আনৰপৰা কিবা বিচাৰে। মৰম, দয়া যদি তুমি অনুভৱ কৰিব নোৱাৰা, তেন্তে মনে মনে বহি থাকিবা, আন কামত মনোযোগ দি থাকিবা, তোমাৰ নিজৰ কামত মনোযোগ দিবা বা যি কোনো বস্তুত মন দিবা, কিন্তু মানুহৰ লগত নহয়। যেনেকৈ তুমি ভোকত তোমাৰ কোনো অনিষ্ট নকৰাকৈ খাদ্য খোৱা, সেইদৰে তুমি মানুহৰ প্ৰতি প্ৰেম, দয়া থাকিলে মানুহক কোনো অনিষ্ট নকৰাকৈ ব্যৱহাৰ কৰিব পাৰা।

সকলো মানুহে আংশিকভাৱে নিজৰ মতে আৰু আংশিকভাৱে আনৰ ধ্যান-ধাৰণা-মতে বাস কৰে আৰু কাম কৰে। দুই প্ৰকাৰৰ কোন প্ৰকাৰত বেছি বা কম মন দিয়ে তাৰ

দ্বাৰা মানুহৰ মাজৰ তাৰতম্য বুজিব পাৰি। কিছুমানে ভাবে যে চিন্তা এটা মানসিক খেলা ঃ বহুক্ষেত্ৰত তেওঁলোকৰ যুক্তিক আনৰ কামৰ দ্বাৰা প্ৰভাৱান্বিত কৰে আৰু তেওঁলোকে নিজৰ কামত আনৰ ধ্যান-ধাৰণাৰ দ্বাৰা পৰিচালিত হয়। এই ধ্যান-ধাৰণা দস্তুৰ, ঐতিহ্য বা আইন হব পাৰে।

যৌৱন কালত মনৰ সকলো শক্তি ভবিষ্যতৰ পিনে ঢাল খায় আৰু আশাৰ প্ৰভাবত সেই ভবিষ্যতে নানাবিধ আৰু মনোমোহা আকাৰে চকুৰ আগত দাঙি ধৰে, কিন্তু সেই আশা অতীত অভিজ্ঞতাৰ ওপৰত কৰা আশা নহয়, সুখ অহাৰ সম্ভাৱনাৰ কল্পনাৰ ভিত্তিত কৰা আশাহে। ভবিষ্যতৰ এই আশাৰ সপোনৰ কথা আন এজনে বুজিলে আৰু তাৰ অংশীদাৰ হলে সেই বয়সত প্ৰকৃত আনন্দ দিয়ে।

মানুহ জাতি অসংখ্য শ্ৰেণীত বিভক্ত কৰিব পাৰি, যেনে ধনী আৰু দুখীয়া, সৎ আৰু অসৎ, সামৰিক আৰু অসামৰিক, জ্ঞানী আৰু মূৰ্খ ইত্যাদি, কিন্তু প্ৰত্যেক মানুহৰ নিজস্ব একোটা শ্ৰেণী আছে আৰু যেতিয়াই এজনে আন এজনক লগ পায়, তেতিয়াই লগ পোৱা মানুহজনক আনজনে নিজৰ শ্ৰেণীভুক্ত কৰিবলৈ প্ৰয়াস কৰে।

মানুহৰ জীৱন আৰু বিবৰ্ধনৰ মূলত আছে কিছুমান আধ্যাত্মিক কাৰণ, সেই আধ্যাত্মিক কাৰণবোৰে ভাবাদৰ্শ হিচাপে মানুহৰ জীৱন পৰিচালনা কৰে। এই ভাবাদৰ্শবোৰে প্ৰকাশ লাভ কৰে মানুহৰ ধৰ্মত, বিজ্ঞানত, শিল্প-আৰু সাহিত্যত আৰু মানুহৰ বিভিন্ন প্ৰকাৰৰ ৰাষ্ট্ৰ ব্যৱস্থাত। এই ভাবাদৰ্শবোৰে ক্ৰমে ক্ৰমে বিভিন্ন স্তৰৰ মাজেদি উচ্চমান হবলৈ ধৰে, সবশেহত পৰম শ্ৰেষ্ঠত্ব লাভ কৰে। মই এজন মানুহ, মানুহৰ ভাবাদৰ্শবোৰ প্ৰচাৰ কৰা আৰু সেইবোৰ সৰ্বজনপ্ৰিয় কৰি তোলাত সহায় কৰা মোৰ একান্ত কৰ্তব্য।

কোনো এজনৰ কৃপাত এই জগতৰ জীৱন অতিবাহিত হৈ আছে। এনে এজন পুৰুষ আছে যিজনে আমাৰ জীৱন আৰু বিশ্বজীৱনক তেওঁৰ দুৰ্জ্ঞেয় যত্ন বিধানৰ দ্বাৰা ৰক্ষা কৰি আছে। তেওঁৰ সেই ইচ্ছানো কি তাক জানিবলৈ মন কৰিলে আমি প্ৰথমতে সেই ইচ্ছা মানি চলিব লাগিব আৰু তাৰ বাবে কৰিবলগীয়া কামখিনি কৰিব লাগিব। মই যদি মোৰ কৰিবলগীয়াখিনি নকৰো, তেতিয়া তেওঁৰ ইচ্ছা জানিব নোৱাৰিম, আৰু বিশ্বসৃষ্টিৰ তেওঁৰ কি উদ্দেশ্য তাক আৰু কম বুজিবলৈ সক্ষম হম।

ভগৱানৰ কৃপাত আমি সকলোয়ে পৃথিৱীলৈ আহিছো, আৰু ভগৱানে মানুহক এইভাবে সৃষ্টি কৰিছে যে আমি নিজৰ আত্মাক ধ্বংস কৰিব পাৰো, ৰক্ষা কৰিবও পাৰো। নিজৰ আত্মাক ৰক্ষা কৰাটো যিহেতু মানুহৰ সমস্যা, মানুহে ভগৱানৰ বিধান অনুসৰি জীৱন-যাপন কৰিব লাগিব। ভগৱানৰ বিধান অনুসৰি জীয়াই থকাৰ বাবে মানুহে জীৱনৰ সকলো ভোগ-লালসা ত্যাগ কৰিব লাগিব, শাৰীৰিক শ্ৰম কৰিব লাগিব,

বিনয়ী হব লাগিব, ধৈর্যশীল হব লাগিব, প্রত্যেক মানুহৰ প্ৰতি দাতব্য হব লাগিব।

আইনসমূহ হৈছে কিছুমান বিধি ; যিসকলে এই বিধিবোৰ ৰচনা কৰে তেওঁলোকে সুগঠিত হিংসা আৰু বল-প্ৰয়োগৰ দ্বাৰা শাসন কৰে।

আনহাতে আমি দেখিছো যে আমাৰ দিনত বিভিন্ন ধৰণৰ সকলো বিষয়ত আমাৰ শ্ৰেণীতকৈ আমি নিজে নিজৰ জীৱন-ব্যৱস্থা ভাল দৰে কৰি লব পাৰো। শাসক-শ্ৰেণীৰ কিঞ্চিৎ সাহায্য নোহোৱাকৈ আৰু বহু সময়ত শাসকশ্ৰেণীৰ বাধা সত্ত্বেও জন-সাধাৰণে সকলো ৰকমৰ সামাজিক দায়িত্বভাৰ সুকলমে সম্পন্ন কৰি আহিছে যেনে, শ্ৰমিক সংঘ, সমবায় সমিতি, ৰেল-কোম্পানী, কৰ্মচাৰী সমিতি, অন্যান্য সংঘ। জন-সাধাৰণৰ কামৰ বাবে যদি এই অৰ্থ সংগ্ৰহৰ আৱশ্যক হয়, তেন্তে আমি কিয় ধৰি লব লাগে যে নানা ৰকমৰ কৰত বাহিৰে তেনে কাম সম্ভব নহয় ? এই কামবোৰ যদি সঁচাকৈয়ে প্ৰযোজনীয়, তেন্তে স্বাধীন দেশবাসীয়ে কোনো প্ৰকাৰৰ বলপ্ৰয়োগ ব্যতীত স্বেচ্ছামূলকভাৱে অৰ্থ সংগ্ৰহ কৰিব নোৱাৰিব নে ? বলপ্ৰয়োগৰ বাহিৰে কোনো সালিসিৰ উপায় নাই নে ? বিবাদকাৰী উভয়পক্ষৰ বিশ্বাসভাজন লোকৰ দ্বাৰা বিচাৰ কৰা ব্যৱস্থা সকলো কালতে আছে আৰু থাকিব, তাৰ বাবে কোনো বলপ্ৰযোগৰ আৱশ্যক নাই। দীৰ্ঘকালীন দাসত্ব-বন্ধনৰ বাবে আমাৰ এনে হীন মনোবৃত্তি হৈছে, বলপ্ৰয়োগ নহলে শাসনকাৰ্য সম্ভৱ হব পাৰে বুলি আমি কল্পনা কৰিব নোৱাৰো। বলপ্ৰযোগ নোহোৱাকৈ শাসন পৰিচালনা কৰিব নোৱাৰি বোলা কথাষাৰ সঁচা নহয। বুছিযাৰ যিসকল অধিবাসী দল বান্ধি দূৰ অঞ্চলবোৰলৈ গৈছে তেওঁ-লোকক চৰকাৰে এৰি পেলাইছে, কিন্তু এই দলবোৰে নিজৰ কৰ-ব্যৱস্থা নিজেই কৰিছে, শাসনব্যৱস্থাও নিজেই কৰিছে, সেইদৰে ব্যৱস্থা কৰিছে বিচাৰৰ, আৰক্ষীৰ, যেতিযালৈকে চৰকাৰৰ বলপ্ৰযোগে সেই লোকসকলৰ ব্যৱস্থাত হস্তক্ষেপ নকৰিব, তেতিয়ালৈকে তেওঁলোক সুখ-সমৃদ্ধিত থাকিব। এইদৰে দেখা যায় যে জনসাধাৰণে সৰ্বসম্মতিক্ৰমে জমি বিতৰণ কৰি তাক ব্যবহাৰ কৰিব নোৱাৰে বুলি ভবাৰ কোনো যুক্তি নাই।

যিবোৰ বস্তু প্ৰকৃততে এজন মানুহৰ দ্বাৰা উৎপন্ন কৰা হয়, যিবোৰ বস্তু উৎপাদনকাৰীজনৰ প্ৰয়োজনৰ, সেই সকলোবোৰ সদায় সমাজৰ ৰীতি-প্ৰথাৰ দ্বাৰা ৰক্ষিত হয, জনমত, ন্যায়বোধ আৰু পাৰস্পৰিক লেন-দেনৰ দ্বাৰা ৰক্ষিত হয়—তাক চৰকাৰৰ বলপ্ৰয়োগৰ দ্বাৰা ৰক্ষা কৰাৰ কোনো আৱশ্যক নাই।

বলপ্ৰয়োগৰ দ্বাৰা দাসত্ব প্ৰতিৰোধ কৰা চেষ্টা জুইৰ দ্বাৰা জুই নুমুৱাবলৈ কৰা চেষ্টাৰ লেখীযা বা পানীৰ দ্বাৰা পানীৰ গতিৰোধ কৰাৰ সমপৰ্যায়ৰ বা এটা বিন্ধা মাৰিবলৈ আন এটা বিন্ধা দিয়াৰ দৰে কাৰ্য।

( খ )

[ মহাত্মা গান্ধীৰ ]

মোৰ ওচৰত সত্যই সৰ্বশ্ৰেষ্ঠ নীতি। ইযাৰ ভিতৰত আৰু অনেক নীতি আছে। এই সত্য অকল বাক্যৰ সত্যতা নহয়। চিন্তাৰ সত্যতাও ই আমাৰ ভাবলোকৰ সত্য নহয়, প্ৰকৃততে ই পৰা-সত্য, শ্বাসত নীতি অৰ্থাৎ ভগৱান। ভগৱানৰ অনেক সংজ্ঞা আছে, কাৰণ ভগৱানে নানা ৰূপত প্ৰকাশ কৰে। তেওঁৰ এই বিচিত্ৰ অভিব্যক্তিয়ে মোক বিস্ময় আৰু বিমুগ্ধ কৰে। মুহূৰ্তৰ বাবে মই অভিভূত হওঁ। ভগৱানক কিন্তু সত্য ৰূপেহে উপাসনা কৰো। এতিয়ালৈকে মই তেওঁৰ দৰ্শন লাভ কৰা নাই, তেওঁৰ সাধনাত হে আছো। মোৰ যিবোৰ বস্তু সবাতোকৈ প্ৰিয়, তেওঁক লগ পোৱাৰ বাবে সেই সকলোবোৰ বস্তু মই ত্যাগ কৰিব পাৰো। এনেকি, তাৰ বাবে যদি মোৰ জীৱন বিসৰ্জন দিবলৈ প্ৰয়োজন হয়, মই আশা কৰো তাৰ বাবে মই প্ৰস্তুত হম। কিন্তু যেতিয়ালৈকে এই পৰা-সত্যক মই উপলব্ধি কৰিব নোৱাৰিম, তেতিয়ালৈকে আপেক্ষিক সত্য সম্পৰ্কে মোৰ যি ধাৰণা আছে সেই মতে চলিব লাগিব। এই সময়ৰ বাবে আপেক্ষিক সত্যই মোৰ পথ-প্ৰদৰ্শক, মোৰ ৰক্ষক আৰু মোৰ তৰোৱাল। যদিও এই পথ কঠিন, সংকীৰ্ণ, ক্ষুৰৰ ধাৰৰ দৰে তীক্ষ্ণ, তথাপি মোৰ পক্ষে এই পথ সবাতোকৈ সংক্ষিপ্ত আৰু সহজ। এনে কি মোৰ গুৰুতৰ ভুলবোৰো মোৰ মনত তুচ্ছ বুলি ধাৰণা হৈছে, কাৰণ একমাত্ৰ পথহে মই অনুসৰণ কৰিছো।

যিসকলে শ্ৰম কৰে আৰু যি লাখ লাখ কৰ্মহীন মানুহে দৈনিক পেট ভৰাই খাবলৈ নাপায়, মাত্ৰ এক টুকুৰা বাহী ৰুটি আৰু কিঞ্চিৎ লোণেৰে ক্ষুধা দূৰ কৰে, মই তেওঁলোকৰ বাবে স্বৰাজলাভৰ উদ্দেশ্যে কাম কৰিছো।

মই এনে এখন ভাৰতবৰ্ষ গঢ়িবলৈ কাম কৰিম যি ভাৰতবৰ্ষত অতি দীনতম লোকজনেও ভাবিব যে এই দেশ তেওঁৰ নিজৰ দেশ। এই দেশ গঠনত তেওঁলোকৰ অভিমতো কাৰ্যকৰী হব। সেই ভাৰতবৰ্ষত উচ্চ শ্ৰেণী বা নীচ শ্ৰেণীৰ ব্যৱধান নাথাকিব। এনে ভাৰতবৰ্ষত সকলো সম্প্ৰদায়ে পাৰস্পৰিক সম্প্ৰীতি ৰক্ষা কৰি বসবাস কৰিব। এনে ভাৰতত অস্পৃশ্যতাৰ দৰে অভিশাপৰ ঠাই নাথাকিব, উত্তেজক

কোনো পানীয় অথবা আন কোনো মাদক দ্ৰব্য সেৱনৰ কোনো প্ৰশ্ৰয় নাথাকিব। নাৰী-পুৰুষ উভয় শ্ৰেণীয়ে সমান অধিকাৰ ভোগ কৰিব।

আহক, আমি অহিংস উপায়ে কেনেকৈ সম-বিতৰণ ব্যৱস্থা প্ৰতিষ্ঠা কৰিব পাৰো তাকে ভাবোহক। ইয়াৰ প্ৰথম পদক্ষেপ হৈছে যেয়ে এই আদৰ্শক জীৱনত গ্ৰহণ কৰিছে, তেওঁ তেওঁৰ ব্যক্তিগত জীৱনত প্ৰয়োজনীয় পৰিবৰ্তন নিজেই সাধিব। ভাৰতবৰ্ষৰ দাৰিদ্ৰ্যৰ কথা মনত ৰাখি তেওঁ তেওঁৰ প্ৰয়োজন সম্ভৱপৰ কমাব, তেওঁৰ উপাৰ্জন অসৎ উপায়ৰপৰা মুক্ত ৰাখিব। তেওঁৰ থকাঘৰ তেওঁৰ জীৱন পদ্ধতিৰ অনুকূল হব। জীৱনৰ প্ৰত্যেক খোজতে আত্ম-সংযম পালন কৰিব। যেতিয়া তেওঁ তেওঁৰ জীৱনৰ কাৰণে সম্ভাৱনাৰ যিখিনি কৰিব, তেতিয়াই এই আদৰ্শক তেওঁৰ সহকৰ্মী আৰু প্ৰতিবেশীৰ প্ৰচাৰ কৰিবলৈ যোগ্য হব।

যদি ভাৰতবৰ্ষই তৰোৱালৰ আশ্ৰয় নীতি গ্ৰহণ কৰে তেনেহলে হয়তো সাময়িক-ভাৱে জয়লাভ কৰিব পাৰে। তেতিয়া কিন্তু ভাৰতবৰ্ষ মোৰ হৃদয়ৰ গৌৰৱৰ বস্তু হৈ নাথাকিব। ভাৰতৰ প্ৰতি মোৰ পূৰ্ণ অনুৰক্তি কাৰণ মোৰ যি কিছুৰ বাবে ভাৰতৰ ওচৰত ঋণী। মই ঐকান্তিকভাৱে বিশ্বাস কৰো যে ভাৰতে বিশ্বক দিবলৈ এটা বাণী আছে। য়ুৰোপক অন্ধভাৱে বিশ্বাস কৰিলে নচলিব। ভাৰতে যেতিয়া তৰোৱালৰ নীতি গ্ৰহণ কৰিব, তেতিয়াই হব মোৰ পৰীক্ষাৰ সময়। আশা-কৰো তাত অকৃতকাৰ্য নহম। মোৰ ধৰ্মৰ কোনো ভৌগোলিক সীমা ৰেখা নাই। যদি ধৰ্মত মোৰ জীৱন্ত বিশ্বাস আছে, তেন্তে সেই বিশ্বাসে ভাৰতৰ প্ৰতি মোৰ যি অনুৰাগ আছে, তাক অতিক্ৰম কৰি যাব। অহিংস ধৰ্মৰ মাধ্যমেৰেই মোৰ জীৱন ভাৰতৰ সেৱাত উৎসৰ্গীত।

অহিংসা শ্ৰেষ্ঠ কৰ্তব্য, আমি যদি সম্পূৰ্ণভাৱে ইয়াক পালন কৰিব নোৱাৰো, আমি অন্ততঃ ইয়াৰ মূল অৰ্থ হৃদয়ঙ্গম কৰিবলৈ চেষ্টা কৰিব লাগিব আৰু যিমান দূৰ পৰা যায় হিংসাৰপৰা বিৰত থাকিব লাগিব।

অহিংসা মানে সীমাহীন প্ৰেম, আৰু সীমাহীন প্ৰেম মানে নিৰ্যাতন ভুগিবলৈ অপৰিসীম শক্তি।

সত্যক তোমাৰ নিহাৰিৰ দৰে ব্যৱহাৰ কৰিবা, অহিংস ধৰ্ম তোমাৰ হাতুৰি; আৰু যেতিয়া যি কোনো বস্তু বা কথা সত্যৰ নিহাৰিত অহিংস-হাতুৰিৰে পেলোৱা পৰীক্ষাত উত্তীৰ্ণ নহয়, তেতিয়া তাক অনা-হিন্দু বুলি ত্যাগ কৰিবা।

অহিংস নীতিক অসৎ চিন্তাই নষ্ট কৰে, অযথা দৌৰাদৌৰি কৰিলেও ই নষ্ট হয়, মিছা কথা, ঘৃণা আৰু আনৰ অহিত চিন্তা কৰিলেও এই নীতি নষ্ট হয়।

মোৰ পক্ষে অহিংস নীতি কল্পনাৰ বস্তু নহয়, ই মোৰ জীৱনৰ সত্য ঘটনা যিটো বহুত অভিজ্ঞতাৰ ওপৰত প্ৰতিষ্ঠিত।

সত্য মোৰ ধৰ্ম আৰু অহিংস নীতি তাক লাভ কৰাৰ পথ।

যদি অহিংস শক্তিমানৰ নহয়, দুৰ্বলৰ হে আৰু এই নীতিয়ে যদি হিংসাৰ ওচৰত সেও মানে, তেন্তে গান্ধীবাদ ধ্বংস হোৱাৰ যোগ্য।

অহিংস নীতিৰ প্ৰতিভূয়ে বহুজনহিতায় সূত্ৰ সমৰ্থন কৰিব নোৱাৰে, সকলোৰে মঙ্গলৰ বাবে তেওঁ চেষ্টা কৰিব আৰু তাৰ বাবে মৃত্যু বৰণ কৰিব।

দুৰ্বলৰ কাৰণে অহিংস নীতি অস্ত্ৰ হব নোৱাৰে, এইয়া অতি শক্তিমান আৰু সাহসী লোকৰ অস্ত্ৰ।

আইন অমান্য কৰাটো এনে লোকৰ স্বাভাৱিক অধিকাৰ যি সকলৰ নিজৰ চৰকাৰত এষাৰ মাত মাতিবলৈ অধিকাৰ নাই, আইন অমান্য আন্দোলন হিংসা বা সন্ত্ৰাসবাদৰ বিকল্প উপায়।

জনতাৰ প্ৰতিৰোধমূলক আন্দোলনৰ নেতৃত্বৰ দৰ্কাৰ, ব্যক্তিগত প্ৰতিৰোধ আন্দোলনত প্ৰত্যেক প্ৰতিৰোধকাৰী নিজৰ নেতা।

দোষ স্বীকাৰ কৰা কাৰ্য বাঢ়নিৰ দৰে, ই ময়লা আঁতৰ কৰে আৰু ঠাইখিনি আগতকৈ নিকা কৰি পেলায়। সঁচাকৈয়ে মোৰ যিবোৰ ভুল হৈছে সেইবোৰ তৎক্ষণাৎ স্বীকাৰ কৰাত সত্য আৰু অহিংস নীতিৰ গূঢ় অৰ্থ বুজাত মোক সহায় কৰিছে।

ভগৱানৰ বিভিন্ন ৰূপৰ ভিতৰত দৰিদ্ৰ নাৰায়ণ আটাইতকৈ পৱিত্ৰ, কাৰণ ই অখ্যাত হাজাৰ হাজাৰ দুখীয়া মানুহক বুজায় আৰু এওঁলোকেই হৈছে কেই জনমান ধনী মানুহৰপৰা পৃথক।

যেতিয়ালৈকে ক্ষমতা সকলোৰে মাজত বিতৰণ নহয়, তেতিয়ালৈকে গণতন্ত্ৰ অসম্ভৱ, কিন্তু গণতন্ত্ৰই উন্মত্ত জনতাক নুবুজায়। গণতন্ত্ৰ আৰু হিংসা নীতি একেলগে হব নোৱাৰে।

গান্ধীবাদ মানে অহিংসবাদ আৰু সত্যৰ যোগেদি স্বৰাজ লাভ কৰাত বাহিৰে আন কি বুজায়?

টলষ্টয়ৰ জীৱনৰ যি দিশটোৱে মোক অত্যন্ত মোহিত কৰিছে সেইটো হৈছে তেওঁ যি প্ৰচাৰ কৰিছিল তাক নিজে কামত খটুৱাইছিল আৰু সত্য অন্বেষণ কৰোতে যি কোনো মূল্য দিছিল। টলষ্টয়ৰ তথাকথিত অসামঞ্জস্যতা তেওঁৰ গঠনৰ চিন আছিল আৰু সি তেওঁৰ সত্যৰ প্ৰতি থকা আসক্তি প্ৰমাণ কৰিছিল।

মই টলষ্টয়ৰ কিতাপবোৰ ভাল দৰে পঢ়িলো। 'দি গচ্‌পেল ইন্ ব্রীফ্', 'হোৱাট টু ডু' আৰু আন আন কিতাপে মোৰ মনত দকৈ সাঁচ বহুৱালে। মই বিশ্বজনীন প্রেমৰ মহিমা দিনক দিনে ভালকৈ উপলব্ধি কৰিবলৈ ধৰিলো।

আধুনিক জগতৰ তিনিজন পুৰুষে মোৰ জীৱনত দকৈ সাঁচ বহুৱাইছে। তেওঁ-লোকে মোৰ অন্তৰ জয় কৰিছে। ৰায়চাঁদ ভায়ে জীৱন্ত সংস্পৰ্শেৰে, টলষ্টয়ে 'কিংডম্ অব গড্ উইদিন ইউ' বোলা কিতাপখনেৰে, ৰাস্কিনে 'আন্ টু দিছ্ লাষ্ট' বোলা কিতাপখনেৰে মোৰ অন্তৰ জয় কৰিছে।

সত্যাগ্রহ নামটো উদ্ভাৱন কৰাৰ আগতে ইয়াৰ মূল নীতিৰ জন্ম হৈছিল। কেতিয়া হ'ল মই নিজেই কব নোৱাৰো। নিষ্ক্রিয় প্রতিৰোধ অর্থাৎ 'পেচিভ্ ৰেজি-ষ্টেনচ্' বোলা ইংৰাজী কথাষাৰ। কিন্তু য়ুৰোপীয়সকলৰ সভা এখনত 'পেচিভ্ ৰেজিষ্টেনচ্' বোলা কথাষাৰৰ অর্থ বৰ সংকীর্ণ যেন মই দেখা পালো আৰু দুর্বলৰ কাৰণেই ই একমাত্র অস্ত্র, ইয়াত বিদ্বেষ ভাব মিহলি আছিল আৰু এনে নিষ্ক্রিয় প্রতিৰোধতো উপদ্রব, অশান্তিযে আত্মপ্রকাশ কৰিব পাৰে এনে ধাৰণা সকলোৰে আছিল। সেইবাবে সেই সকলো কথা এৰি আমাৰ এই ভাৰতীয় আন্দোলনৰ প্রকৃত স্বৰূপ বুজিব লগা হৈছিল। ··ইয়াৰ ফলত মগনলালে সদাগ্রহ শব্দটো ( সৎ—সত্য, আগ্রহ—দৃঢ়তা ) উলিযাই পুৰস্কাৰ পালে। কিন্তু কথাষাৰ স্পষ্ট কৰিবলৈ মই 'সত্যাগ্রহ' শব্দটো ললো।

আৰম্ভ কৰাৰ পাচত কিতাপখন ( ৰাস্কিনৰ 'আন টু দিছ্ লাষ্ট' ) এৰা অসম্ভৱ হ'ল। কিতাপখনে মোক তেনেই সামৰি ললে। জোহান্সবার্গৰপৰা নেটাললৈ যাওতে ২৪ ঘণ্টা লাগে। ট্রেইনখন গধূলি ডাবৰান পালেগৈ। মই ৰাতি শুব নোৱাৰিলো। সেই কিতাপখনে যি পোহৰ দিলে সেই মতে জীৱন সলাবলৈ স্থিৰ কৰিলো। মই ৰাস্কিনৰ কিতাপ পূর্বতে এখনো পঢ়া নাছিলো আৰু কর্মজীৱনত সোমোৱাৰ পাচত কিতাপ পঢ়িবলৈ বৰকৈ সময় পোৱা নাছিলো। সেইবাবে কিতাপৰ জ্ঞান বৰকৈ আছিল বুলি মই দাবী কৰিব নোৱাৰো। এই পাঠ সীমাবদ্ধ হোৱা বাবে মোৰ বৰ ক্ষতি হৈছে বুলি মই নাভাবো। বৰঞ্চ কমকৈ পঢ়াত, যি অলপ পঢ়া হৈছিল, তাক ভালকৈ উপলব্ধি কৰিবলৈ মোৰ সুবিধা হৈছিল। 'আন টু দিছ্ লাষ্ট' কিতাপখনে মোৰ জীৱনৰ গতি ততালিকে পৰিবর্তন ঘটালে। এই কিতাপখন পাছত মই গুজৰাটী ভাষালৈ অনুবাদ কৰিলো। নাম দিযা হ'ল 'সর্বোদয়'।

'আন টু দিছ্ লাষ্ট' কিতাপখনৰ সাৰমর্ম মই এইদৰে বুজিছিলো—(১) সকলোৰে মঙ্গলৰ মাজত ব্যক্তিৰ মঙ্গল নিহিত, (২) নাপিতৰ পৰিশ্রমৰ মূল্য যি, উকিলৰ মূল্য

সেয়েই ; কাৰণ পৰিশ্ৰমেৰে জীৱিকা অৰ্জন কৰা সকলোৰে অধিকাৰ আছে ; (৩) পৰিশ্ৰমৰ জীৱন অৰ্থাৎ খেতিয়ক আৰু বাঢ়ৈৰ জীৱনৰ মূল্য আছে।

মই নিজত্ব নোহোৱা কৰি ভগৱানত লীন হব লাগিব। যেতিয়ালৈকে মানুহে স্ব-ইচ্ছাত সকলো জীৱৰ শেহত নেপেলায়, তেতিয়ালৈকে মানুহৰ মুক্তি নাই। বিনয়ৰ চৰম হৈছে অহিংসা। ...কায়মনোবাক্যত যেন অহিংস হব পাৰো, ভগৱানৰ ওচৰত মোৰ এয়ে প্ৰাৰ্থনা।

হিন্দু সমাজৰপৰা উচ্চ-নীচ আদি ভেদভাববোৰ গুচাব পাৰিলে সেই একে ভাবৰ-পৰা সৃষ্ট হিন্দু-মুছলমান আৰু খৃষ্টিয়ানৰ মাজত থকা ভিন ভাবো ক্ৰমাৎ নাইকিয়া হব। জন্মৰপৰা উচ্চ-নীচ নিৰ্ণয় কৰাটো অধৰ্মহে, ধৰ্ম নহয়।

বৃটিছ সিংহই তাৰ ৰক্তাক্ত নখ আমাৰ সমুখত দাঙি ধৰি আছে। এনে অৱস্থাত আপোচৰ কথা উঠিব পাৰে নে ? বৃটিছ সাম্ৰাজ্য দুৰ্বল শ্ৰেণীক শোষণ কৰাৰ ওপৰত প্ৰতিষ্ঠিত আৰু ই পাশৱিক শক্তিৰ প্ৰদৰ্শনৰ ওপৰতো প্ৰতিষ্ঠিত। পৃথিৱীত যদি ন্যায় বিচাৰৰ বাবে ভগৱান আছে, তেন্তে বৃটিছ সাম্ৰাজ্য বৰ্তি থাকিব নোৱাৰে। বৃটিছে জনা উচিত আছিল যে আমাৰ যি যুদ্ধ ১৯২০ চনত আৰম্ভ হৈছিল সেই যুদ্ধ শেষলৈ চলিব সেইয়া এমাহ বা এবছৰেও হওক কিম্বা কেবা মাহ বা কেবা বছৰেও হওক। মই মাত্ৰ আশা কৰো আৰু প্ৰাৰ্থনা কৰো যেন ঈশ্বৰে ভাৰতক যথেষ্ট বিনয় ভাব শক্তি দিয়ে যাতে শেষলৈ আমি অহিংস হৈ থাকিব পাৰো। দাম্ভিক প্ৰত্যাহ্বানৰ ওচৰত বশ্যতা স্বীকাৰ কৰা এতিয়া অসম্ভৱ।

---

## পৰিশিষ্ট (১)

[ এই কিতাপৰ অধ্যায়কিটাত যিবোৰ ৰুছ আৰু ইংৰাজী ঠাই, কিতাপ, লেখক সমালোচক আদিৰ নাম উল্লেখ কৰা হৈছে সেইবোৰ অসমীয়া লিপিত দিয়া হৈছে। পাঠকৰ সুবিধাৰ্থে সেই ঠাই, কিতাপ, লেখক, সমালোচকসকলৰ নামবোৰ অসমীয়া লিপিৰ লগত ইংৰাজী লিপি দিয়া হ'ল। ]

জাৰ
Czar

ট্ৰেভেলচ্ বিয়ন্দ দি চিজ
Travels Beyond The Seas

ইভান দি টেৰিব'ল
Ivan the Terrible

কাউণ্ট লিও টলষ্টয়
Count Leo Tolstoy

লেনিন
Lenin

ট্ৰট্‌স্কি
Trotsky

দি হিন্দু
The Hindu

ষ্টেলিন
Stalin

আইভন্ ফাইৰ'ভ
Ivan Fyrov

পিটাৰ দি গ্ৰেট
Piter The Great

ইভান ফ্যাইড'ৰভ
Ivan Fyodrov

মিখাইল লোমোনোচ'ভ
Mikhail Lomonosov

নিকোলায় কেৰামজিন
Nikolai Karamzin

ইভান ক্ৰিল'ভ
Ivan Krylov

আলেক্‌জেণ্ডাৰ পুস্কিন
Alexander Pushkin

জাৰ নিকলাচ্
Czar Nicholas

মিখাইল লাৰ্মোল'ভ্
Mikhail Lermolov

ইভান টুৰ্গেনিভ্
Ivan Turgenive

ডষ্টোয়েভস্কী
Dostoyevsky

মেক্সিম গোৰ্কি
Maxim Gorky

ডেড্ ছোল
Dead Soul

ছেক'ভ্
Chekhov

দি বেডিক মেগাজিন
The Vedic Magazine

হোৱাট ইজ আৰ্ট
What is Art

ৱাৰ্ড স্কীলাৰ
Ward Skeeler

চাৰ্কোল অব ৰিডিং
Circle Of Reading

থটচ্ অব ৱাইজ মেন
Thoughts Of Wise Men

ৱাৰ এণ্ড পীছ
War And Peace

বুক ফৰ ৰিডিং
Book For Reading

এ-পি শিতল
A. P. Chittal

হোৱাট আই বিলিফ্
What I Believe

পেট্ভ
Petov

থিংক ইট অভাৰ
Think It Over

চয়েন চাকু
Soyen Shaku

বুদ্ধিষ্ট ইন্‌ভেষ্টিগেচন এণ্ড মেটিৰিয়েলিজম
Buddhist Investigation and Materialism

চাৰ্টভ
Chertov

এ-জি আৰতল
A. G. Ertel

ভি-জি চাৰ্টক'ভ
V. G Chertkov

পি· বৌলঙ্গাৰ
P. Boulanger

লাইট অব টিচিং অব সিদ্ধাৰ্থ
Light Of Teaching Of Siddhartha

লাইফ ফৰ ইভ্ৰিবডি
Life For Everybody

মি ৰেলডেনবাৰ্গ

গোপচেল অব বুদ্ধ
Gopsel Of Buddha

এডুইন আৰনল্ড
Edwin Arnold

দি লাইট অব এচিযা
The Light Of Asia

প্ৰবলেম্ অব ফিলোচফি
Problem Of Philosophy

দি ইণ্ডিয়ান ছেইজ—শংকৰ
The Indian Sage—Shanker

জনষ্টন
Johnston

ডিচক'চ
Discourse

বুদ্ধিষ্ট কেট্‌চিজিম ফৰ ইণ্টাৰ একচন অব বুদ্ধ গোতম
Buddhist Catchism For Interaction Of Buddha Gautam

ইন দি ভেলী অৱ গ্ৰীফ্
In The Valley of Grief

জি. নাছিভিন
G. Nashivin

পি-এন ছাগিনবেগ

ৰোমা ৰোল'া
Romain Rolland

লাইফ্ অব বিবেকানন্দ
Life of Vivekananda

দি আৰ্য
The Arya

মেছিয়াভেলী
Machiavelli

দি মেইল
The Mail

ৰিভিউ অব্ ৰিলিজিয়নচ্
Review of Religions

লাইট অব্ ইণ্ডিয়া
Light of India

ৰিজাৰেকচন
Resurrection

দি হোৱাইট ডেন্‌জাৰ
The White Danger

কাউণ্ট টলষ্টয়—হিজ লাইফ এণ্ড টিচিং
Count Tolstoy—His Life and Teaching

দি টেল এবাউট জ'ন—দি ফুল এণ্ড হিজ টু ব্ৰাদাৰ্ছ
The Tale About John the fool and His two Brothers.

চাৰক'ভ
Cherkov

দি নিউ ৰিফৰমেচন
The New Reformation

দি কৃষ্ণ—দি লৰ্ড অব ল'ভ
The Krishna—The Lord of Love

লাইট অব দি ৱাৰ্ল্ড
Light of the World

চেইং অব মহম্মদ
Saying of Mohammed

জেনেৰেল ওচবৰ্ণ
General Osborne

গড চিজ গড ৱেটছ্
God Sees God Waits

দি কেপটিভ্ ইন্ দি ককেছছ
The Captive In The Cocasass

হোৱাট মেন লিভ্ বাই
What Men live by

টু ওল্ড মেন
Two Old Men

হোৱেৰ ল'ভ ইজ গড ইজ
Where Love Is God Is

দি গুড্ মাষ্টাৰ
The Good Master

দি কেছ ইজ ৱাৰ্চ দেন কনফাইনমেণ্ট
The Case is Worse than Confinement

ইফ্ ইউ নেগ্‌লেক্ট দি ফাৰ্মাৰ ইউ উনট্ ষ্টপ ইট
If you Neglect the Farmar you won't stop it

লিটল্‌ গার্লচ আৰ ক্লেভাৰাৰ দেন ওল্ড মেন
Little Girls Are Cleverer Than Old Men

ইলিয়াছ
Ilias

হাও দি ডেভিল ৰিডিমড্‌ দি পীচ অব গ্ৰেভ
How the Devil Redeemed The Peace of Grave

হাও মাচ্‌ এ ম্যান নিদছ্‌
How Much A Man Needs

গড্‌ চান
Godson

ৰিপেণ্টটেণ্ট চিনাৰ
Repentent Sinner

দি কফি হাউচ অব সুৰাট
The Coffee House of Surat

ইট কণ্টচ্‌ মাচ্‌
It Costs Much

টইল
Toil

ডেথ এণ্ড দিজিজ
Death And Disease

থ্ৰি কুৱেচন্সচ্‌
Three Questions

জেইগ
Zeig

পি-আই বিৰুউক'ভ
P. I. Birukov

এ. ম'ডে
A. Maude

দি ইৰিচিয়ান কিং দি ইচাৰ হাভান
The Irysian King the Esher Havan

আন্না কাৰেনীনা
Anna Karenina

দি ৰাছিয়ান ৰিভলিউচন অব ১৯০৯ ডেট ফেইলড্‌
The Russian Revolution of 1909 that Failed

দি পাৱাৰ অব ডাৰ্কনেছ
The Power of Darkness

দি ক্ৰইটজাৰ সোণাটা
The Kreutzer Sonata

দি ডেথ অব ইভান ইলিছ
The Death of Ivan Ilych

মাষ্টাৰ এণ্ড মেন
Master And Men

ফেমিলি হেপিনেচ্‌
Family Happiness

চাইল্ডহুড, বয়হুড, ইয়ুথ
Childhood, Boyhood, Youth

দি টেলচ্‌ অব চিবাস্তোপ'ল
The Tales of Sivastapol

গাৰনেট্‌
Garnett

এড্‌মাণ্ড ফুলাৰ
Edmund Fuller

গ্লিম্পেছে অব ৱাৰ্ল্ড হিষ্টৰী
Glimpses of World History

বাইৰণ
Byron

শ্বেলী
Shelley

কিটছ্
Keats

কুইট ইণ্ডিয়া
Quit India

ডিউটি অব ডিচওবেডিয়েন্স
Duty of Disobedience

গেটে
Goethe

হুগ'
Hugo

দে আৰ নো গিল্টি পিপ'ল
They Are No Guilty People

ক্ৰাচনায়া নিভা
Krasnaya Niva

লুনাচাৰ্কাস্কি
Lunacharksy

কমিচাৰ
Commissar

বুৰ্জোৱা
Bourgeois

প্ৰোলেটাৰিয়েট
Proletariat

কমিউন ইণ্টাৰনেচনেল
Commiune International

ভি-ভি বালাবুচিভ'ক
V V. Balabushevich

বলছেভিক
Bolshevik

কিংডম অব গড্ ইজ উইদিন ইউ
Kingdom of God is withiń you

গ্ৰেট ছন অব ইণ্ডিয়া
Great Son of India

ইন-এন কামাৰ'ভ
E. N. Kamarov

এ-টি লিট্মন
A. T. Litman

গান্ধীজিম এণ্ড ইণ্ডিয়ান বুৰ্জোৱা
Gandhism And Indian Bourgeois

ৰাইক'ভ
Rickov

কমিণ্টাৰ্ণ
Commintern

এ বেজনিক'ভ
A. Beznikov

আৰ-এ উলিয়ান'ভস্কি
R. A. Ulynovsky

ইণ্ডিয়ান হ'ম ৰুল
Indian Home Rule

ও-ভি মাৰ্টিচিন
O. V. Martyshin

আই-এম ৰেইনাৰ
I M. Reisner

পি-এম চাৰভস্তক
P M. Servostok

এ-আই চিফ্মেন
A. I. Shifman

ময়া ঝীন
Maya Zhin

লেটাৰ টু এ হিন্দু
Letter to A Hindoo

দি ফাৰ্ষ্ট ষ্টেপ
The First Step

এব্ৰাহাম লিনকন
Abraham Lincoln

কাৰ্লাইল
Carlyle

এফেল টাৱাৰ
Eiffel Tower

ভলৰাষ্ট
Volrust

কোটছ
Coates

ফ্ৰি হিন্দুস্থান
Free Hindusthan

আইলমাৰ ম'ডে
Ailmer-Maude

ৰেভাৰেণ্ড জে-জে ডোক
Reverend J. J. Doke

মিঃ কালেনবাক
Mr. Kallenbach

এন ওপেন লেটাৰ টু কাউণ্ট টলষ্টয়
An Open Letter to Count Tolstoy

মাৰ্ক্সিজিম-লেনিনিজম
Marxism-Leninism

হিষ্টৰী অব মাই চাইল্ডহুড্
History Of My Childhood

চাৰমণ্ট অন দি মাউণ্ট
Sermont On The Mount

চেনচুৰি
Century

চোট্চিয়েল ডেমোক্রেট
Sotstial Demokrat

নভয়ী ভ্ৰেম্যা
Novoye Vremya

হাও চেল উই এচ্কেপ
How Shall We Escape

ছাৰ উইলিয়ম দিগ্বী
Sir William Digbi

দি ফ্ৰি এজ প্ৰেছ
The Free Age Press

মিচেছ ফাইডী মেয়ো
Mrs Fydo Mayo

ছাৰ কাৰ্জন ৱালি
Sir Curzon Wylie

স্লেভাৰী অব আৱাৰ টাইম
Slavery Of Our Time

ওল্ড টেষ্টামেণ্ট
Old Testament

চেলভেচন আৰ্মি
Salvation Army

প্ৰস্পাৰাচ বৃটিছ ইণ্ডিয়া
Prosperous British India

ফোৰ ইপকচ্ অব গ্ৰোথ্
Four Epochs of Growth

ইলিয়াড্
Iliad

ব্ৰেড্ লেবাৰ
Bread Labour

আই কেনট বি চাইলেণ্ট
I Cannot Be Silent

চিন'ড
Synod

ভেখি
Vekhi

আলেকজেণ্ডাৰ ব্লক
Alexander Bloke

মাছালʼভ
Masalov

টমাছ এডিচন
Thomas Edison

ছাৰ এড্ৱাৰ্ড আৰনল্ড
Sir Edward Arnold

কী টু থিওচফী
Key To Theosophy

হিৰো এণ্ড হিৰো ৱাৰশ্বিপ
Hero And Hero Worship

টেম্পাৰিং উইথ লয়েলটিজ
Tampering With Loyalties

চেকিং দি মেনচ্
Shaking The Manes

আৰ-এচ ব্ৰুমফিল্ড
R. S. Broomfield

চাইমন কমিচন
Simon Commission

মুৰিয়েল লেষ্টাৰ
Muriel Lester

ছাৰ চেমুৱেল হোৰ
Sir Samuel Hoare

পোষ্ট ডেটেড্ চেক
Post Dated Cheque

ইয়াছনায়া পোলিয়ানা
Yashnaya Polyana

কালেক্টেড্ ৱাৰ্কচ অব মহাত্মা গান্ধী
Collected Works of Mahatma Gandhi

গান্ধী—ফাদাৰ অব ইণ্ডিয়ান ইণ্ডিপেণ্ডেনচ্
Gandhi—Father of Independence

দি কোচাকচ্
The Cossacks

আলেকজেন্দ্ৰা
Alexandra

এনী বেচেণ্ট
Annie Besant

মেডাম ব্লাভাতাছী
Madam Blavatsy

নিউ টেষ্টামেণ্ট
New Testament

ইয়ং ইণ্ডিয়া
Young India

এ পাজল এণ্ড ইটচ্ চলিউচন
A Puzzle And Its Solution

এল-এন ব্ৰাউন
L. N. Brown

চক্ৰেটিছ
Socrates

ৰেজিনেল্ড ৰেনল্ডচ্
Reginald Ranolds

ছাৰ চাৰ্লি চেপ্লিন
Sir Charlie Chaplin

বাকিংহাম পেলেচ
Buckingham Palace

টাৰটুলিয়ান
Tartulian

মিঃ ডোক
Mr. Doke

এবাউট আইডিওলজিকেল চʼৰ্চে অব গান্ধীজ আউটলুক ইন দি ইনিচিয়েল হিষ্টৰী
About Ideological Sources of Gandhi's Outlook In The Initial History

কেৰেক্টাৰিষ্টিক অব চʼচিয়েল আইডিয়েলস্ অব গান্ধীজিম
Characteristic of Social Ideals of Gandhism

# পৰিশিষ্ট (২)

## গ্ৰন্থপঞ্জী


M. K. Gandhi :
The Story of My Experiment
With Truths

অমিয়কুমাৰ দাস ঃ

মোৰ সত্য অন্বেষণৰ কাহিনী

Leo Tolstoy :
Childhood, Boyhood, Youth
Resurrection
War And Peace

সুৰেন্দ্ৰমোহন দাস ঃ

যুদ্ধ আৰু শান্তি

টলষ্টয়ৰ সাধু

টলষ্টয়ৰ দেশত

Dhananjay Keer :
Mahatma Gandhi

Maurice Hindus :
Mother Russia

V. P. Gaur :
Mahatma Gandhi

P. C Roy-Chaudhury :
Gandhi And His Contemporaries

Romain Rolland :
Mahatma Gandhi

Progressive Publishers, Moscow :
His Nameless Love

শশীভূষণ দাশগুপ্ত ঃ

টলষ্টয়-গান্ধী-ৰবীন্দ্ৰনাথ

John Haynes Holmes :
My Gandhi

Dr. Kalidas Nag :
Tolstoy And Gandhi

Raghavan Iyer :
The Moral And Political
Thoughts Of Mahatma Gandhi

V. S. Mohan Rao :
The Message Of Mahatma
Gandhi

Asia Publishing House :
100 Great Lives

Jawaharlal Nehru :
Glimpses of World History
My Autobiography
Publication Division, I & B

Ministry, New Delhi :
Epigrams From Gandhiji
Information Department, Soviet

Embassy, New Delhi :
Gandhi : Great Son Of India
(1869-1969)
Soviet Land

দেবেন্দ্ৰনাথ শৰ্মা ঃ

কুৰি শতিকাৰ মহান বিপ্লৱী

Novosti Press Agency Publishing

House, Moscow :
Early Russia—The USSR
Navajivan Publishing House,

Ahmedabad :
Unto This Last by Ruskin

Alexander Shifman :
Tolstoy And India
( Sahitya Academi, New Delhi )

A Vafa :
Soviet Scholars on Mohondas
Karamchand
( Soviet Land Booklets 1971 )

J T. Sunderland :
India In Bondage

শৰৎ চন্দ্ৰ গোস্বামী ঃ

মহাত্মা গান্ধীৰ জীৱন কাহিনী


---